# জাতীয় কংগ্ৰেছৰ কৰ্ণধাৰসকল

বিমল ভাগৱতী




অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৭৮১০২১

# পাতনি

১৮৫৭ খ্ৰীঃৰ চিপাহী বিদ্ৰোহৰ পিছত ভাৰতবৰ্ষত বিৰাজ কৰা নিস্তব্ধতাৰ সুযোগ লৈ ব্ৰিটিছে নিৰ্বিবাদে কৰা শাসনকালত ভাৰতবৰ্ষত জনমত গঢ়ি উঠাৰ কোনো সুযোগ নাছিল যদিও ভাৰতীয় শিক্ষিত সমাজে এনে সময়তে এক জাতীয় মঞ্চৰ অভাব অনুভৱ কৰি এখন ৰাজনৈতিক সন্মিলন পাতিবলৈ জল্পনা-কল্পনা আৰম্ভ কৰিছিল। হিউম নামৰ এজন অৱসৰপ্ৰাপ্ত উচ্চ ইংৰাজ বিষয়ায়ো ভাৰতীয় শিক্ষিত-সমাজৰ লগতে সহযোগ কৰি এখন প্ৰতিনিধিত্ব-মূলক সভা পতাৰ স্থিৰ কৰিলে। এই প্ৰতিনিধিত্বমূলক সভাখনকে ভাৰতীয় জাতীয় কংগ্ৰেছ নামকৰণ কৰি ১৮৮৫ খ্ৰীঃত বোম্বাইৰ ইয়াৰ প্ৰথম অধিৱেশন পতা হয়। প্ৰথম অধিৱেশনৰ প্ৰথম সভাপতিৰ আসন অলংকৃত কৰে কলিকতাৰ প্ৰসিদ্ধ বেৰিষ্টাৰ উমেশ চন্দ্ৰ বেনাৰ্জীয়ে। পিছলৈ এই জাতীয় কংগ্ৰেছৰ গুৰি ধৰোতাকেইজনাই আমাৰ দেশৰ স্বাধীনতা-যুদ্ধৰ ইতিহাসত এক গৌৰৱময় আৰু অবিস্মৰণীয় ৰঙণি আগ বঢ়ায়। এইসকল লোকৰ ত্যাগ আৰু অধ্যৱসায়েই আজি ভাৰতৰ মুক্তি-সংগ্ৰামৰ স্বৰ্ণমণ্ডিত ইতিহাসৰ পৃষ্ঠা শোভা কৰি আছে।

অসমীয়া ভাষাত তেওঁলোকৰ মহান জীৱন আৰু কৰ্ম-আদৰ্শৰ নিৰ্ভৰযোগ্য বিৱৰণেৰে প্ৰকাশিত জীৱনীৰ সংখ্যা তেনেই তাকৰ। আমাৰ অনুৰোধ ক্ৰমে শ্ৰীমতী বিমল ভাগৱতীয়ে এইসকল ক্ষণজন্মা পুৰুষৰ যোলগৰাকীক এই গ্ৰন্থখনিৰ জৰিয়তে জনমানসত পৰিচয় কৰাই দিবলৈ যত্ন কৰিছে। খাইকৈ স্বাধীনোত্তৰ কালৰ অসমীয়া যুৱ-মানসক আমাৰ প্ৰাতঃস্মৰণীয় বৰেণ্য জাতীয় নেতাসকলৰ জীৱন-আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত কৰাই এই গ্ৰন্থৰ প্ৰধান উদ্দেশ্য। শ্ৰীমতী ভাগৱতীয়ে অতি সৰল অনাড়ম্বৰ ভাষাৰে এই জীৱনীলানি ৰচনা কৰি দিয়া বাবে আমি তেখেতলৈ আমাৰ সশ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিছো।

পঢ়ুৱৈ সমাজে, বিশেষকৈ তৰুণ চামে এই গ্ৰন্থখনি সমাদৰ কৰিব বুলি আমাৰ একান্ত বিশ্বাস।

গুৱাহাটী
মে' ১৯৮৬

চন্দ্ৰপ্ৰসাদ শইকীয়া

# পাতনি

ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছৰ ইতিহাস আধুনিক ভাৰতৰ ৰাজনৈতিক ইতিহাস। কংগ্ৰেছে সুদীৰ্ঘকাল ভাৰতৰ জনসাধাৰণৰ প্ৰতিনিধিমূলক অনুষ্ঠান হিচাপে গৌৰৱপূৰ্ণ-স্থান অধিকাৰ কৰি আছে। ১৮৮৫ চনত জন্ম লৈ ১৯৪৭ চনত ভাৰতে স্বাধীনতা পোৱালৈকে এই কালছোৱা কংগ্ৰেছৰ ইতিহাসৰ এক চমকপ্ৰদ অধ্যায়।

এই কালছোৱাৰ বিভিন্ন পৰ্যায়ত অৱস্থাভেদে কংগ্ৰেছে স্বকীয়া নীতি আৰু কাৰ্য-পদ্ধতি গ্ৰহণ কৰিছে। প্ৰথম অৱস্থাত ইংলণ্ডৰ ৰজাৰ প্ৰতি আনুগত্য আৰু বিদেশী হ'লেও ইংৰাজ শাসক গোষ্ঠীৰ লগত সহযোগিতাৰ সম্বন্ধ ৰক্ষা কৰি ভাৰতৰ মানুহৰ অভাৱ-অভিযোগ দূৰ কৰিবৰ বাবে আবেদন-নিবেদন কৰি সন্তুষ্ট থকাৰ পৰা, শেষত 'ভাৰত-ত্যাগ'ৰ প্ৰস্তাৱ লৈ ১৯৪২ চনত গণ-বিপ্লৱ ঘোষণা কৰালৈকে—আকৌ আনফালে মুষ্টিমেয় উচ্চশিক্ষিত অভিজাত শ্ৰেণীৰ নৰমপন্থী লোকৰ মাজত সীমাবদ্ধ থকা অৱস্থাৰ পৰা, ১৯২০ চনত গান্ধীযুগত গাঁৱে-ভূঞে, নগৰে-চহৰে জনসাধাৰণৰ মাজতো দুখী-যাৰো দুখীয়াসকলৰ মাজলৈ বিয়পি পৰালৈকে কংগ্ৰেছৰ বিচিত্ৰ কাহিনী, পৰাধীনতাৰ গ্লানি ভুঞ্জিব লগা পৃথিৱীৰ সকলো দেশৰে মুক্তি-সংগ্ৰামৰ ইতিহাসত সোণালী আখৰেৰে লিখি থবলগীয়া। ইতিহাসৰ ছাত্ৰৰ কাৰণে ই সদায় বিশেষ প্ৰণিধানৰ বিষয় হৈ থাকিব।

ভাৰতৰ পূৰ্বৰ শিক্ষা-সংস্কৃতি সম্পৰ্কে ইংৰাজৰ সম্যক জ্ঞান নথকাৰ বা অৱজ্ঞা কৰাৰ কাৰণেই হওক, অথবা ইংৰাজী ভাষাৰ বাজেৰেহে তেওঁলোকে ভাৰতৰ মানুহক বান্ধি ৰখাৰ ভাবেৰেই হওক, কিম্বা সাম্ৰাজ্যবাদী স্বাৰ্থত বা তেওঁলোকৰ শাসন চলাবলৈ অপৰিহাৰ্য হোৱাৰ কাৰণেই হওক, ভাৰতত ইংৰাজ শাসকসকলে যেতিয়া ইংৰাজী শিক্ষা প্ৰৱৰ্তন কৰিলে, তেতিয়া তাৰ সুযোগ লৈ ভাৰতত ক্ৰমে এটা উচ্চশিক্ষিত শ্ৰেণী ওলাল। ভাৰতীয় ছাত্ৰই বিদেশী ইংৰাজী শিক্ষাৰ মাধ্যমেৰে পঢ়ি, বিভিন্ন বিষয়ত কৃতিত্ব দেখুৱালে। বহুত বাধা থাকিলেও তেওঁলোকৰ কিছুমে উচ্চ বিষয়-বাব ল'ব পৰা হ'ল। লগতে অন্য কিছুমান দোষ লৈ আহিছিল বুলি অভিযোগ উঠিলেও, ইংৰাজী শিক্ষাই ভাৰতত বৰ্তমান যুগৰ দুৱাৰ মুকলি কৰি দিলে। ইংৰাজী শিক্ষা নোহোৱাহেঁতেন, আধুনিক ভাবধাৰা ভাৰতলৈ যে নাহিলহেঁতেন এনে নহয়। বাহিৰৰ লগত, বিশেষকৈ সেই সময়ৰ উন্নত দেশ ইংলণ্ডৰ লগত সম্পৰ্ক থকা ইংৰাজী ভাষা প্ৰচলন হোৱাত সি যথোন সহজ হৈছিল। ইংৰাজী শিক্ষিতসকলৰ ভিতৰত বহুতেই চৰকাৰী চাকৰি আদি কামত নিয়োজিত হ'লেও, তেওঁলোকৰ ভিতৰত কিছুমে স্বাধীন-ভাৱে কাম কৰিবলৈ আৰম্ভ কৰিলে।

হাইকৰ্ট আৰু আন আদালতৰ অধিবক্তাসকল তেওঁলোকৰ ভিতৰত প্ৰধান আছিল। সি যিয়েই নহওক, চাকৰি কৰা বা স্বাধীন ব্যৱসায় কৰা শিক্ষিত শ্ৰেণীৰ মনৰ ভিতৰত সেই সময়ত এটা আলোড়ন হৈছিল। তেওঁলোকে দেশৰ পৰাধীনতাৰ গ্লানি অনুভৱ কৰিবলৈ লৈছিল। নিজৰ দেশৰ অতীত গৌৰৱ আৰু অন্য দেশৰ স্বাধীনতা-যুদ্ধৰ কাহিনী পঢ়ি তেওঁলোকে প্ৰেৰণা পাইছিল। কিন্তু এই সকলো ভাৱনা প্ৰথমে নিজৰ ভিতৰতে উঠিছিল আৰু মাৰ গৈছিল। তেওঁলোকৰ মাজত সংগঠন নোহোৱাত

ৰা সংগঠন কৰিলে শাসক গোষ্ঠীৰ কোপ-দৃষ্টিত পৰাৰ ভয় থকাত, তেওঁলোকৰ ভাব প্ৰকাশ কৰাৰ থল আৰু সুবিধা নাছিল।

পিছলৈ প্ৰাদেশিক হিচাপে একোটা অনুষ্ঠান গঢ়ি উঠিছিল যদিও, সৰ্বভাৰতীয় সংগঠনৰ অভাৱ বহুত দিনলৈকে আছিল। সুৰেন্দ্ৰনাথ বেনাৰ্জীয়ে ভাৰতৰ সকলো প্ৰদেশৰে প্ৰতিনিধি লৈ এখন সন্মিলন আহ্বান কৰিছিল। কিন্তু সি হৈ উঠাত নানা বাধা-বিঘিনি জন্মিল। নিজৰ ভিতৰৰ অনৈক্যও তাৰে এটা। সেই সময়ত ভাৰতীয়-সকলে যেনেকৈ এটা সৰ্বভাৰতীয় ৰাজনৈতিক অনুষ্ঠানৰ অভাৱ অনুভৱ কৰিছিল, তেনেকৈ শাসকমণ্ডলীৰ ভিতৰতো উৰ্দ্ধতম মহলতে এনে এটা অনুষ্ঠান থাকিলে, তেওঁ-লোকৰ কাৰণেও ভাল হ'ব বুলি ভাব হৈছিল যেন অনুমান কৰিবৰ কাৰণ আছে।

ছাৰ উইলিয়াম ৱেদাৰবাৰ্ণৰ কথাৰ পৰা জনা যায় যে, এ. অ'. হিউম নামৰে এজন ইংৰাজ আই. চি. এছ. বিষয়াই এই বিষয়ে বৰলাট লৰ্ড ডাফৰিনৰ লগত আলোচনা কৰিছিল। লৰ্ড ডাফৰিনে হিউমক কোৱা বুলি প্ৰকাশ যে তেওঁ চৰকাৰৰ মুৰব্বী হিচাপে ভাৰতৰ মানুহৰ মনৰ ভাব জানিবৰ বৰ্ত্তমান কোনো উপায় নাই বুলি অনুভৱ কৰিছিল কিন্তু ভাৰতীয় লোকৰ কোনো দায়িত্বশীল সংগঠন থাকিলে, সেই অভাৱ দূৰ হ'ব পাৰে। লৰ্ড ডাফৰিনৰ পৰামৰ্শ লৈ হিউমে চাকৰিৰ পৰা অৱসৰ লোৱাৰ পিছত, ১৮৮৩ চনৰ এক মাৰ্চত কলিকতা বিশ্ববিদ্যালয়ৰ স্নাতকসকললৈ এখন চিঠিত লিখিছিল: "যিহেতু আপোনাসকলেই উচ্চশিক্ষিত ভাৰতীয়সকলৰ ভিতৰত ডাঙৰ গোট, সেইকাৰণে স্বাভাৱিকতে আপোনাসকলেই ভাৰতৰ বৌদ্ধিক, নৈতিক, সামাজিক আৰু ৰাজনৈতিক প্ৰগতিৰ কেন্দ্ৰ হ'ব লাগে।" তেওঁ প্ৰস্তাৱ কৰিছিল যে, অন্ততঃ প্ৰতিষ্ঠাপক হিচাপে পঞ্চাশজন উপযুক্ত মানুহ ওলালেও, সৰ্বভাৰতীয় এটা সংগঠনৰ ভেটি স্থাপন কৰিব পাৰি।"

হিউমে তেওঁৰ গোহাৰিৰ প্ৰতি সমগ্ৰ ভাৰতৰ পৰা উৎসাহপূৰ্ণ সঁহাৰি পালে। ভাৰতত ভাল আশা পাই, তেতিয়া তেওঁ ইংলণ্ডলৈ গৈ লৰ্ড ৰিপন, জন ব্ৰাইট আৰু আৰ. টি ৰীড প্ৰমুখ্যে ৰাজনৈতিক নেতাসকলক দেখা কৰি, ভাৰতত সৰ্বভাৰতীয় অনুষ্ঠান গঢ়াৰ কথা আলোচনা কৰিলে। এনে ধৰণৰ আলোচনা সম্পৰ্কে যিখিনি প্ৰকাশ পাইছে তাৰপৰা বুজা যায় যে শাসক গোষ্ঠীৰ ভিতৰত কিছুৱে এনে এটা অনুষ্ঠান হ'লে ই 'চেফ টি ভালভ্'ৰ কাম কৰিব পাৰে বুলি ভাবে। ভাৰতৰ মানুহৰ মনৰ ভিতৰত পৰাধীনতাজনিত যি উত্তাপ আলোচনাৰ মাজেদি তাৰ উপশম হ'ব পাৰে—শাম কাটিব পাৰে। হঠাৎ ডাঙৰ বিস্ফোৰণ নোহোৱাকৈ ৰখাৰ ই এটা প্ৰণালী হিচাপে তেওঁলোক তাৰ পক্ষপাতী আছিল।

তেওঁলোকৰ মাজত বহুতো বিৰোধীও আছিল, এই কাৰণে যে তেওঁলোকৰ মনত সন্দেহ আছিল—এনে সমাবেশৰ মাজেদি চৰকাৰ বিৰোধী ভাব জন্মিব আৰু সময়ত সি শক্তিশালী হৈ উঠিব; তেওঁলোকে আশঙ্কা কৰিছিল যে তেওঁলোকৰ সাম্ৰাজ্যৰ স্বাৰ্থৰ কাৰণে সি অনুকূল নহ'ব। কিন্তু ইংৰাজৰ ভিতৰতো এনে লোকো নিশ্চয় আছিল, যিসকলে আদৰ্শগত কাৰণতে ভাৰতৰ মানুহৰ ৰাজনৈতিক আশা-আকাঙ্ক্ষা পূৰণ হোৱাটো বিচাৰিছিল। এ. অ'. হিউমো তাৰে ভিতৰত এজন। ছাৰ ৱেদাৰবাৰ্ণ আৰু ছাৰ হেনৰী কটনেও এনে ভাবৰ পৃষ্ঠপোষকতা কৰিছিল। ছাৰ হেনৰী কটন অসমৰ চীফ কমিছনাৰ হৈ থাকোতেই লৰ্ড কাৰ্জনৰ বঙ্গ-ভঙ্গ আঁচনিৰ আৰু অসমক পূৰ্ববঙ্গৰ লগত লগ লগাই দিয়া প্ৰস্তাৱৰ বিৰোধিতা কৰিছিল বুলি চৰকাৰী নথি-পত্ৰৰ পৰা জানিব পাৰি। তেওঁ সেই আঁচনি অসমৰ কাৰণে অমঙ্গলজনক

আৰু কাৰ্যকৰী নহ'ব বুলি মন্তব্য দিছিল। অৱসৰ লোৱাৰ পিছত চাৰ হেনৰী কটন ১৯০৪ চনত কংগ্ৰেছ অধিৱেশনৰ সভাপতিও হৈছিল। চাৰ উইলিয়াম বেদাৰবাৰ্ণ ১৮৮৯ আৰু ১৯১০ চনত কংগ্ৰেছৰ সভাপতি হৈছিল। ১৮৮৯ চনৰ জুলাই মাহত যেতিয়া লণ্ডনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ ব্ৰিটিছ কমিটি গঠন কৰা হয়, তেতিয়া তেওঁ তাৰ সভাপতি হৈ আজীৱন সেই পদত আছিল।

প্ৰথম কেইটামান বছৰ কংগ্ৰেছত নৰমপন্থী ৰাজনীতিজ্ঞসকলৰ প্ৰাধান্য আছিল। কিন্তু তেওঁলোকৰ ভিতৰতো প্ৰথম অৱস্থাত, যিসকলে অতি নৰম সুৰত কথা কৈছিল, তেওঁলোকো পিছলৈ, ইংৰাজৰ সাম্ৰাজ্যবাদী ব্যৱহাৰত কেনেকৈ অসন্তুষ্ট হৈ পৰিছিল, তেওঁলোকৰেই পিছৰ ভাষণবিলাকত তাৰ প্ৰমাণ পোৱা যায়। কংগ্ৰেছৰ ভিতৰত প্ৰথমৰে পৰাই নৰমপন্থী আৰু উগ্ৰপন্থীৰ ভিতৰত কংগ্ৰেছৰ নেতৃত্ব লৈ সংঘাত চলি আছিল। এনে সংঘাতৰ মাজেদিয়েই কংগ্ৰেছৰ ৰাজনৈতিক জীৱন ক্ৰমে পৰিবৰ্তিত আৰু বিকশিত হৈছিল। সেই সংঘাতেই প্ৰমাণ কৰে যে, নতুনকৈ প্ৰতিষ্ঠিত ভাৰতীয় জাতীয়তাৰ ভেটিত ভাৰতৰ ৰাজনীতি, সজাগ আৰু সক্ৰিয় হৈ উঠিছিল। সেই সময়খিনি ভাৰতীয় জাতীয়তাৰ উন্মেষণৰ সময়। দাদাভাই নৌৰজী প্ৰমুখ্যে কংগ্ৰেছৰ ভেটি স্থাপন কৰোতাসকলে, ভাৰতীয় জাতীয়তাৰ পুলিটো যত্নেৰে প্ৰতিপালন কৰি ডাঙৰ-দীঘল কৰি তুলিছিল। ৰাজনৈতিক দৃষ্টিভংগীৰ বা মতৰ পাৰ্থক্য থাকিলেও, তেওঁলোকে কংগ্ৰেছ সংগঠনৰ ঐক্য ৰক্ষা কৰিবলৈ সততে চেষ্টা কৰিছিল। তেওঁলোকে ব্যক্তিগত ৰাজনীতিৰ খেল খেলি অনুষ্ঠানক দুৰ্বল কৰাৰ কথা কেতিয়াও ভবা নাছিল কাৰণেইহে, প্ৰতিকূল অৱস্থাতো কংগ্ৰেছ ক্ৰমে শক্তিশালী হৈ উঠা সম্ভৱ হ'ল। যিসকলে সেই সময়ত কংগ্ৰেছৰ গুৰি ধৰিছিল, তেওঁলোক একো একোজন বিশেষ প্ৰতিষ্ঠা থকা লোক আছিল। ভাৰতৰ বিভিন্ন প্ৰদেশৰ পৰা এনে লোক ওলাইছিল। সংখ্যাত কম হ'লেও কংগ্ৰেছ অধিৱেশনলৈ অসমৰ পৰা প্ৰতিনিধি প্ৰথমৰে পৰা গৈছিল। শিলং এছোছিয়েছনৰ পৰা কালীকান্ত বৰকাকতী, উজনি অসমৰ দেৱীচৰণ বৰুৱা নগাঁও ৰায়ত সভাৰ পৰা সত্যনাথ বৰা, উজনি অসম এছোছিয়েছনৰপৰা ৰাধাকান্ত চাংকাকতি, তেজপুৰ ৰায়ত সভাৰপৰা লক্ষ্মীকান্ত বৰকাকতীয়ে ১৮৮৬ আৰু ১৮৮৭ চনৰ কংগ্ৰেছ অধিৱেশনত যোগ দিছিলগৈ। কংগ্ৰেছৰ সেই প্ৰপিতামহসকল জাতিৰ চিৰনমস্য।

কংগ্ৰেছ অকল ভাৰতৰে নহয়, পৃথিৱীৰে এটা সৰ্ববৃহৎ ৰাজনৈতিক প্ৰতিষ্ঠান। জাতীয় সংহতি, ধৰ্ম নিৰপেক্ষতা, সংখ্যালঘুৰ প্ৰতি ন্যায় বিচাৰ, সৰ্বভাৰতীয় জাতীয়তাৰ ভেটিত বিভিন্ন গোষ্ঠী আৰু বৰ্ণৰ মানুহৰ ভাষা-সংস্কৃতিৰ স্বাতন্ত্ৰ্য ৰক্ষা, অৰ্থনৈতিক আৰু সামাজিক বৈষম্য দূৰীকৰণ, গণতন্ত্ৰ—এয়ে কংগ্ৰেছৰ মূলনীতি। সৰ্বোপৰি ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে মুক্তিৰ সংগ্ৰাম আছিল কংগ্ৰেছৰ মূল কাম।

১৯০৪-৫ চনৰ পৰা বঙ্গ-ভঙ্গৰ অন্যায় বিধানে আৰু ১৯২০ চনৰপৰা প্ৰথম মহাযুদ্ধৰ পিছত ৰাওলাট আইন, জালিয়ানৱালাবাগৰ হত্যাকাণ্ড, খিলাফতৰ অন্যায় অবিচাৰে সৃষ্টি কৰা পৰিস্থিতিয়ে ভাৰতৰ ৰাজনৈতিক ক্ষেত্ৰত বিশেষ প্ৰভাৱ পেলাইছে। ভাৰতৰ স্বাধীনতা যুদ্ধৰ নেতৃত্ব দিয়া কংগ্ৰেছৰ মুখিয়াল নেতা আৰু জাতীয় কংগ্ৰেছৰ সভাপতিসকলৰ ৰাজনৈতিক জীৱন এই প্ৰশ্নবিলাকক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল। ভাষা আৰু কাৰ্যপ্ৰণালীৰ কিছু কিছু পাৰ্থক্য থাকিলেও, তেওঁলোকৰ জীৱনৰ মূলধাৰা আছিল একেটা। ভাৰতৰ অতীত গৌৰৱ ঘূৰাই অনা, দেশমাতৃকাৰ শৃংখল মোচন আৰু জনসাধাৰণৰ কল্যাণেই আছিল তেওঁলোকৰ উদ্দেশ্য।

প্ৰথমছোৱাত কংগ্ৰেছে ব্ৰিটিছ সাম্ৰাজ্যৰ ভিতৰতে কেনেভাৰ হৰে ঔপনিবেশিক স্বায়ত্ত শাসনৰ অধিকাৰৰ দাবী কৰি, নিয়মতান্ত্ৰিক প্ৰণালীৰে আন্দোলন কৰিছিল। কিন্তু এনে ধৰণৰ আন্দোলনৰে ভাৰতৰ আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰ লাভ সম্ভৱপৰ যেন নেদেখি কংগ্ৰেছে ১৯২০ চনত, স্বৰাজ লাভৰ উদ্দেশ্যে মহাত্মাজীৰ নেতৃত্বত সত্য অহিংসাৰ ভেটিত প্ৰতিষ্ঠিত অসহযোগৰ অভিনৱ প্ৰণালীৰে আন্দোলন আৰম্ভ কৰে। ১৯৩০ চনত ইয়াৰো এটা নতুন অধ্যায় আৰম্ভ হয়। লাহোৰ কংগ্ৰেছে পূৰ্ণ স্বাধীনতাৰ দাবী উত্থাপিত কৰে। কংগ্ৰেছ সংবিধানত কংগ্ৰেছৰ উদ্দেশ্য হিচাপে নিৰ্দ্ধাৰিত স্বৰাজ শব্দটোৰ নতুন ব্যাখ্যা কৰি পূৰ্ণ স্বাধীনতা বুলি ঘোষণা কৰা হয়। তেতিয়াৰে পৰা পূৰ্ণ স্বাধীনতাৰ কাৰণে কংগ্ৰেছৰ আপোচবিহীন সংগ্ৰাম চলে। ইয়েই ১৯৪২ চনৰ গণ বিপ্লৱৰ মাজেদি চূড়ান্ত ৰূপ লয় আৰু ভাৰতত দুশ বছৰীয়া ব্ৰিটিছ সাম্ৰাজ্যবাদৰ অৱসান ঘটায়। ১৯৪৭ চনৰ ১৫ আগষ্টৰ মাজনিশা দিল্লীৰ লালকিল্লাৰপৰা স্বাধীন ভাৰতৰ ত্ৰিৰঙ্গ পতাকা উৰিবলৈ ধৰে। সেইদিনাৰেপৰা এখন সাৰ্বভৌম ৰাষ্ট্ৰ হিচাপে ভাৰতবৰ্ষই বিশ্বত প্ৰতিষ্ঠা লাভ কৰে।

এতিয়া স্বাধীনতাৰ আগৰ ৬২ বছৰ আৰু স্বাধীনতাৰ পিছৰ ৩৮ বছৰ লৈ ১৯৮৫ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ এশ বছৰ পূৰ্ণ হৈছে। এইটো কংগ্ৰেছৰ শতবাৰ্ষিকী উৎসৱৰ বছৰ। এই উৎসৱ উপলক্ষে স্বাধীনতা-যুদ্ধৰ তথা ভাৰতীয় জাতীয় জীৱনৰ লগত বহুত বছৰ ধৰি একেবাহে জড়িত হৈ থকা কংগ্ৰেছৰ ইতিহাসৰ নানা বীৰত্বপূৰ্ণ, মহিমামণ্ডিত কাহিনীবিলাক আজি মনত পেলোৱা আৰু ভৱিষ্যতৰ সন্মুখীন হবলৈ তাৰ পৰা প্ৰেৰণা লোৱাৰ প্ৰয়োজন নিশ্চয় আছে।

অসম প্ৰকাশন পৰিষদে মোক স্বাধীনতা যুদ্ধৰ কালৰ কংগ্ৰেছ সভাপতি কেইজনমানৰ জীৱনী লিখিবলৈ দিয়াত মই তেওঁলোকৰ ওচৰত কৃতজ্ঞ।

পৰিষদৰ সচিব শ্ৰদ্ধাস্পদ শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া ডাঙৰীয়াৰ পৰামৰ্শ অনুসৰি স্বাধীনতাৰ আগৰ যুগৰ যোল্লজন কংগ্ৰেছ সভাপতিৰ চমু জীৱনী এই কিতাপখনত সন্নিবিষ্ট কৰা হৈছে। মই নিজে স্বাধীনতা-যুদ্ধত সক্ৰিয়ভাৱে যোগ দিয়াৰ সুযোগ পোৱা নাছিলো যদিও বিপ্লৱৰ এটা প্ৰধান কেন্দ্ৰ-স্থানত, বিয়াল্লিছৰ গণ-বিপ্লৱৰ মই প্ৰত্যক্ষদৰ্শী—তাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ মই ভুক্তভোগী।

সেই বিপ্লৱত নেনামিলেও মোৰ তেতিয়া এনেহে অনুভূতি হৈছিল, যেন সেই বিপ্লৱে মোক গ্ৰাস কৰি পেলাইছে। সেই স্মৃতি আজিও মোৰ মনত জীৱন্ত হৈ আছে। তাৰপৰা অনুপ্ৰেৰণা লৈয়ে মই কংগ্ৰেছৰ সভাপতিসকলৰ জীৱনী লিখিবলৈ সাহস কৰিছো। মোৰ অযোগ্যতালৈ চাই ইয়াত বহুতো ত্ৰুটি থকা স্বাভাৱিক। পঢ়ুৱৈ সমাজৰ ওচৰত তাৰ বাবে ক্ষমা বিচাৰিছো।

বিমল ভাগৱতী

# সূচীপত্ৰ

# উমেশ চন্দ্ৰ বেনাৰ্জী

(১৮৪৪—১৯০৬)

১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ পিছত, ভাৰতবৰ্ষত বহুত বছৰলৈকে ৰাজনৈতিক নিস্তব্ধতা বিৰাজ কৰিছিল। বৃটিছে ভাৰতবৰ্ষত নিৰ্বিবাদে শাসন কৰিছিল। ভাৰতৰ জনমত প্ৰকাশৰ কোনো সুযোগ-সুবিধা নাছিল। কিন্তু ক্ৰমে যেতিয়া ইংৰাজী শিক্ষাৰ মাধ্যমেৰে ভাৰতত নতুন এটা শিক্ষিত শ্ৰেণী গা কৰি উঠিল, স্বাভাৱিকতে তেতিয়া তেওঁলোকৰ মাজত দেশৰ ৰাজনৈতিক স্থিতি সম্পৰ্কে আলোচনা কৰাৰ আকাঙ্ক্ষাই দেখা দিলে আৰু জাতীয়তাৰ ভাব জন্মিল। কলিকতা, বোম্বে, মাদ্ৰাজ আৰু আন কেইটামান কেন্দ্ৰত ৰাজনৈতিক সংগঠন গঢ়ি উঠিল। কিন্তু সৰ্বভাৰতীয় ক্ষেত্ৰত কোনো অনুষ্ঠান নথকাত ভাৰতৰ শিক্ষিত সমাজে জাতীয় মঞ্চৰ অভাৱ অনুভৱ কৰিলে। তাৰাপদ বেনাৰ্জী, সুৰেন্দ্ৰ নাথ বেনাৰ্জীয়ে কলিকতাত সৰ্ব-ভাৰতীয় সন্মিলন মতাৰ কথা ভাবিছিল। কিন্তু ই তেতিয়া কাৰ্যকৰী হ'ব পৰা নাছিল। আনফালে বৃটিছ শাসক-গোষ্ঠীৰ ভাৰতৰ প্ৰতি সহানুভূতি-শীল কোনো কোনো উদাৰ মনৰ মানুহে ভাবিবলৈ ধৰিছিল যে, ভাৰতৰ উচ্চ-শিক্ষিত লোকসকলে দেশৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক অৱস্থাত সংগঠিতভাৱে তেওঁলোকৰ মতামত প্ৰকাশ কৰিবলৈ সুবিধা পাব লাগে। তেওঁলোকৰ মনত এই ভাবো আছিল যে, ভাৰতত বৃটিছৰ দীৰ্ঘ-ম্যাদী স্বাৰ্থৰ কাৰণেও ইয়াৰ প্ৰয়োজন আছে। হিউম নামেৰে এজন ইংৰাজৰ উচ্চ-পদস্থ বিষয়াই ১৮৮২ চনত অৱসৰ লোৱাৰ পিছত ভাৰতৰ উচ্চ শিক্ষিত লোকসকলৰ প্ৰতিনিধিস্থানীয় লোকসকলক লৈ এটা সৰ্বভাৰতীয় সংগঠন কৰাৰ কথা চিন্তা কৰিলে। তেওঁ ভাৰতৰ বৰলাট লৰ্ড ডাফ্‌ৰিণৰ লগত এই বিষয়ে পৰামৰ্শ কৰিলে। বৰলাট লৰ্ড ডাফ্‌ৰিণে হিউমৰ এনে উদ্যমৰ প্ৰতি সমৰ্থন জনালে। তাৰ পিছত হিউমে দেশৰ বিভিন্ন ঠাইৰ বিশিষ্ট লোকসকলৰ লগত এই বিষয়ে যোগাযোগ কৰিলে। সকলোৰে পৰা তেওঁ উৎসাহ পাই ১৮৮৫ চনৰ ডিচেম্বৰত পুণাত এখন প্ৰতিনিধিমূলক সভা পাতিবলৈ স্থিৰ কৰিলে। সেই সময়ত দুই-এজনৰ কলেৰা হোৱাত

পুণাৰ ঠাইত সভাখন বোম্বেত পাতিবলৈ লোৱা হয়। এই সভাখনেই ভাৰতীয় জাতীয় কংগ্ৰেছ হিচাপে ৰূপ ল'লে।

চহৰৰ চাৰিওফালে খ্ৰীষ্টমাছ উৎসৱৰ উলহ-মালহ! চনটো আছিল ১৮৮৫। সেই বছৰৰে ডিচেম্বৰ মাহৰ ২৮ তাৰিখে দুপৰীয়া বাৰ বজাত বোম্বে মহানগৰীৰ গকুল দাস তেজপাল সংস্কৃত কলেজৰ 'হল'ত অনুষ্ঠিত হৈছিল তিনিদিন জুৰি ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ ঐতিহাসিক প্ৰথম অধিৱেশন।

নিজ চকুৰে দেখা এজন এংল' ইণ্ডিয়ানে সেই সভাত গোট খোৱা লোকসকলৰ বৰ্ণনা দি যি লিখিছিল তাৰপৰা সভাখনৰ সৰ্বভাৰতীয় মূৰ্তি পৰিষ্কাৰকৈ ফুটি ওলাইছে: "সেই সভালৈ মাদ্ৰাজৰ পৰা প্ৰতিনিধিসকল আহিছিল। তেওঁলোকৰ কেইজনমানৰ মূৰত বগা পাগুৰি আছিল। সেই শুধ বগা পাগুৰিয়ে তেওঁলোকৰ ক'লা বৰণীয়া মুখ আৰু ক'লা কৰি তুলিছিল। মাদ্ৰাজৰে পৰা অহা আন কেইগৰাকীমানৰ মূৰত আকৌ পাগুৰি আৰু ভৰিতো জোতা নাছিল। তেওঁলোকে কাপোৰ পিন্ধিছিল বৰ কমকৈ। তেওঁলোকৰ শৰীৰৰ কঁকালৰ পৰা ওপৰছোৱা কেৱল এখন পাতল মখমল চাদৰেৰে আংশিকভাৱে ঢকা আছিল। কিন্তু এই কথা ভালদৰে বুজিব পাৰি যে, য'ৰ পৰা তেওঁলোক প্ৰতিনিধি নিৰ্বাচিত হৈ আহিছে, সেই চহৰখনৰ তেওঁলোকেই গণ্যমান্য আৰু নেতৃস্থানীয় লোক। গতিকে ধৰি লোৱা টান নহয় যে, তেওঁলোক উপযুক্তভাৱে শিক্ষিত লোক। তেওঁলোকে নিজস্ব জাতীয় সাজ-পাৰ আৰু আচৰণ এৰিব খোজা নাছিল। এই পোছাক-পৰিচ্ছদ সম্পৰ্কীয় কথাত, বঙ্গদেশৰপৰা অহা প্ৰতিনিধিসকলৰ লগত তেওঁলোকৰ বিশেষ পাৰ্থক্য দেখা গৈছিল। বঙ্গদেশৰ পৰা অহা প্ৰতিনিধিসকলৰ ভিতৰৰ কেইজনমানে সম্পূৰ্ণ য়ুৰোপীয় ধৰণে সাজ-পাৰ কৰিছিল আৰু বাকী কেইজনমানে মূৰত এক বিশেষ ধৰণৰ টুপি পিন্ধিছিল। তেওঁলোকক বঙালী বাবু বুলি সহজেই অনুমান কৰিব পাৰি। তেওঁলোকৰ কোনেও দক্ষিণ ভাৰতৰপৰা অহাসকলৰ দৰে কাণত সোণৰ বা হীৰাৰ কেৰু পিন্ধা নাছিল। তেওঁলোকৰ কপালো দক্ষিণ ভাৰতৰপৰা অহা গোড়া, নৈষ্ঠিক আৰু ৰক্ষণশীলসকলৰ দৰে ভস্ম বা চন্দনৰ প্ৰলেপেৰে শোভিত নাছিল।

"সেই সভালৈ দিল্লী, আগ্ৰা, লক্ষ্ণৌ, বেনাৰস আদি ঠাইৰ পৰাও হিন্দুস্থানী প্ৰতিনিধিসকল আহিছিল। তেওঁলোকৰ ভিতৰৰ কেইজনমানে মিহি মখমল কাপোৰেৰে তৈয়াৰী পোছাক আৰু টুপি পিন্ধিছিল। আনহাতে উত্তৰ-পশ্চিম ভাৰতৰপৰা অহা প্ৰতিনিধিসকল আছিল মুখ-পাখ, শকত আৱত, ডাঙৰ-দীঘল হাত-ভৰিৰে, ডাড়ি থকা লোক। তেওঁলোকৰ গাত আছিল ৰং-বিৰঙৰ হলৌ চোলা। তেওঁলোকৰ মূৰত শিখ সৈন্যসকলৰ নিচিনা পাগুৰি আছিল। কৰাচীৰ পৰাও বিশিষ্ট সিন্ধি প্ৰতিনিধিসকল সেই সভালৈ আহিছিল। তেওঁলোকে মূৰত থিয় জঁটা থকা পাগুৰি মাৰিছিল। এই আচৰিত সান-মিহলি দলটোত গুজৰাটৰ জনাজাত ব্যৱসায়ী, গাড়ীৰ চকাৰ দৰে পাগুৰি মৰা মাৰাঠী আৰু পাৰ্চী প্ৰতিনিধিসকলো আছিল। এই সকলো মানুহ একেটা হলতে গোট খাইছিল। তেওঁলোকৰ পোছাক-পৰিচ্ছদ আৰু গাৰ বৰণ বিভিন্ন প্ৰকাৰৰ আছিল। ইমান বেছি ধৰণৰ বিভিন্নতাৰ একেলগে একে ঠাইতে এইদৰে সমাবেশ ঘটা কদাচিৎহে দেখা যায়। তেওঁলোকৰ ভিতৰত বহুসংখ্যক আছিল আইন ব্যৱসায়ী। যথেষ্ট সংখ্যক সাংবাদিকো তাত আছিল।

"এটা ৰাজনৈতিক আকাঙ্ক্ষা আগত ৰাখি পৰস্পৰৰ মাজত স্বাৰ্থৰ সংঘাতৰ সম্ভাৱনা নথকা উমৈহতীয়া এটা উদ্দেশ্যৰ কাৰণে, তেওঁলোক সকলোৱে একেলগে কাম কৰিবলৈ ওলাইছে। সেই সভাৰ কথা-বাৰ্তা, আলোচনা-বিলোচনাৰ পৰা এনে মনোভাৱ প্ৰকাশ পাইছিল। আগতে কাগজে-পত্ৰই নামটোহে কেৱল শুনা, ৰাইজৰ মঙ্গলৰ হকে কাম কৰা সৎ আৰু নিঃস্বাৰ্থ কৰ্মীসকলক সেই সভাত সোঁ-শৰীৰে চকুৰ আগতে দেখি বহুতৰে উৎসাহৰ অন্ত নাছিল। তেওঁলোকৰ ভাষণ সেইসকলৰ প্ৰশংসাৰে মুখৰ হৈ উঠিছিল।"

কংগ্ৰেছৰ প্ৰথম অধিৱেশনত প্ৰায় এশজন লোকে যোগদান কৰিছিল। বোম্বে প্ৰেছিডেন্সীৰ পৰা অহাসকলেই সংখ্যাত আটাইতকৈ সৰহ—মুঠ আঠত্ৰিশজন। তেওঁলোক পৃথক ছটা কেন্দ্ৰৰ পৰা আহিছিল। মাদ্ৰাজ প্ৰেছিডেন্সীয়ে তেৰটা কেন্দ্ৰৰ পৰা একৈশজন প্ৰতিনিধি পঠাইছিল। বঙ্গদেশে কেৱল তিনিজন প্ৰতিনিধি পঠাইছিল। সেই তিনিওজনেই আহিছিল কলিকতাৰ পৰা। উত্তৰ ভাৰতৰ চাৰিখন চহৰ, উত্তৰ-পশ্চিম ভাৰত আৰু অযোধ্যাৰ পৰা সাতজন প্ৰতিনিধি আহিছিল। পঞ্জাৱৰ তিনিখন চহৰৰ পৰা তিনিজন প্ৰতিনিধি আহিছিল।

ভাৰতীয় জাতীয় কংগ্রেছ মহাসভাৰ প্ৰথম অধিৱেশনৰ ৰিপোৰ্টত আছে : "এইদৰে ভাৰতৰ সকলো অঞ্চলৰে প্ৰতিনিধিয়েই কেৱল নহয়, প্ৰায় সকলো শ্ৰেণীৰে প্ৰতিনিধি ইয়াত আছিল। তেওঁলোকৰ ভিতৰত আছিল বাৰিষ্টাৰ, চলিচিটৰ, উকিল, ডাঙৰ বেপাৰী, মাটিৰ মালিক, বেঙ্কত কাম কৰা লোক, চিকিৎসক, কাগজৰ সম্পাদক আৰু মালিকসকল, বে-চৰকাৰী কলেজৰ প্ৰিন্সিপাল আৰু প্ৰফেছৰসকল, স্কুলৰ শিক্ষক, ধৰ্মগুৰু, সমাজ-সংস্কাৰকসকল, লেজিছলেটিভ কাউন্সিলৰ সভ্যসকল, মিউনিচিপেলিটী আৰু লোকেল বৰ্ডৰ চেয়াৰমেন আৰু সদস্যসকল। এনে সীমাবদ্ধ এটা সংখ্যাৰ ভিতৰত সমগ্ৰ দেশৰে প্ৰতিনিধিত্ব কৰা এটা দলৰ সমাবেশ এই কংগ্ৰেছ অধিৱেশনৰ বাহিৰে আন ঠাইত ঘটাৰ কথা কল্পনা কৰিব নোৱাৰি। কেইজনমান ওখ খাপৰ বিষয়ায়ো এই সভাত যোগ দিছিল। তাৰ ভিতৰত প্ৰধানকৈ উল্লেখ কৰিবলগীয়া কেইজনমান হৈছে— ৰাণাডে, আৰ· জি· ভাণ্ডাৰকাৰ, বৈজনাথ কে. সুন্দৰমন, ৰঘুনাথ ৰাও আৰু হোৱাইট। তেওঁলোকে বিশিষ্ট অতিথি হিচাপে সভাত যোগ দিছিল ; পোন-পটীয়াকৈ আলোচনাত ভাগ লোৱা নাছিল। সাংবাদিক প্ৰতিনিধিসকলৰ ভিতৰত আছিল : 'ডিয়ন প্ৰকাশ', পুণা সাৰ্বজনিক সভাৰ তিনিমহীয়া আলোচনী 'মাৰাঠা', 'কেশৰী','নব বিভাকৰ', 'ইণ্ডিয়ান মিৰৰ', 'নাচিম', 'ইন্দুস্থানী', 'ত্ৰিবিউন', 'ইণ্ডিয়ান ইউনিয়ন', 'স্পেক্‌টেটৰ', 'ইন্দু প্ৰকাশ', 'হিন্দু' আৰু 'ক্ৰিছেণ্ট' কাগজৰ সম্পাদকসকল।

ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ ইতিহাস প্ৰসিদ্ধ এই প্ৰথম অধিৱেশনত সভাপতিত্ব কৰিছিল কলিকতাৰ বিখ্যাত বাৰিষ্টাৰ উমেশ চন্দ্ৰ বেনাৰ্জীয়ে। সভাপতি পদৰ বাবে তেওঁৰ নাম প্ৰস্তাৱ কৰিছিল অৱসৰপ্ৰাপ্ত আই· ছি· এছ বিষয়া এ· অ' হিউম নামেৰে এজন ইংৰাজে। সমৰ্থন কৰিছিল এছ· সুব্ৰামণিয়াম আয়াৰে আৰু অনুমোদন কৰিছিল কে. টি. টেলাঙে। তেওঁ সভাপতিৰ আসন গ্ৰহণ কৰাৰ কথা বৰ্ণনা কৰি এনী বেচান্তে লিখিছিল : "দেশমাতৃকাই এনেকৈ সন্মান দেখুৱা নেতৃবৰ্গৰ দীঘলীয়া শাৰীৰ প্ৰথমজন হিচাপে বেনাৰ্জীয়ে প্ৰথমখন জাতীয় সমাবেশত সভাপতিৰ আসন গ্ৰহণ কৰাটো আছিল এক গাম্ভীৰ্যপূৰ্ণ আৰু ঐতিহাসিক মুহূৰ্ত।"

ভাৰতৰ জাতীয় জীৱনত বেনাৰ্জীৰ প্ৰতিষ্ঠা, জনপ্ৰিয়তা, বিচক্ষণ বুদ্ধিমত্তা আৰু সেই যুগৰ পৰিস্থিতিত দেশৰ ৰাজনীতিত সকলো দিশৰ সামঞ্জস্য ৰাখি নেতৃত্ব

দিব পাৰিব বুলি তেওঁৰ ওপৰত থকা বিশ্বাসৰ কাৰণে এই সন্মানিত পদৰ বাবে তেওঁক নিৰ্বাচিত কৰা হৈছিল।

কলিকতাৰ সাপ্তাহিক কাকত 'Reis and Rayyet'ৰ এজন বিশেষ সম্বাদদাতাই সভাপতিৰ সম্পৰ্কে লিখিছিল: "এগৰাকী মান সৎ, অনুগত আৰু একাগ্ৰভাৱে কামত মন দিয়া প্ৰতিনিধিয়ে, এখন দীঘলীয়া টেবুলৰ চাৰিওকাষে বহি, অযথা বাক্য-ব্যয় নকৰি, প্ৰকৃত কামৰ কথা পতা এখন সভাত তেওঁ সভাপতিত্ব কৰিছিল। ধুনীয়া সুন্দৰ চেহেৰাৰে আৰু বৈ পৰা গুৰুনি ডাড়ি-কোছাৰে তেওঁ আছিল এজন ওখ-পাখ সুন্দৰ পুৰুষ। সঙ্গীত-সুলভ গলগলীয়া মাতেৰে তেওঁৰ বক্তৃতাও আছিল চমৎকাৰ, ত্ৰুটি বিহীন শুদ্ধ উচ্চাৰণৰ নমুনা। তেওঁৰ পোছাক-পৰিচ্ছদ আছিল ইংৰাজৰ দৰে। তেওঁৰ প্ৰতিটো আচৰণ, বহোতেই হওক বা থিয় দিওঁতেই হওক, অলপকৈ হাত লৰোৱাৰ পৰা মূৰটো ইফাল-সিফাল কৰালৈকে, তেওঁৰ ধৰণ-কৰণ, চাল-চলন আছিল এজন ইংৰাজৰ দৰে। মুঠতে ক'বলৈ গ'লে তেওঁ আছিল নিখুঁতভাৱে এজন ইংৰাজ। কিন্তু তেনেহ'লেও তেওঁক এজন প্ৰকৃত হিন্দুৰ দৰে দেখা গৈছিল। তেওঁৰ মাত-কথা, চাৱনি আৰু চাল-চলনত এক বিশেষ ধৰণৰ সৌষ্ঠৱ ফুটি উঠিছিল।"

সভাপতি বেনাৰ্জীয়ে কংগ্ৰেছৰ প্ৰতিনিধিত্বমূলক আৰু সাংবিধানিক চৰিত্ৰৰ ওপৰত জোৰ দি আৰু সম্ৰাটৰ প্ৰতি আনুগত্য নথকাৰ অভিযোগ খণ্ডন কৰি কৈছিল: "মোতকৈ আৰু মোৰ চাৰিওফালে বহি থকা বন্ধুসকলতকৈ ব্ৰিটিছ গৱৰ্ণমেণ্টৰ অনুগত আৰু শুভাকাঙ্ক্ষী আন কোনো হ'ব নোৱাৰে।" এই কথা কোৱাৰ লগতে বেনাৰ্জীয়ে এই মতো দৃঢ়তাৰে ঘোষণা কৰিছিল যে, ভাৰতীয় মানুহে য়ুৰোপত প্ৰচলিত গৱৰ্ণমেণ্টৰ ধাৰণা অনুসৰি শাসিত হ'বলৈ বিচৰাটো ব্ৰিটিছ গৱৰ্ণমেণ্টৰ প্ৰতি আনুগত্য নথকা নুবুজায়। কংগ্ৰেছৰ উদ্দেশ্য সম্পৰ্কে ব্যাখ্যা কৰি তেওঁ কৈছিল:

(১) সাম্ৰাজ্যৰ বিভিন্ন অংশত আমাৰ দেশৰ মঙ্গলৰ কাৰণে কাম কৰিব খোজা নিষ্ঠাবান কৰ্মীসকলৰ মাজত ব্যক্তিগত সম্পৰ্ক আৰু বন্ধুত্ব স্থাপন কৰা।

(২) দেশৰ শুভাকাঙ্ক্ষীসকলৰ ভিতৰত জাতি, বৰ্ণ আৰু আঞ্চলিকতা-বাদৰ সংস্কাৰবিলাক বন্ধুত্বপূৰ্ণ আলোচনাৰ মাজেদি নাইকিয়া কৰা আৰু জাতীয় ঐক্যৰ এই ভাববিলাক সুদৃঢ় কৰা,—যিবিলাক আমাৰ প্ৰিয় লৰ্ড ৰিপনৰ চিৰস্মৰণীয় শাসনৰ কালত দেখা দিছিল।

(৩) উপস্থিত কালত যিবিলাক বিশেষ গুৰুত্বপূৰ্ণ সামাজিক প্ৰশ্ন দেখা দিছে সেইবিলাক সম্পৰ্কে ভাৰতৰ শিক্ষিত শ্ৰেণীৰ সুচিন্তিত অভিমত-বিলাক শৃংখলাবদ্ধভাৱে সংগ্ৰহ কৰা।

(৪) আগন্তুক বাৰ মাহৰ ভিতৰত ভাৰতৰ ৰাজনীতিকসকলে ৰাজহুৱা ক্ষেত্ৰত কি প্ৰণালীৰে আৰু কোনবিলাক কাম হাতত ল'ব তাক নিৰ্ধাৰণ কৰা।

উমেশ চন্দ্ৰ বেনাৰ্জীয়ে ১৮৯২ চনত এলাহাবাদত বহা কংগ্ৰেছৰ অষ্টম অধিৱেশনত দ্বিতীয়বাৰৰ কাৰণে সভাপতিত্ব কৰিছিল। এই অধিৱেশনত তেওঁ দিয়া বক্তৃতাৰপৰা বুজা যায় যে ভাৰতীয়সকলৰ দুখৰ কথা, মনৰ কথা বুজিবলৈ চৰকাৰী-বে-চৰকাৰী ইংৰাজসকলৰ ইচ্ছা প্ৰকাশ নোহোৱাত তেওঁ কিছু ক্ষুব্ধ হৈছিল। সম্পূৰ্ণৰূপে সম্ৰাট আৰু ব্ৰিটিছ গৱৰ্ণমেণ্টৰ প্ৰতি আনুগত্য জনোৱা নেতাসকলেও কেনেকৈ বাস্তৱ ৰাজনীতিৰ ক্ষেত্ৰত, ভাৰতৰ স্বাৰ্থলৈ চাই অসন্তুষ্টি প্ৰকাশ কৰিবলগীয়া হৈছিল, তেওঁৰ বক্তৃতাৰপৰা তাৰ আভাস পোৱা যায়। তেওঁ কৈছিল: "য়ুৰোপীয়সকলে আমাৰ কথাত যোগ দিয়া নাই কাৰণেই আমাৰ কথা শুনিব নেলাগিবনে? য়ুৰোপীয়সকলে আমাক দিয়া সাহায্যৰ কাৰণে, আমি তেওঁলোকক ধন্যবাদ জনাওঁ। ই এটা বেলেগ কথা। কিন্তু প্ৰশ্ন হৈছে, কিয় আমাৰ অভিমত উপেক্ষা কৰিব? আমিয়েইহে দুখ ভোগ কৰোঁ, হুলে ক'ত বিন্ধিছে আমিয়েইহে গম পাওঁ, কিন্তু যেতিয়া আমি দুখ পাই চিঞৰি উঠোঁ তেতিয়া আমাক কোৱা হয়—'অ' আমি তোমালোকৰ কথা শুনিব নোৱাৰোঁ। তোমালোকৰ কথা তাচ্ছিল্য কৰিবৰহে যোগ্য। তোমালোকৰ আন্দোলন ঘৃণনীয় আৰু অপ্ৰয়োজনীয়। আমি তোমালোকৰ কথা নুশুনো।'

এটা সময় আছিল যেতিয়া আমি বে-চৰকাৰী য়ুৰোপীয়ানসকলৰ সহায়ত কোনো প্ৰশ্ন লৈ আলোড়ন কৰোঁ তেতিয়া গৱৰ্ণমেণ্টৰ মুখপাত্ৰসকলে আত্মম্ভৰিতাৰ ভাবত কৈছিল: "এই আলোড়ন ভাৰতৰ মানুহৰ আলোড়ন নহয়। ই কেৱল কেইজনমান অসন্তোষীয়া য়ুৰোপীয়ানে সৃষ্টি কৰা কথাহে। তেওঁলোকৰ কথা নুশুনিবা। এইটো ভাৰতৰ মানুহৰ কথা নহয়।"

আৰু এতিয়া আকৌ আমাক কোৱা হয়, "ইহঁতৰ কথা নুশুনিবা, এইটো ইহঁতৰ নিজৰ কথা, য়ুৰোপীয়ানসকলৰ কথা নহয়।"

ইংৰাজ কৰ্তৃপক্ষই ভাৰতীয় মানুহক এনেকুৱা দুমুখীয়া কথা কৈ ভুৱা

দিবলৈ চেষ্টা কৰাৰ কাৰণে ভাৰতৰ পৰা প্ৰতিনিধি দল পঠিয়াই ইংলণ্ডৰ জন-সাধাৰণক ভাৰতৰ প্ৰকৃত অৱস্থা সম্পৰ্কে অৱগত কৰাবলৈ চেষ্টা কৰা হৈছিল। উমেশ চন্দ্ৰ বেনাৰ্জী এনে প্ৰতিনিধি দলৰ সভা হৈ ইংলণ্ডলৈ গৈছিল। ভাৰতৰ অৱস্থাৰ বুজ ল'বলৈ পাৰ্লিয়ামেণ্টৰী কমিটি গঠনৰ ওপৰত আৰু বিচাৰত ভাৰতীয় ভাষা জনা মানুহেৰে গঠিত 'জুৰি' প্ৰথা প্ৰবৰ্তনৰ ওপৰত তেওঁ তাত জোৰ দিছিল। স্বাস্থ্যজনিত কাৰণত ১৯০২ চনত তেওঁ স্থায়ীভাৱে বসবাস কৰিবৰ কাৰণে ইংলণ্ডলৈ যায়। তাত তেওঁ প্ৰিভি-কাউন্সিলত ওকা-লতি কৰিবলৈ লয় আৰু জীৱনৰ শেষৰ দিনকেইটা ভাৰতৰ কাৰণে ইংলণ্ডত প্ৰচাৰ-কাৰ্য চলায়।

কলিকতাৰ এক সম্ভ্ৰান্ত, উচ্চ মধ্যবিত্ত শ্ৰেণীৰ পৰিয়ালত ১৮৪৪ চনৰ ডিচেম্বৰ মাহৰ ২৯ তাৰিখে উমেশ চন্দ্ৰ বেনাৰ্জীৰ জন্ম হয়। তেওঁৰ পিতৃৰ নাম আছিল গিৰীশ চন্দ্ৰ বেনাৰ্জী। তেওঁ এজন আইন-ব্যৱসায়ী আছিল। উমেশ চন্দ্ৰৰ মাতৃ সৰস্বতী দেৱী ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিখ্যাত জুৰিছ কন্সাল্ট (Juris Consult) পণ্ডিত জয়নাৰায়ণ তৰ্কালঙ্কাৰৰ আজোনাতিনী আছিল। উমেশ চন্দ্ৰৰ চৰিত্ৰ-গঠনত মাতৃ সৰস্বতী দেৱীৰ যথেষ্ট প্ৰভাৱ পৰিছিল।

১৮৬৪ চনত এটা বৃত্তি দি তেওঁক ইংলণ্ডলৈ পঠোৱা হৈছিল। ১৮৬৭ চনৰ জন মাহত তেওঁ 'বাৰ'ত যোগ দিয়ে। তেওঁ এজন গোড়া হিন্দু আছিল যদিও, তেওঁ তেওঁৰ পত্নীক খ্ৰীষ্টান ধৰ্ম ল'বলৈ অনুমতি দিছিল। ৰাজনীতিত তেওঁ আছিল ধীৰপন্থীসকলৰ দলত। ১৮৯৪-৯৫ চনত তেওঁ বঙ্গদেশৰ লেজিছলেটিভ কাউন্সিলত কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰতিনিধিত্ব কৰিছিল।

১৯০৬ চনত বাষষ্ঠি বছৰ বয়সত তেওঁৰ পৰলোক হয়।

# দাদাভাই নৌৰজী

(১৮২৫—১৯১৭)

উনৈশ শতিকাৰ শেহৰফালে জন্ম লোৱা ভাৰতীয় জাতীয় কংগ্ৰেছৰ কৰ্ণধাৰসকলৰ ভিতৰত পিতামহপ্ৰতিম দাদাভাই নৌৰজীৰ নামেই আমি পোন প্ৰথমতে ল'ব লাগিব। কংগ্ৰেছে জন্ম লোৱা দিনৰে পৰা দাদাভাই নৌৰজী এই অনুষ্ঠানৰ লগত বিশেষভাৱে জড়িত আছিল আৰু তাত সদায় আগভাগ লৈছিল। ১৮৮৫ চনৰ ডিচেম্বৰ মাহত জন্ম লোৱা ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাখন প্ৰথম অৱস্থাত শাসনৰ ত্ৰুটি-বিচ্যুতি গুচাবলৈ স্থাপিত হোৱা ৰাইজৰ এখন সাধাৰণ অনুষ্ঠানহে আছিল। এই কংগ্ৰেছ অনুষ্ঠানেই পিছলৈ নিশ্চিতভাৱে দেশৰ স্বাধীনতাৰ হকে কাম কৰা এখন জাতীয় অনুষ্ঠানত পৰিণত হৈছিল। দাদাভাই নৌৰজীয়ে পোন প্ৰথমৰে পৰা এই অনুষ্ঠানৰ নেতৃত্ব দিছিল। কংগ্ৰেছৰ সভাপতি পদৰ বাবে তেওঁ তিনিবাৰকৈ নিৰ্বাচিত হৈছিল। প্ৰথমবাৰ ১৮৮৬ চনত, দ্বিতীয়বাৰ ১৮৯৩ চনত আৰু তৃতীয়বাৰ ১৯০৬ চনত।

১৮৮৬ চনত কলিকতাত কংগ্ৰেছৰ দ্বিতীয় অধিৱেশন বহে। সভাপতিত্ব কৰিছিল দাদাভাই নৌৰজীয়ে। ১৮৮৫ চনত বম্বেত বহা কংগ্ৰেছৰ প্ৰথম অধিৱেশনত মাত্ৰ বাসত্তৰজন প্ৰতিনিধিয়ে যোগদান কৰিছিল যদিও কলিকতাৰ এই অধিৱেশনত প্ৰতিনিধিৰ সংখ্যা আছিল চাৰিশ চৌত্ৰিশজন।

দাদাভাই নৌৰজী সম্পৰ্কে কলিকতাৰ সাপ্তাহিক কাগজ 'Reis and Rayyet'ৰ বিশেষ সংবাদদাতাই লিখিছিল ঃ

"পকা চুলিৰে এই দেশপ্ৰেমিকজন আছিল চুটি-চাপৰ, ক্ষীণ, লাহি দেহৰ মানুহ। কিন্তু তেওঁ আছিল এজন উৎসাহী আৰু অসীম মনোবলসম্পন্ন পুৰুষ। তেওঁ কিছু পৰিমাণে পুৰণি পাৰ্ছীসকলৰ দৰে সাজ-পাৰ কৰিছিল। পায়জামা আৰু পাতল হালধীয়া ৰঙৰ পুৰণি ফেশ্যনৰ পাৰ্ছী হলো চোলা পিন্ধিছিল। তেওঁৰ মূৰত আছিল এচলীয়া গুজৰাটী টুপি।

"সভাত উত্থাপিত হোৱা প্ৰতিটো প্ৰস্তাৱৰ আলোচনাৰ শেষৰ পিনে তেওঁ অংশ-গ্ৰহণ কৰিছিল আৰু প্ৰস্তাৱটো চমুতে সামৰি মূল কথাখিনি

কৈছিল। তেওঁৰ বক্তৃতা শুৱলা আৰু অতিশয় মনোগ্ৰাহী আছিল। সেই বুঢ়া মানুহজনৰ কথাত সাধাৰণতে হাঁহিৰ বগঘৰা উথলি উঠিছিল। তেওঁৰ ভাষণ আছিল খুহুটীয়া কথা আৰু ঠাট্টা-মস্কৰাৰে ভৰা। কিন্তু তাৰ মাজতে সময়ে সময়ে আলোচনাত উত্থাপিত হোৱা বিৰোধী মতবিলাক অসাধাৰণ বাগ্মীতা আৰু চোকা মন্তব্যৰে খণ্ডন কৰি, প্ৰস্তাৱটোত য'ত যি শব্দ ব্যৱহাৰ কৰিব লাগে, সেইদৰে শব্দবিলাক বজিতা খোৱাকৈ সজাই সুন্দৰ অৰ্থপূৰ্ণ বাক্য ৰচনা কৰিছিল। তেওঁ যেতিয়া কথা কবলৈ উঠিছিল তেওঁ যে এটা খবৰৰ ভঁৰাল, সেইকথা ভালদৰে বুজা গৈছিল। তেওঁ নিজৰ যুক্তি-তৰ্কৰে, সকলো সংশয়, মতৰ পাৰ্থক্য খণ্ডন কৰি সামঞ্জস্য সাধন কৰিব পাৰিছিল।"

সেই সময়ৰ দস্তুৰ অনুসৰি দাদাভাই নৌৰজীয়ে সভাপতিৰ ভাষণত ভাৰতত বৃটিছ শাসনৰ গুণ-গৰিমা বখানিছিল আৰু দৰ্শকসকলেও হৰ্ষধ্বনি কৰি তেওঁৰ কথা সমৰ্থন কৰিছিল। কিন্তু তেওঁ কেতিয়াও ভাৰতৰ দাবী উত্থাপিত নকৰাকৈ থকা নাছিল আৰু সদায় সমুখত কংগ্ৰেছৰ পতাকাখন ওখকৈ দাঙি ধৰিছিল। সেইসময়ত ভাৰতৰ অভিযোগবিলাকৰ বিষয়ে লণ্ডনক ওৱাকিবহাল কৰি ৰখাৰ কথাত বিশেষভাৱে মন দিয়া হৈছিল।

১৮৯৩ চনৰ কংগ্ৰেছ অধিৱেশন ডিচেম্বৰ মাহত লাহোৰত অনুষ্ঠিত হৈছিল। দ্বিতীয়বাৰৰ কাৰণে সভাপতিৰ আসন শুৱনি কৰা দাদাভাই নৌৰজীৰ বম্বেৰ পৰা লাহোৰ যাত্ৰা, এটা শোভাযাত্ৰাৰ দৰে আছিল। বাটত বিভিন্ন ঠাইত মানুহে তেওঁক সম্বৰ্দ্ধনা জনাইছিল আৰু স্মাৰক-পত্ৰ দিছিল। অমৃতসৰৰ স্বৰ্ণমন্দিৰত সম্মান জনাই পৰিধান প্ৰদান কৰা হৈছিল। লণ্ডনৰ ব্ৰিটিছ পাৰ্লিয়ামেণ্টৰ আইৰিছ সদস্যসকলৰ পৰা তেওঁ এই বাণী লৈ আহিছিল: "আপুনি কংগ্ৰেছত আপোনাৰ সতীৰ্থসকলক এই কথা কবলৈ নেপাহৰিব যে, ব্ৰিটিছ পাৰ্লিয়ামেণ্টত আয়াৰলেণ্ডৰ হ'মৰুলৰ যিসকল সভ্য, তেওঁলোকৰ প্ৰতিজনেই ভাৰতীয় জনসাধাৰণৰ উদ্দেশ্যৰ পূৰ্ণ সমৰ্থক।" সেই অধিবেশনৰ সভাপতিৰ আসনৰ পৰা দাদাভাই নৌৰজীয়ে যিকেইষাৰ কথা কৈছিল, আজিও সি ভাৰতৰ অখণ্ডতা আৰু জাতীয় সংহতিৰ প্ৰেৰণাদায়ক বাণী হিচাপে স্মৰণীয় হৈ আছে। তেওঁ ঘোষণা কৰিছিল:

"আমি যেন সদায় মনত ৰাখো যে, আমি আমাৰ এইখন দেশৰ সন্তান। বাস্তৱিকতে, মই এজন ভাৰতীয়, এনে অনুপ্ৰেৰণা লৈয়ে মই সদায় কাম কৰি

আছিছো । মোৰ দেশবাসীৰ প্ৰতি মোৰ কৰ্তব্য আছে। মই হিন্দুৱেই হওঁ বা মুছলমানেই হওঁ, পাৰ্ছীয়েই হওঁ বা খ্ৰীষ্টানেই হওঁ, বা আন যি কোনো ধৰ্ম-বিশ্বাসৰ মানুহেই নহওঁ কিয়, মই হৈছো সৰ্বোপৰি এজন ভাৰতীয়, আমাৰ দেশ ভাৰতবৰ্ষ আৰু আমাৰ জাতীয়তা ভাৰতীয়।"

১৯০২ চনত দাদাভাই নৌৰজী লণ্ডনৰ 'চেণ্ট্ৰেল ফিনছবাৰী' সমষ্টিৰ পৰা ব্ৰিটিছ পাৰ্লিয়ামেণ্টৰ 'হাউছ অৱ্ কমনছ্লৈ' লিবাৰেল পাৰ্টিৰ সদস্য হিচাপে নিৰ্বাচিত হয়। এই কথাত আনন্দ প্ৰকাশ কৰি তেওঁক ১৯০৬ চনত তৃতীয়বাৰৰ কাৰণে পুনৰায় কংগ্ৰেছ সভাপতি নিৰ্বাচন কৰা হৈছিল। ভাৰতৰ অৱস্থা তেতিয়া ৰাজনৈতিকভাৱে অত্যন্ত উত্তপ্ত আছিল । ভাইছ-ৰয় আছিল লৰ্ড কাৰ্জন। তেওঁৰ আমোলতে ৰাইজৰ তীব্ৰ বিৰোধিতা সত্বেও বঙ্গদেশক দুভাগ কৰা হৈছিল। ১৯০৫ চনৰ অক্টোবৰ মাহৰ ১৬ তাৰিখে এই বিভাজন সম্পন্ন হয়। ইয়াৰ ফলত দেশত এক বিশেষ আলোড়নৰ সৃষ্টি হৈছিল । বঙ্গত বিশেষ বিক্ষোভে দেখা দিছিল । বঙ্গ-বিচ্ছেদৰ বিৰুদ্ধে আন্দোলনে তীব্ৰ ৰূপ ল'লে । চৰকাৰে আন্দোলন দমাবলৈ কঠোৰ দমননীতি ল'লে । হিন্দু-মুছলমানৰ মাজত অনৈক্য সৃষ্টি কৰিবলৈ চেষ্টা কৰা হ'ল । তেতিয়াৰে পৰা দেশত অধ্যাদেশ জাৰি কৰি শাসন চলোৱা দস্তুৰো আৰম্ভ হ'ল। আইন-শৃঙ্খলা ৰক্ষাৰ কাৰণে সামৰিক বাহিনী আৰু অতিৰিক্ত পুলিচৰ ব্যৱস্থা প্ৰৱৰ্তন কৰা হ'ল । সেই সময়তে বৰিশালত হোৱা প্ৰাদেশিক সন্মিলনখন পুলিচে বল প্ৰয়োগ কৰি ভাঙি দিছিল। ডাক্তৰ ৰাসবিহাৰী ঘোষৰ ভাষাত: "চৰকাৰে শান্তিৰক্ষা কৰিবলৈ গৈ জনসাধাৰণৰ শান্তি নষ্ট কৰিছে ।"

সভাপতিৰ আসনৰ পৰা দাদাভাই নৌৰজীয়ে শিক্ষিত ভাৰতবাসীৰ উঠি অহা শক্তিটো, নিজৰ পক্ষে নেৰাখি, বিৰোধী পক্ষত পৰিণত নকৰিবলৈ ব্ৰিটিছক সকীয়াই দিছিল। তেওঁৰ ভাষাত "এই কংগ্ৰেছে আভিজাত্য আৰু বুদ্ধিমত্তাৰ প্ৰতিনিধিত্ব কৰে। ন্যায়পৰায়ণতা আৰু উচিত বিচাৰৰ কাৰণে ইউনাইটেড কিংডমৰ যি স্বাভাৱিক অনুৰাগ আছে, তাৰ প্ৰতি থকা আমাৰ বিশ্বাস যাতে নষ্ট নহয়, তাকে আমি আশা কৰো ।" তেওঁ আৰু কৈছিল: "মই আশা কৰো, সেইদিন বেছি দূৰত নাই, যিদিনা পৃথিৱীয়ে সেই মহান দৃশ্য দেখিবলৈ পাব যে, বৃটিছৰ দৰে এটা শক্তিশালী জাতিয়ে ভাৰতবাসীক প্ৰকৃতভাৱে লগৰীয়া নাগৰিক হিচাপে ব্যৱহাৰ কৰিবলৈ লৈছে।"

ভাৰতত বৃটিছ শাসনে জীৱন আৰু সম্পত্তিৰ নিৰাপত্তা সুনিশ্চিত কৰিছে বুলি শাসকসকলৰ ফালৰপৰা গৰ্ব কৰি কোৱা হয়। দাদাভায়ে এনে দাবীৰ সমালোচনা কৰি কৈছিল, "ভাৰতত জীৱন আৰু সা-সম্পত্তিৰ নিৰাপত্তা আছে বুলি কৰা দাবী বাস্তৱ ক্ষেত্ৰত সত্য নহয়। এইটো অস্বীকাৰ নকৰো যে ভাৰতীয় মানুহে পৰস্পৰৰ হিংসা, জবৰদস্তিৰ পৰা আৰু দেশৰ দুৰ্দান্ত লোকসকলৰ পৰা নিৰাপত্তা পাইছে। কিন্তু তেওঁলোকৰ সা-সম্পত্তি ইংলণ্ডৰ গ্ৰাসৰ পৰা ৰক্ষা কৰাত কোনো নিৰাপত্তা নাই। ভাৰতৰ সম্পত্তি আৰু জীৱন নিৰাপদ নহয়। দৰাচলতে ইংলণ্ডহে সম্পূৰ্ণৰূপে নিৰাপদ আৰু সুৰক্ষিত। ইয়াৰ অৰ্থ হৈছে ভাৰতৰ পৰা সম্পত্তি লৈ যাবলৈ বা ভাৰততে ভোগ কৰিবলৈ ইংৰাজসকল সম্পূৰ্ণভাৱে নিৰাপদ। বৰ্তমান হাৰত বছৰি তিনি কোটিৰ পৰা চাৰি কোটি পাউণ্ড মূল্যৰ সম্পত্তি ভাৰতৰ পৰা ইংলণ্ডলৈ লৈ যাবলৈ তেওঁলোক সম্পূৰ্ণভাৱে নিৰাপদ। সেইকাৰণে, মই ক'ব খোজো যে, ভাৰতত সম্পত্তি আৰু জীৱনৰ নিৰাপত্তা থকা কথাষাৰ সঁচা নহয়। আনপক্ষে কোনেও স্বীকাৰ নকৰি নোৱাৰে যে ভাৰতত কোটি কোটি মানুহৰ জীৱন হৈছে অৰ্দ্ধাহাৰ, অনাহাৰ, দুৰ্ভিক্ষ আৰু মহামাৰীৰ জীৱন।"

"ভাৰতত এষাৰ কথা আছে 'মাৰিলে পিঠিতে মাৰা, কিন্তু ভাতে নেমাৰিবা।' দেশীয় স্বেচ্ছাচাৰী শাসকৰ তলত দেশবাসীয়ে যি উৎপন্ন কৰিছিল তাক নিজৰ হাতত ৰাখিব পাৰিছিল আৰু নিজে ভোগো কৰিব পাৰিছিল; যদিও, মাজে মাজে তেওঁলোকে পিঠিত চাবুকৰ কোব সহিব লগা হৈছিল। ব্ৰিটিছৰ দিনত ভাৰতৰ মানুহে শান্তি পাইছে, হিংসা, জবৰদস্তিও নোহোৱা হৈছে এই কথা সঁচা। কিন্তু তেওঁৰ উপাৰ্জনৰ ধন তেওঁৰ অজ্ঞাতসাৰে, কোনেও মন কৰিব নোৱাৰাকৈ শান্তিপূৰ্ণভাৱে লৈ যোৱা হৈছে। ভাৰতীয়সকল শান্তিত অনাহাৰে থাকে আৰু আইন-শৃঙ্খলাৰ মাজতেই তেওঁলোকে মৃত্যুবৰণ কৰে।"

সেই যুগত দাদাভাই আৰু অন্যান্য কংগ্ৰেছৰ নেতাসকলে ধীৰপন্থী ৰাজনীতিত বিশ্বাস কৰিছিল যদিও, ভাৰতীয় মানুহৰ মৰ্মবেদনা কলিজাত লাগি যোৱা ভাষাৰে প্ৰকাশ কৰিবলৈ তেওঁলোকে যে কুণ্ঠাবোধ কৰা নাছিল দাদাভাইৰ ব্যঙ্গসূচক তীব্ৰ সমালোচনাই তাৰ প্ৰমাণ দিয়ে।

দাদাভাইৰ ভাষণত বিক্ষুব্ধ হৈ কলিকতাৰ 'ইংলিছমেন' কাগজে মন্তব্য

কৰিছিল যে, আশী বছৰীয়া বুঢ়া সেই মানুহজন, কেইবাহাজাৰো মাইল দূৰৰ পৰা আহি 'স্বদেশী বৰ্জন' আৰু জাতীয় শিক্ষাৰ ধ্বনি দিয়াৰ উপৰিও স্বৰাজৰ ধ্বনি দিয়াটো এটা দুখ লগা কথা। কিন্তু সাম্ৰাজ্যবাদী কাকত 'ইংলিছমেন'ৰ কাৰণে যি আছিল দোষণীয় কথা, সি আছিল ভাৰতৰ জনসাধাৰণৰ কাৰণে এক প্ৰেৰণাদায়ক উদ্দীপ্ত ভাষণ।

১৯০৬ চনত কলিকতাত দাদাভাইৰ সভাপতিত্বত বহা কংগ্ৰেছ অধিৱেশনত তলত দিয়া প্ৰস্তাৱ চাৰিটা গৃহীত হৈছিল ঃ

(১) কংগ্ৰেছৰ অভিমত যে, স্বায়ত্ব শাসিত ব্ৰিটিছ উপনিবেশসমূহত যি পদ্ধতিৰে গৱৰ্ণমেণ্ট পৰিচালিত হৈছে, ভাৰতলৈও তেনে শাসন পদ্ধতি সম্প্ৰসাৰিত হ'ব লাগে আৰু সেই উদ্দেশ্যে অনতিবিলম্বে এইকেইটা সংস্কাৰ সাধন কৰিব লাগে।

(ক) কেৱলমাত্ৰ ইংলণ্ডত যিবিলাক পৰীক্ষা লোৱা হয়, ভাৰততো একেলগে সেই পৰীক্ষাবিলাক পাতিব লাগে। ভাৰতত চৰকাৰী উচ্চ পদবিলাক পূৰণ কৰোতে প্ৰতিযোগিতামূলক পৰীক্ষা লোৱাৰ ব্যৱস্থা হ'ব লাগে।

(খ) ভাৰত সচিবৰ কাউন্সিলত, মাদ্ৰাজ আৰু বম্বেৰ গৱৰ্ণৰৰ একজিকিউটিভ কাউন্সিলত ভাৰতীয় মানুহৰ যথেষ্ট সংখ্যক প্ৰতিনিধি ৰাখিব লাগে।

(গ) সৰ্বোচ্চ আৰু প্ৰাদেশিক লেজিচলেটিভ কাউন্সিলত প্ৰকৃতভাৱে কাৰ্যকৰী হ'ব পৰাকৈ বৰ্দ্ধিতভাৱে জনসাধাৰণৰ প্ৰতিনিধিত্বৰ ব্যৱস্থা হ'ব লাগে। দেশৰ বিত্তীয় আৰু প্ৰশাসনীয় কথাত অধিক নিয়ন্ত্ৰণৰ ক্ষমতা ভাৰতীয় মানুহক দিব লাগে।

(ঘ) লোকেল ব'ৰ্ড আৰু মিউনিচিপেলিটিবিলাকৰ ক্ষমতা বৃদ্ধি কৰিব লাগে। ইংলণ্ডত লোকেল গৱৰ্ণমেণ্ট ব'ৰ্ডে তেনে অনুষ্ঠানৰ ওপৰত যিখিনি নিয়ন্ত্ৰণ থকুৱায় তাতকৈ ভাৰতৰ এই অনুষ্ঠানবিলাকৰ ওপৰত চৰকাৰী নিয়ন্ত্ৰণ বেছি হ'ব নেলাগে।

(২) যিহেতু এই দেশৰ শাসনত জনসাধাৰণৰ কোনো মাত নাই আৰু তেওঁলোকে গৱৰ্ণমেণ্টৰ ওচৰত দাখিল কৰা প্ৰতিবেদনসমূহেও উচিত বিবেচনা নেপায়; এই কংগ্ৰেছৰ সুচিন্তিত অভিমত যে বঙ্গ প্ৰদেশখন বিভাজিত কৰাৰ প্ৰতিবাদ কৰি বঙ্গদেশত যি বৰ্জন আন্দোলন অনুষ্ঠিত হৈছে সি বৈধ।

(৩) কংগ্ৰেছে স্বদেশী আন্দোলনৰ প্ৰতি আগ্ৰহেৰে সমৰ্থন আগবঢ়ায়

আৰু দেশবাসীলৈ এই আন্দোলন কৃতকাৰ্য কৰাৰ অৰ্থে যথাসাধ্য চেষ্টা কৰিবলৈ আহ্বান জনায়। সেই উদ্দেশ্যে দেশৰ শিল্পসমূহ ৰক্ষা আৰু তাৰ উন্নতি সাধন কৰিবলৈ, স্বদেশী বস্তু উৎপাদনত জোৰ দিবলৈ আৰু কিছু ত্যাগ কৰি হ'লেও, আমদানি কৰা বস্তুতকৈ দেশত হোৱা বস্তু গ্ৰহণ কৰিবলৈ আহ্বান জনায়।

(৪) কংগ্ৰেছৰ অভিমত এই যে, দেশবাসীয়ে ছাত্ৰ-ছাত্ৰীসকলৰ কাৰণে, জাতীয় শিক্ষা-পদ্ধতি প্ৰবৰ্তনৰ প্ৰশ্ন হাতত লোৱাৰ আৰু কলা, বিজ্ঞান, প্ৰযুক্তি বিদ্যাৰ ক্ষেত্ৰত দেশৰ প্ৰয়োজন অনুসৰি, জাতীয় ভাবধাৰাৰ, জাতীয় নিয়ন্ত্ৰণ থকা শিক্ষা-পদ্ধতি সংগঠিত কৰাৰ সময় উপস্থিত হৈছে।

দেশৰ ৰাজনৈতিক আশা-আকাংক্ষা পূৰণৰ উদ্দেশ্যে তেতিয়াৰ পৰিস্থিতিত দাদাভাইৰ নেতৃত্বত কংগ্ৰেছে যি ভূমিকা লৈছিল এই প্ৰস্তাৱকেইটাৰ পৰাই তাৰ আভাস পোৱা যায়।

১৮৮১ চনতেই দাদাভায়ে ঘোষণা কৰিছিল যে, ভাৰতত ব্ৰিটিছ শাসন সদায় আৰু প্ৰতিদিনে বৃদ্ধি পাই থকা বিদেশী আক্ৰমণ আৰু ক্ৰমান্বয়ে হ'লেও দেশখনক ই সম্পূৰ্ণৰূপে ধ্বংস কৰিছে। তেওঁ দাবী কৰিছিল যে, ইংলণ্ডই ভাৰতক এইদৰে অৰ্থনৈতিকভাৱে শোষণ কৰাটো বন্ধ কৰিবই লাগিব। দাদাভাইৰ এনেবিলাক উক্তিৰ কাৰণে চৰকাৰী মহলত কেনে প্ৰতিক্ৰিয়া হৈছিল সেইটো ১৯০০ চনত ভাৰত-সচিব হেমিলটনে তেওঁক কোৱা এষাৰ কথাৰ পৰা বুজিব পাৰি। হেমিলটনে কৈছিল, "আপুনি ব্ৰিটিছ শাসনৰ সমৰ্থক বুলি ঘোষণা কৰে, কিন্তু সেই শাসন সুৰক্ষিত কৰাৰ লগত যিবিলাক কথাৰ অবিচ্ছেদ্য সম্পৰ্ক, সেইবিলাক কথা আপুনি তীব্ৰ ভাবাত নিন্দা কৰে।"

হেমিলটনে কংগ্ৰেছৰ নেতাসকলক 'ৰাজদ্ৰোহমূলক' আৰু 'ছমুখীয়া' আচৰণৰ কাৰণে দোষাৰোপ কৰিছিল। দাদাভাই নৌৰজীৰ সম্পৰ্কে তেওঁ এই মন্তব্য কৰিছিল: "আগতে দাদাভাইৰ বুদ্ধিমত্তা যিয়েই নেথাকক, ইংলণ্ডৰ বৃটিছ সমাজবাদী আৰু উগ্ৰনেতাসকলৰ লগত থাকি তেওঁৰ সেই সকলো ক্ষমতা হ্ৰাস পাইছে।" দাদাভাইৰ সম্পৰ্কে সাম্ৰাজ্যবাদী ইংৰাজৰ এনে মনোভাৱেই প্ৰমাণ কৰে যে, কেনেকৈ তেওঁ ভাৰতৰ জাতীয় স্বাৰ্থ আৰু সন্মান ৰক্ষা কৰিবলৈ তৎপৰ আছিল। তেওঁ ৰবাজৰ ধ্বনি দিয়েই

ক্ষান্ত থকা নাছিল ; স্বৰাজৰ কাৰণে ভাৰতত আৰু বিলাততো তেওঁ অবিশ্ৰান্তভাৱে কাম কৰিছিল—সেইদিনৰ পৰিস্থিতিত যিমানখিনি সম্ভৱ তিমানখিনি।

১৮২৫ চনৰ ৪ চেপ্টেম্বৰত বোম্বেৰ এটা পুৰোহিত শ্ৰেণীৰ পাৰ্ছী পৰিয়ালত দাদাভাই নৌৰজীৰ জন্ম হয়। তেওঁৰ দেউতাকৰ নাম আছিল নৌৰজী পালানজী আৰু মাকৰ নাম মানেকবাঈ। দাদাভাইৰ চৰিত্ৰ গঠনত তেওঁৰ মাক-দেউতাকৰ যথেষ্ট প্ৰভাৱ পৰিছিল।

দাদাভায়ে তেওঁৰ মাধ্যমিক শিক্ষা বম্বেৰ এলফিনষ্টন ইনষ্টিটিউচনত গ্ৰহণ কৰিছিল। তাৰ পিছত তেওঁ এলফিনষ্টন কলেজত ভৰ্তি হয়। ছাত্ৰ হিচাপে তেওঁ জাকত জিলিকা, মেধাবী আছিল।

১৮৫৫ চনৰ জুন মাহত লণ্ডনৰ Camas Firmৰ অংশীদাৰ হিচাপে ব্যৱসায় সংক্ৰান্ত কামত তেওঁ লণ্ডনলৈ গৈছিল। তাৰ চাৰি বছৰৰ পাছতে তেওঁ নিজে স্বকীয়াকৈ ব্যৱসায় প্ৰতিষ্ঠান আৰম্ভ কৰিলে। ১৮৮৬ চনত তেওঁ ইংলণ্ডলৈ গৈছিল, ইংলণ্ডৰ পাৰ্লিয়ামেণ্ট নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবৰ কাৰণে। ১৯০৭ চনত তেওঁ পুনৰ ইংলণ্ডলৈ যায়। তাত তেওঁ বৃটিছ গৱৰ্ণমেণ্টৰ হাতৰ পৰা ভাৰতৰ মুক্তিৰ দাবী উত্থাপন কৰেগৈ।

ফিৰ্দৌসীৰ 'ছাহনামা' ৱাটৰ 'Improvement of Mind', কাৰ্লাইল, মিল, আৰু হাৰ্বাৰ্টৰ লিখনীয়ে দাদাভাইৰ ওপৰত যথেষ্ট প্ৰভাৱ পেলাইছিল।

১৮৬৫ চনৰ ২৪ মাৰ্চত দাদাভায়ে উমেশ চন্দ্ৰ বেনাৰ্জীৰে সৈতে লগ লাগি 'লণ্ডন ইণ্ডিয়ান ছছাইটি' স্থাপন কৰে। দাদাভাই এই ছছাইটিৰ প্ৰথম সভাপতি আৰু উমেশ চন্দ্ৰ বেনাৰ্জী ইয়াৰ সম্পাদক নিৰ্বাচিত হৈছিল। ভাৰতৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক বিষয়ে আলোচনা কৰিবৰ কাৰণে আৰু সময়ে সময়ে উত্থাপিত হোৱা ভাৰত সম্পৰ্কীয় সকলো প্ৰশ্ন সম্পৰ্কে, ভাৰতীয় লোকৰ মনোভাব, ইংলণ্ডৰ ৰাইজক অৱগত কৰোৱাই আছিল এই ছছাইটিৰ মুখ্য উদ্দেশ্য। এই 'লণ্ডন ইণ্ডিয়ান ছছাইটি' বেছিদিন নিটিকিল। ১৮৬৬ চনত 'ইষ্ট ইণ্ডিয়া এছোছিয়েশান'ৰ লগত ই মিলি যায়।

১৮৭৪ চনত তেওঁ দেশীয় ৰাজ্য বৰোদাৰ দেৱান নিযুক্ত হয়। কিন্তু মহাৰাজাৰ লগত মতানৈক্য ঘটাত দাদাভায়ে সেই পদ ইস্তফা দিয়ে। ১৮৮৩ চনত তেওঁ 'Voice of India' নামে এখন বাতৰি কাকত উলিয়াইছিল।

১৮৭৮ চনত 'Poverty of India' নামৰ সৰু পুস্তিকা এখনো প্ৰকাশ কৰিছিল। পিছত সেইখনকে ডাঙৰ কৰি কিতাপ আকাৰে উলিয়াইছিল। কিতাপখনৰ নাম আছিল 'Poverty and Un-British Rule in India'

১৮৯৭ চনত বৃটিছ সমাজবাদী নেতা এইচ·এন· হিণ্ডমেনে দাদাভাইক তেওঁলোকৰ ধীৰপন্থী ৰাজনীতি সম্পৰ্কে অলপ বিদ্ৰূপৰ সুৰত কৈছিল, "শান্ত-শিষ্ট, ধীৰপন্থী ভদ্ৰলোকসকলে বিশেষ মনোযোগ আকৰ্ষণ কৰিব নোৱাৰে।" দাদাভায়ে তাৰ উত্তৰত কৈছিল, "আপুনি কোৱা কথাষাৰ মিছা নহয়। কিন্তু আপুনি যি কৈছে, সেইখিনি কাম ভাৰতীয়সকলে কৰিব পৰা নৌ হয় এথোন। আপুনি অৱস্থাটো উপলব্ধি কৰা উচিত······। গৱৰ্ণমেণ্টে এতিয়া দেখাদেখিকৈয়ে ৰাছিয়াৰ পদ্ধতি অনুসৰণ কৰিছে আৰু আমি অসহায়। দেশৰ জনসাধাৰণে অৱস্থাটো এতিয়াও বুজি পোৱা হোৱা নাই। 'জনবুলে' ভুকৃভুকনি বুজি নেপায়। সি কেৱল কামুৰিলেহে বুজে। পিছে আমি কামুৰিব নোৱাৰো।"

দাদাভাইক সেইদিনৰ পৰিস্থিতিলৈ চাই ধীৰপন্থী বুলি ক'ব নোৱাৰি। পিছলৈ তেওঁৰ ভাষণত তীব্ৰতা প্ৰকাশ পাইছিল। কামোৰ মাৰিব নোৱাৰিলেও বা কামুৰিব নুখুজিলেও, সন্দেহ নাই যে তেওঁ কংগ্ৰেছক সক্ৰিয় ৰাজনীতিৰ পিনে দ্ৰুত বেগে আগবঢ়াই নিবলৈ চেষ্টা কৰিছিল।

দাদাভাই নৌৰজীয়ে পঁচিশ বছৰ কাল ইংলণ্ডত থাকি, ইংলণ্ডই ভাৰতৰ প্ৰতি কৰা অন্যায়ৰ কথা ইংলণ্ডৰ মানুহক বুজাবলৈ চেষ্টা কৰিছিল। লোকমান্য বাল গঙ্গাধৰ তিলকে এই সম্পৰ্কে আলোচনা কৰি লিখিছে: "দাদাভায়ে বৰ কষ্ট কৰি খাটিছিল। তেওঁ ভাৰত-সচিব আৰু পাৰ্লিয়ামেণ্টৰ সদস্যসকলৰ লগত দেখা সাক্ষাৎ কৰি ভাৰতৰ বিষয়ে আলোচনা কৰিছিল।

যিজনা পুৰুষে সমস্ত জীৱন জুৰি ভাৰতৰ উন্নতিৰ হকে একেবাহে কাম কৰিছিল, যাৰ লিখনীয়ে কেতিয়াও বিশ্ৰাম লোৱা নাছিল, যিজনাই নিজৰ কাম আৰু কথাৰে উত্তৰ-পুৰুষৰ কাৰণে মহৎ দৃষ্টান্ত এৰি থৈ গৈছে, সেইজনা পুৰুষক কেইটামান পৃষ্ঠাৰ কেইশাৰীমান কথাৰে প্ৰকাশ কৰাটো সম্ভৱ নহয়!

১৯১৭ চনত, ৯২ বছৰ বয়সত, এইজনা অক্লান্ত দেশসেৱকে ইহলীলা সম্বৰণ কৰে।

# গোপালকৃষ্ণ গোখলে

(১৮৬৬-১৯১৫)

ভাৰতৰ ৰাজনৈতিক আকাশত একেলগে একে সময়তে দুটি উজ্জ্বল তাৰকাৰ আৱিৰ্ভাৱ হৈছিল—লোকমান্য বালগঙ্গাধৰ তিলক আৰু গোপালকৃষ্ণ গোখলে। তেওঁলোকে একে সময়তে ভাৰতৰ নেতাসকলৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ স্থান অধিকাৰ কৰি আছিল। গোখলে ১৯০৫ চনত কংগ্ৰেছৰ সভাপতি হয়। তিলকক কেইবাবাৰো এই সম্মান যচা হৈছিল যদিও, বহুত কাল কংগ্ৰেছৰ এজন সৰ্বপ্ৰধান নেতা হৈ থকা সত্বেও, তিলকে কংগ্ৰেছ সভাপতিৰ পদ গ্ৰহণ কৰা নাছিল। তিলকে হয়তো কোনো এটা পদবীৰ ব্যূহৰ ভিতৰত নিজক সীমাবদ্ধ ৰাখিব খোজা নাছিল।

দুয়োজনেই আছিল মাৰাঠী আৰু দুয়োজনৰে জন্ম কঙ্কনত। কিন্তু তেওঁলোকে জীৱনৰ বেছিখিনি সময় পুণাতে কটাইছিল। দুয়োজনেই প্ৰথমতে শিক্ষক হিচাপে তেওঁলোকৰ জীৱন আৰম্ভ কৰিছিল আৰু তাৰ পৰা পিছত ক্ৰমে ৰাজহুৱা জীৱনলৈ আহে। ৰাজনৈতিক জীৱনত কিন্তু তেওঁলোক দুজনৰ ভিতৰত বিচাৰধাৰা আৰু দৃষ্টিভঙ্গীৰ পাৰ্থক্যই দুয়োজনক দুটা শিবিৰত বিভক্ত কৰিছিল বুলি ক'ব পাৰি। ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভা সেই সময়ত নৰমপন্থী আৰু চৰমপন্থী, এই দুটা শিবিৰত বিভক্ত হয়। তেতিয়া গোখলে ধীৰপন্থী-সকলৰ আৰু তিলক উগ্ৰপন্থীসকলৰ নেতা আছিল। গোখলেৰ লগত তিলকৰ ৰাজনৈতিক ক্ষেত্ৰত মতৰ পাৰ্থক্য থাকিলেও, তেওঁলোকৰ ব্যক্তিগত জীৱনত, পৰস্পৰৰ প্ৰতি সম্মান আৰু শ্ৰদ্ধাৰ অভাৱ কেতিয়াও ঘটা নাছিল।

গোখলেৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনাই তিলকে 'কেশৰী' কাকতত লিখিছিল ঃ

"গোখলেৰ জীৱনৰ মূল উৎস হৈছে দেশৰ কাৰণে নিঃস্বাৰ্থ আত্মোৎসৰ্গৰ ভাৱ। যিসকলে জীৱনৰ সুখ-সম্ভোগ ভোগ কৰাৰ পিছত, আৰু বহুতো ধন-সম্পত্তি আৰ্জি লৈ আজৰি সময়ত ৰাজহুৱা কাম কৰিবলৈ ওলায়, তেওঁলোকৰ কথাত কোনেও বিশেষ মূল্য নিদিয়ে। কিন্তু এনে এজন পুৰুষ যেতিয়া দেখা যায়, যি জীৱনৰ আৰম্ভণিতেই সাংসাৰিক সুখ-সম্ভোগলৈ পিঠি দি, সকলো দুখ-দৈন্য, আপদ-বিপদৰ মাজতো, নিজৰ সঙ্কল্পমতে দেশসেৱাৰ ব্ৰত লয় তেওঁ আমাৰ

কৈছিল। তেওঁৰ বক্তৃতা শুৱলা আৰু অতিশয় মনোগ্ৰাহী আছিল। সেই বুঢ়া মানুহজনৰ কথাত সাধাৰণতে হাঁহিৰ ৰইবৰ 'উথলি উঠিছিল। তেওঁৰ ভাষণ আছিল খুহুটীয়া কথা আৰু ঠাট্টা-মস্কৰাৰে ভৰা। কিন্তু তাৰ মাজতে সময়ে সময়ে আলোচনাত উত্থাপিত হোৱা বিৰোধী মতবিলাক অসাধাৰণ বাগ্মীতা আৰু চোকা মন্তব্যৰে খণ্ডন কৰি, প্ৰস্তাৱটোত য'ত যি শব্দ ব্যৱহাৰ কৰিব লাগে, সেইদৰে শব্দবিলাক ৰজিতা খোৱাকৈ সজাই সুন্দৰ অৰ্থপূৰ্ণ বাক্য ৰচনা কৰিছিল। তেওঁ যেতিয়া কথা কবলৈ উঠিছিল, তেওঁ যে এটা খবৰৰ ভঁৰাল, সেইকথা ভালদৰে বুজা গৈছিল। তেওঁ নিজৰ যুক্তি-তৰ্কৰে, সকলো সংশয়, মতৰ পাৰ্থক্য খণ্ডন কৰি সামঞ্জস্য সাধন কৰিব পাৰিছিল।"

সেই সময়ৰ দস্তুৰ অনুসৰি দাদাভাই নৌৰজীয়ে সভাপতিৰ ভাষণত ভাৰতত বৃটিছ শাসনৰ গুণ-গৰিমা বখানিছিল আৰু দৰ্শকসকলেও হৰ্ষধ্বনি কৰি তেওঁৰ কথা সমৰ্থন কৰিছিল। কিন্তু তেওঁ কেতিয়াও ন্যায়তৰ দাবী উত্থাপিত নকৰাকৈ থকা নাছিল আৰু সদায় সমুখত কংগ্ৰেছৰ পতাকাখন ওখকৈ দাঙি ধৰিছিল। সেইসময়ত ভাৰতৰ অভিযোগবিলাকৰ বিষয়ে লণ্ডনক ওৱাকিবহাল কৰি ৰখাৰ কথাত বিশেষভাৱে মন দিয়া হৈছিল।

১৮৯৩ চনৰ কংগ্ৰেছ অধিৱেশন ডিচেম্বৰ মাহত লাহোৰত অনুষ্ঠিত হৈছিল। দ্বিতীয়বাৰৰ কাৰণে সভাপতিৰ আসন শুৱনি কৰা দাদাভাই নৌৰজীৰ বম্বেৰ পৰা লাহোৰ যাত্ৰা, এটা শোভাযাত্ৰাৰ দৰে আছিল। বাটত বিভিন্ন ঠাইত মানুহে তেওঁক সম্বৰ্দ্ধনা জনাইছিল আৰু স্মাৰক-পত্ৰ দিছিল। অমৃতসৰৰ স্বৰ্ণমন্দিৰত সন্মান জনাই পৰিধান প্ৰদান কৰা হৈছিল। লণ্ডনৰ ব্ৰিটিছ পাৰ্লিয়ামেণ্টৰ আইৰিছ সদস্যসকলৰ পৰা তেওঁ এই বাণী লৈ আহিছিল: "আপুনি কংগ্ৰেছত আপোনাৰ সতীৰ্থসকলক এই কথা কবলৈ নেপাহৰিব যে, ব্ৰিটিছ পাৰ্লিয়ামেণ্টত আয়াৰলেণ্ডৰ হ'মৰুলৰ যিসকল সভ্য, তেওঁলোকৰ প্ৰতিজনেই ভাৰতীয় জনসাধাৰণৰ উদ্দেশ্যৰ পূৰ্ণ সমৰ্থক।" সেই অধিৱেশনৰ সভাপতিৰ আসনৰ পৰা দাদাভাই নৌৰজীয়ে যিকেইাৰ কথা কৈছিল, আজিও সি ভাৰতৰ অখণ্ডতা আৰু জাতীয় সংহতিৰ প্ৰেৰণাদায়ক বাণী হিচাপে স্মৰণীয় হৈ আছে। তেওঁ ঘোষণা কৰিছিল:

"আমি যেন সদায় মনত ৰাখো যে, আমি আমাৰ এইখন দেশৰ সন্তান। বাস্তৱিকতে, মই এজন ভাৰতীয়, এনে অনুপ্ৰেৰণা লৈয়ে মই সদায় কাম কৰি

আহিছো । মোৰ দেশবাসীৰ প্ৰতি মোৰ কৰ্তব্য আছে। মই হিন্দুৱেই হওঁ বা মুছলমানেই হওঁ, পাৰ্ছীয়েই হওঁ বা খ্ৰীষ্টানেই হওঁ, বা আন যি কোনো ধৰ্ম-বিশ্বাসৰ মানুহেই নহওঁ কিয়, মই হৈছো সৰ্বোপৰি এজন ভাৰতীয়, আমাৰ দেশ ভাৰতবৰ্ষ আৰু আমাৰ জাতীয়তা ভাৰতীয়।"

১৯০২ চনত দাদাভাই নৌৰজী লণ্ডনৰ 'চেণ্ট্ৰেল ফিনছবাৰী' সমষ্টিৰ পৰা ব্ৰিটিছ পাৰ্লিয়ামেণ্টৰ 'হাউছ অব্ কমনছ্‌লৈ' লিবাৰেল পাৰ্টিৰ সদস্য হিচাপে নিৰ্বাচিত হয়। এই কথাত আনন্দ প্ৰকাশ কৰি তেওঁক ১৯০৬ চনত তৃতীয়বাৰৰ কাৰণে পুনৰায় কংগ্ৰেছ সভাপতি নিৰ্বাচন কৰা হৈছিল। ভাৰতৰ অৱস্থা তেতিয়া ৰাজনৈতিকভাৱে অত্যন্ত উত্তপ্ত আছিল । ভাইছ-ৰয় আছিল লৰ্ড কাৰ্জন। তেওঁৰ আমোলতে ৰাইজৰ তীব্ৰ বিৰোধিতা সত্ত্বেও বঙ্গদেশক দুভাগ কৰা হৈছিল। ১৯০৫ চনৰ অক্টোবৰ মাহৰ ১৬ তাৰিখে এই বিভাজন সম্পন্ন হয়। ইয়াৰ ফলত দেশত এক বিশেষ আলোড়নৰ সৃষ্টি হৈছিল । বঙ্গত বিশেষ বিক্ষোভে দেখা দিছিল । বঙ্গ-বিচ্ছেদৰ বিৰুদ্ধে আন্দোলনে তীব্ৰ ৰূপ ল'লে । চৰকাৰে আন্দোলন দমাবলৈ কঠোৰ দমননীতি ল'লে । হিন্দু-মুছলমানৰ মাজত অনৈক্য সৃষ্টি কৰিবলৈ চেষ্টা কৰা হ'ল । তেতিয়াৰে পৰা দেশত অধ্যাদেশ জাৰি কৰি শাসন চলোৱা দস্তুৰো আৰম্ভ হ'ল। আইন-শৃঙ্খলা ৰক্ষাৰ কাৰণে সামৰিক বাহিনী আৰু অতিৰিক্ত পুলিচৰ ব্যৱস্থা প্ৰৱৰ্তন কৰা হ'ল । সেই সময়তে বৰিশালত হোৱা প্ৰাদেশিক সন্মিলনখন পুলিচে বল প্ৰয়োগ কৰি ভাঙি দিছিল। ডাক্তৰ ৰাসবিহাৰী ঘোষৰ ভাষাত: "চৰকাৰে শান্তিৰক্ষা কৰিবলৈ গৈ জনসাধাৰণৰ শান্তি নষ্ট কৰিছে ।"

সভাপতিৰ আসনৰ পৰা দাদাভাই নৌৰজীয়ে শিক্ষিত ভাৰতবাসীৰ উঠি অহা শক্তিটো, নিজৰ পক্ষে নেৰাখি, বিৰোধী পক্ষত পৰিণত নকৰিবলৈ ব্ৰিটিছক সকীয়াই দিছিল। তেওঁৰ ভাষাত "এই কংগ্ৰেছে আভিজাত্য আৰু বুদ্ধিমত্তাৰ প্ৰতিনিধিত্ব কৰে। ন্যায়পৰায়ণতা আৰু উচিত বিচাৰৰ কাৰণে ইউনাইটেড কিংডমৰ যি স্বাভাৱিক অনুৰাগ আছে, তাৰ প্ৰতি থকা আমাৰ বিশ্বাস যাতে নষ্ট নহয়, তাকে আমি আশা কৰো ।" তেওঁ আৰু কৈছিল: "মই আশা কৰো, সেইদিন বেছি দূৰত নাই, যিদিনা পৃথিৱীয়ে সেই মহান দৃশ্য দেখিবলৈ পাব যে, বৃটিছৰ দৰে এটা শক্তিশালী জাতিয়ে ভাৰতবাসীক প্ৰকৃতভাৱে নগৰীয়া নাগৰিক হিচাপে ব্যৱহাৰ কৰিবলৈ লৈছে।"

ভাৰতত বৃটিছ শাসনে জীৱন আৰু সম্পত্তিৰ নিৰাপত্তা সুনিশ্চিত কৰিছে বুলি শাসকসকলৰ ফালৰপৰা গৰ্ব কৰি কোৱা হয়। দাদাভায়ে এনে দাবীৰ সমালোচনা কৰি কৈছিল, "ভাৰতত জীৱন আৰু সা-সম্পত্তিৰ নিৰাপত্তা আছে বুলি কৰা দাবী বাস্তৱ ক্ষেত্ৰত সত্য নহয়। এইটো অস্বীকাৰ নকৰো যে ভাৰতীয় মানুহে পৰস্পৰৰ হিংসা, জবৰদস্তিৰ পৰা আৰু দেশৰ দুৰ্দান্ত লোকসকলৰ পৰা নিৰাপত্তা পাইছে। কিন্তু তেওঁলোকৰ সা-সম্পত্তি ইংলণ্ডৰ গ্ৰাসৰ পৰা ৰক্ষা কৰাত কোনো নিৰাপত্তা নাই। ভাৰতৰ সম্পত্তি আৰু জীৱন নিৰাপদ নহয়। দৰাচলতে ইংলণ্ডহে সম্পূৰ্ণৰূপে নিৰাপদ আৰু সুৰক্ষিত। ইয়াৰ অৰ্থ হৈছে ভাৰতৰ পৰা সম্পত্তি লৈ যাবলৈ বা ভাৰতত ভোগ কৰিবলৈ ইংৰাজসকল সম্পূৰ্ণভাৱে নিৰাপদ। বৰ্তমান্ প্ৰত্যেক বছৰি তিনি কোটিৰ পৰা চাৰি কোটি পাউণ্ড মূল্যৰ সম্পত্তি ভাৰতৰ পৰা ইংলণ্ডলৈ লৈ যাবলৈ তেওঁলোক সম্পূৰ্ণভাৱে নিৰাপদ। সেইকাৰণে, মই ক'ব খোজো যে, ভাৰতত সম্পত্তি আৰু জীৱনৰ নিৰাপত্তা থকা কথাষাৰ সঁচা নহয়। আনপক্ষে কোনেও স্বীকাৰ নকৰি নোৱাৰে যে ভাৰতত কোটি কোটি মানুহৰ জীৱন হৈছে অৰ্দ্ধাহাৰ, অনাহাৰ, দুৰ্ভিক্ষ আৰু মহামাৰীৰ জীৱন।"

"ভাৰতত এষাৰ কথা আছে 'মাৰিলে পিঠিতে মাৰা, কিন্তু ভাতে নেমাৰিবা।' দেশীয় স্বেচ্ছাচাৰী শাসকৰ তলত দেশবাসীয়ে যি উৎপন্ন কৰিছিল তাক নিজৰ হাতত ৰাখিব পাৰিছিল আৰু নিজে ভোগো কৰিব পাৰিছিল; যদিও, মাজে মাজে তেওঁলোকে পিঠিত চাবুকৰ কোব সহিব লগা হৈছিল। ব্ৰিটিছৰ দিনত ভাৰতৰ মানুহে শান্তি পাইছে, হিংসা, জবৰদস্তিও নোহোৱা হৈছে এই কথা সঁচা। কিন্তু তেওঁৰ উপাৰ্জনৰ ধন তেওঁৰ অজ্ঞাতসাৰে, কোনেও মন কৰিব নোৱাৰাকৈ শান্তিপূৰ্ণভাৱে লৈ যোৱা হৈছে। ভাৰতীয়সকল শান্তিত অনাহাৰে থাকে আৰু আইন-শৃঙ্খলাৰ মাজতেই তেওঁলোকে মৃত্যুবৰণ কৰে।"

সেই যুগত দাদাভাই আৰু অন্যান্য কংগ্ৰেছৰ নেতাসকলে ধীৰপন্থী ৰাজনীতিত বিশ্বাস কৰিছিল যদিও, ভাৰতীয় মানুহৰ মৰ্মবেদনা কলিজাত লাগি যোৱা ভাষাৰে প্ৰকাশ কৰিবলৈ তেওঁলোকে যে কুণ্ঠাবোধ কৰা নাছিল দাদাভাইৰ ব্যঙ্গসূচক তীব্ৰ সমালোচনাই তাৰ প্ৰমাণ দিয়ে।

দাদাভাইৰ ভাষণত বিক্ষুব্ধ হৈ কলিকতাৰ 'ইংলিছমেন' কাগজে মন্তব্য

কৰিছিল যে, আশী বছৰীয়া বুঢ়া সেই মানুহজন, কেইবাহাজাৰো মাইল দূৰৰ পৰা আহি 'স্বদেশী বৰ্জন' আৰু জাতীয় শিক্ষাৰ ধ্বনি দিয়াৰ উপৰিও স্বৰাজৰ ধ্বনি দিয়াটো এটা দুখ লগা কথা। কিন্তু সাম্ৰাজ্যবাদী কাকত 'ইংলিছমেন'ৰ কাৰণে যি আছিল দোষণীয় কথা, সি আছিল ভাৰতৰ জনসাধাৰণৰ কাৰণে এক প্ৰেৰণাদায়ক উদ্দীপ্ত ভাষণ।

১৯০৬ চনত কলিকতাত দাদাভাইৰ সভাপতিত্বত বহা কংগ্ৰেছ অধিৱেশনত তলত দিয়া প্ৰস্তাৱ চাৰিটা গৃহীত হৈছিল ঃ

(১) কংগ্ৰেছৰ অভিমত যে, স্বায়ত্ব শাসিত ব্ৰিটিছ উপনিবেশসমূহত যি পদ্ধতিৰে গৱৰ্ণমেণ্ট পৰিচালিত হৈছে, ভাৰতলৈও তেনে শাসন পদ্ধতি সম্প্ৰসাৰিত হ'ব লাগে আৰু সেই উদ্দেশ্যে অনতিবিলম্বে এইকেইটা সংস্কাৰ সাধন কৰিব লাগে।

(ক) কেৱলমাত্ৰ ইংলণ্ডত যিবিলাক পৰীক্ষা লোৱা হয়, ভাৰততো একেলগে সেই পৰীক্ষাবিলাক পাতিব লাগে। ভাৰতত চৰকাৰী উচ্চ পদবিলাক পূৰণ কৰোতে প্ৰতিযোগিতামূলক পৰীক্ষা লোৱাৰ ব্যৱস্থা হ'ব লাগে।

(খ) ভাৰত সচিবৰ কাউন্সিলত, মাদ্ৰাজ আৰু বম্বেৰ গৱৰ্ণৰৰ একজিকিউটিভ কাউন্সিলত ভাৰতীয় মানুহৰ যথেষ্ট সংখ্যক প্ৰতিনিধি ৰাখিব লাগে।

(গ) সৰ্বোচ্চ আৰু প্ৰাদেশিক লেজিচলেটিভ কাউন্সিলত প্ৰকৃতভাৱে কাৰ্যকৰী হ'ব পৰাকৈ বৰ্দ্ধিতভাৱে জনসাধাৰণৰ প্ৰতিনিধিত্বৰ ব্যৱস্থা হ'ব লাগে। দেশৰ বিত্তীয় আৰু প্ৰশাসনীয় কথাত অধিক নিয়ন্ত্ৰণৰ ক্ষমতা ভাৰতীয় মানুহক দিব লাগে।

(ঘ) লোকেল ব'ৰ্ড আৰু মিউনিচিপেলিটিবিলাকৰ ক্ষমতা বৃদ্ধি কৰিব লাগে। ইংলণ্ডত লোকেল গৱৰ্ণমেণ্ট ব'ৰ্ডে তেনে অনুষ্ঠানৰ ওপৰত যিখিনি নিয়ন্ত্ৰণ খটুৱায় তাতকৈ ভাৰতৰ এই অনুষ্ঠানবিলাকৰ ওপৰত চৰকাৰী নিয়ন্ত্ৰণ বেছি হ'ব নেলাগে।

(২) যিহেতু এই দেশৰ শাসনত জনসাধাৰণৰ কোনো মাত নাই আৰু তেওঁলোকে গৱৰ্ণমেণ্টৰ ওচৰত দাখিল কৰা প্ৰতিবেদনসমূহেও উচিত বিবেচনা নেপায়; এই কংগ্ৰেছৰ সুচিন্তিত অভিমত যে বঙ্গ প্ৰদেশখন বিভাজিত কৰাৰ প্ৰতিবাদ কৰি বঙ্গদেশত যি বৰ্জন আন্দোলন অনুষ্ঠিত হৈছে সি বৈধ।

(৩) কংগ্ৰেছে স্বদেশী আন্দোলনৰ প্ৰতি আগ্ৰহেৰে সমৰ্থন আগবঢ়ায়

আৰু দেশবাসীলৈ এই আন্দোলন কৃতকাৰ্য কৰাৰ অৰ্থে যথাসাধ্য চেষ্টা কৰিবলৈ আহ্বান জনায়। সেই উদ্দেশ্যে দেশৰ শিল্পসমূহ ৰক্ষা আৰু তাৰ উন্নতি সাধন কৰিবলৈ, স্বদেশী বস্তু উৎপাদনত জোৰ দিবলৈ আৰু কিছু ত্যাগ কৰি হ'লেও, আমদানি কৰা বস্তুতকৈ দেশত হোৱা বস্তু গ্ৰহণ কৰিবলৈ আহ্বান জনায়।

(৪) কংগ্ৰেছৰ অভিমত এই যে, দেশবাসীয়ে ছাত্ৰ-ছাত্ৰীসকলৰ কাৰণে, জাতীয় শিক্ষা-পদ্ধতি প্ৰবৰ্তনৰ প্ৰশ্ন হাতত লোৱাৰ আৰু কলা, বিজ্ঞান, প্ৰযুক্তি বিদ্যাৰ ক্ষেত্ৰত দেশৰ প্ৰয়োজন অনুসৰি, জাতীয় ভাবধাৰাৰ, জাতীয় নিয়ন্ত্ৰণ থকা শিক্ষা-পদ্ধতি সংগঠিত কৰাৰ সময় উপস্থিত হৈছে।

দেশৰ ৰাজনৈতিক আশা-আকাংক্ষা পূৰণৰ উদ্দেশ্যে তেতিয়াৰ পৰিস্থিতিত দাদাভাইৰ নেতৃত্বত কংগ্ৰেছে যি ভূমিকা লৈছিল এই প্ৰস্তাৱকেইটাৰ পৰাই তাৰ আভাস পোৱা যায়।

১৮৮১ চনতেই দাদাভায়ে ঘোষণা কৰিছিল যে, ভাৰতত ব্ৰিটিছ শাসন সদায় আৰু প্ৰতিদিনে বৃদ্ধি পাই থকা বিদেশী আক্ৰমণ আৰু ক্ৰমান্বয়ে হ'লেও দেশখনক ই সম্পূৰ্ণৰূপে ধ্বংস কৰিছে। তেওঁ দাবী কৰিছিল যে, ইংলণ্ডই ভাৰতক এইদৰে অৰ্থনৈতিকভাৱে শোষণ কৰাটো বন্ধ কৰিবই লাগিব। দাদাভাইৰ এনেবিলাক উক্তিৰ কাৰণে চৰকাৰী মহলত কেনে প্ৰতিক্ৰিয়া হৈছিল সেইটো ১৯০০ চনত ভাৰত-সচিব হেমিলটনে তেওঁক কোৱা এষাৰ কথাৰ পৰা বুজিব পাৰি। হেমিলটনে কৈছিল, "আপুনি ব্ৰিটিছ শাসনৰ সমৰ্থক বুলি ঘোষণা কৰে, কিন্তু সেই শাসন সুৰক্ষিত কৰাৰ লগত যিবিলাক কথাৰ অবিচ্ছেদ্য সম্পৰ্ক, সেইবিলাক কথা আপুনি তীব্ৰ ভাষাত নিন্দা কৰে।"

হেমিলটনে কংগ্ৰেছৰ নেতাসকলক 'ৰাজদ্ৰোহমূলক' আৰু 'দুমুখীয়া' আচৰণৰ কাৰণে দোষাৰোপ কৰিছিল। দাদাভাই নৌৰজীৰ সম্পৰ্কে তেওঁ এই মন্তব্য কৰিছিল: "আগতে দাদাভাইৰ বুদ্ধিমত্তা যিয়েই নেথাকক, ইংলণ্ডৰ বৃটিছ সমাজবাদী আৰু উগ্ৰনেতাসকলৰ লগত থাকি তেওঁৰ সেই সকলো ক্ষমতা হ্ৰাস পাইছে।" দাদাভাইৰ সম্পৰ্কে সাম্ৰাজ্যবাদী ইংৰাজৰ এনে মনোভাবেই প্ৰমাণ কৰে যে, কেনেকৈ তেওঁ ভাৰতৰ জাতীয় স্বাৰ্থ আৰু সন্মান ৰক্ষা কৰিবলৈ তৎপৰ আছিল। তেওঁ স্বৰাজৰ ধ্বনি দিয়েই

ক্ষান্ত থকা নাছিল ; স্বৰাজৰ কাৰণে ভাৰতত আৰু বিলাতত ো তেওঁ অবিশ্ৰান্তভাৱে কাম কৰিছিল—সেইদিনৰ পৰিস্থিতিত যিমানখিনি সম্ভৱ তিমানখিনি।

১৮২৫ চনৰ ৪ চেপ্টেম্বৰত বোম্বেৰ এটা পুৰোহিত শ্ৰেণীৰ পাৰ্চী পৰিয়ালত দাদাভাই নৌৰজীৰ জন্ম হয়। তেওঁৰ দেউতাকৰ নাম আছিল নৌৰজী পালানজী আৰু মাকৰ নাম মানেকবাঈ। দাদাভাইৰ চৰিত্ৰ গঠনত তেওঁৰ মাক-দেউতাকৰ যথেষ্ট প্ৰভাৱ পৰিছিল।

দাদাভায়ে তেওঁৰ মাধ্যমিক শিক্ষা বম্বেৰ এলফিনষ্টন ইনষ্টিটিউচনত গ্ৰহণ কৰিছিল। তাৰ পিছত তেওঁ এলফিনষ্টন কলেজত ভৰ্তি হয়। ছাত্ৰ হিচাপে তেওঁ জাকত জিলিকা, মেধাবী আছিল।

১৮৫৫ চনৰ জুন মাহত লণ্ডনৰ Camas Firmৰ অংশীদাৰ হিচাপে ব্যৱসায় সংক্ৰান্ত কামত তেওঁ লণ্ডনলৈ গৈছিল। তাৰ চাৰি বছৰৰ পাছতে তেওঁ নিজে স্বকীয়াকৈ ব্যৱসায় প্ৰতিষ্ঠান আৰম্ভ কৰিলে। ১৮৮৬ চনত তেওঁ ইংলণ্ডলৈ গৈছিল, ইংলণ্ডৰ পাৰ্লিয়ামেণ্ট নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰিবৰ কাৰণে। ১৯০৭ চনত তেওঁ পুনৰ ইংলণ্ডলৈ যায়। তাত তেওঁ বৃটিছ গৱৰ্ণমেণ্টৰ হাতৰ পৰা ভাৰতৰ মুক্তিৰ দাবী উত্থাপন কৰেগৈ।

ফিৰ্দৌসীৰ 'ছাহনামা' ৱাটৰ 'Improvement of Mind', কাৰ্লাইল, মিল, আৰু হাৰ্বাৰ্টৰ লিখনীয়ে দাদাভাইৰ ওপৰত যথেষ্ট প্ৰভাৱ পেলাইছিল।

১৮৬৫ চনৰ ২৪ মাৰ্চত দাদাভায়ে উমেশ চন্দ্ৰ বেনাৰ্জীৰে সৈতে লগ লাগি 'লণ্ডন ইণ্ডিয়ান ছছাইটি' স্থাপন কৰে। দাদাভাই এই ছছাইটিৰ প্ৰথম সভাপতি আৰু উমেশ চন্দ্ৰ বেনাৰ্জী ইয়াৰ সম্পাদক নিৰ্বাচিত হৈছিল। ভাৰতৰ ৰাজনৈতিক, সামাজিক আৰু সাংস্কৃতিক বিষয়ে আলোচনা কৰিবৰ কাৰণে আৰু সময়ে সময়ে উত্থাপিত হোৱা ভাৰত সম্পৰ্কীয় সকলো প্ৰশ্ন সম্পৰ্কে, ভাৰতীয় লোকৰ মনোভাব, ইংলণ্ডৰ ৰাইজক অৱগত কৰোৱাই আছিল এই ছছাইটিৰ মুখ্য উদ্দেশ্য। এই 'লণ্ডন ইণ্ডিয়ান ছছাইটি' বেছিদিন নিটিকিল। ১৮৬৬ চনত 'ইষ্ট ইণ্ডিয়া এছোছিয়েশ্যান'ৰ লগত ই মিলি যায়।

১৮৭৪ চনত তেওঁ দেশীয় ৰাজ্য বৰোদাৰ দেৱান নিযুক্ত হয়। কিন্তু মহাৰাজাৰ লগত মতানৈক্য ঘটাত দাদাভায়ে সেই পদ ইস্তফা দিয়ে। ১৮৮৩ চনত তেওঁ 'Voice of India' নামে এখন বাতৰি কাকত উলিয়াইছিল।

১৮৭৮ চনত 'Poverty of India' নামৰ সৃক্ষ পুস্তিকা এখনো প্ৰকাশ কৰিছিল। পিছত সেইখনকে ডাঙৰ কৰি কিতাপ আকাৰে উলিয়াইছিল। কিতাপখনৰ নাম আছিল 'Povcity and Un-British Rule in India'

১৮৯৭ চনত বৃটিছ সমাজবাদী নেতা এইচ·এন· হিণ্ডমেনে দাদাভাইক তেওঁলোকৰ ধীৰপন্থী ৰাজনীতি সম্পৰ্কে অলপ বিদ্ৰূপৰ সুৰত কৈছিল, "শান্ত-শিষ্ট, ধীৰপন্থী ভদ্ৰলোকসকলে বিশেষ মনোযোগ আকৰ্ষণ কৰিব নোৱাৰে।" দাদাভায়ে তাৰ উত্তৰত কৈছিল, "আপুনি কোৱা কথাষাৰ মিছা নহয়। কিন্তু আপুনি যি কৈছে, সেইখিনি কাম ভাৰতীয়সকলে কৰিব পৰা নৌ হয় এথোন। আপুনি অৱস্থাটো উপলব্ধি কৰা উচিত……। গৱৰ্ণমেণ্টে এতিয়া দেখাদেখিকৈয়ে ৰাছিয়াৰ পদ্ধতি অনুসৰণ কৰিছে আৰু আমি অসহায়। দেশৰ জনসাধাৰণে অৱস্থাটো এতিয়াও বুজি পোৱা হোৱা নাই। 'জনবুলে' ভুকুভুকনি বুজি নেপায়। সি কেৱল কামুৰিলেহে বুজে। পিছে আমি কামুৰিব নোৱাৰো।"

দাদাভাইক সেইদিনৰ পৰিস্থিতিলৈ চাই ধীৰপন্থী বুলি ক'ব নোৱাৰি। পিছলৈ তেওঁৰ ভাষণত তীব্ৰতা প্ৰকাশ পাইছিল। কামোৰ মাৰিব নোৱাৰিলেও বা কামুৰিব খুজিলেও, সন্দেহ নাই যে তেওঁ কংগ্ৰেছক সক্ৰিয় ৰাজনীতিৰ পিনে দ্ৰুত বেগে আগবঢ়াই নিবলৈ চেষ্টা কৰিছিল।

দাদাভাই নৌৰজীয়ে পঁচিশ বছৰ কাল ইংলণ্ডত থাকি, ইংলণ্ডই ভাৰতৰ প্ৰতি কৰা অন্যায়ৰ কথা ইংলণ্ডৰ মানুহক বুজাবলৈ চেষ্টা কৰিছিল। লোকমান্য বাল গঙ্গাধৰ তিলকে এই সম্পৰ্কে আলোচনা কৰি লিখিছে: "দাদাভায়ে বৰ কষ্ট কৰি খাটিছিল। তেওঁ ভাৰত-সচিব আৰু পাৰ্লিয়ামেণ্টৰ সদস্যসকলৰ লগত দেখা সাক্ষাৎ কৰি ভাৰতৰ বিষয়ে আলোচনা কৰিছিল।

যিজনা পুৰুষে সমস্ত জীৱন জুৰি ভাৰতৰ উন্নতিৰ হকে একেৰাহে কাম কৰিছিল, যাৰ লিখনীয়ে কেতিয়াও বিশ্ৰাম লোৱা নাছিল, যিজনাই নিজৰ কাম আৰু কথাৰে উত্তৰ-পুৰুষৰ কাৰণে মহৎ দৃষ্টান্ত এৰি থৈ গৈছে, সেইজনা পুৰুষক কেইটামান পৃষ্ঠাৰ কেইশাৰীমান কথাৰে প্ৰকাশ কৰাটো সম্ভৱ নহয়!

১৯১৭ চনত, ৯২ বছৰ বয়সত, এইজনা অক্লান্ত দেশসেৱকে ইহলীলা সম্বৰণ কৰে।

# গোপালকৃষ্ণ গোখলে

(১৮৬৬-১৯১৫)

ভাৰতৰ ৰাজনৈতিক আকাশত একেলগে একে সময়তে দুটি উজ্জ্বল তাৰকাৰ আৱিৰ্ভাৱ হৈছিল—লোকমান্য বালগঙ্গাধৰ তিলক আৰু গোপালকৃষ্ণ গোখলে। তেওঁলোকে একে সময়তে ভাৰতৰ নেতাসকলৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ স্থান অধিকাৰ কৰি আছিল। গোখলে ১৯০৫ চনত কংগ্ৰেছৰ সভাপতি হয়। তিলকক কেইবাবাৰো এই সন্মান যচা হৈছিল যদিও, বহুত কাল কংগ্ৰেছৰ এজন সৰ্বপ্ৰধান নেতা হৈ থকা সত্ত্বেও, তিলকে কংগ্ৰেছ সভাপতিৰ পদ গ্ৰহণ কৰা নাছিল। তিলকে হয়তো কোনো এটা পদবীৰ বূ্যহৰ ভিতৰত নিজক সীমাবদ্ধ ৰাখিব খোজা নাছিল।

দুয়োজনেই আছিল মাৰাঠী আৰু দুয়োজনৰে জন্ম কঙ্কনত। কিন্তু তেওঁলোকে জীৱনৰ বেছিখিনি সময় পুণাতে কটাইছিল। দুয়োজনেই প্ৰথমতে শিক্ষক হিচাপে তেওঁলোকৰ জীৱন আৰম্ভ কৰিছিল আৰু তাৰ পৰা পিছত ক্ৰমে ৰাজহুৱা জীৱনলৈ আহে। ৰাজনৈতিক জীৱনত কিন্তু তেওঁলোক দুজনৰ ভিতৰত বিচাৰধাৰা আৰু দৃষ্টিভঙ্গীৰ পাৰ্থক্যই দুয়োজনক দুটা শিবিৰত বিভক্ত কৰিছিল বুলি ক'ব পাৰি। ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভা সেই সময়ত নৰমপন্থী আৰু চৰমপন্থী, এই দুটা শিবিৰত বিভক্ত হয়। তেতিয়া গোখলে ধীৰপন্থী-সকলৰ আৰু তিলক উগ্ৰপন্থীসকলৰ নেতা আছিল। গোখলেৰ লগত তিলকৰ ৰাজনৈতিক ক্ষেত্ৰত মতৰ পাৰ্থক্য থাকিলেও, তেওঁলোকৰ ব্যক্তিগত জীৱনত, পৰস্পৰৰ প্ৰতি সন্মান আৰু শ্ৰদ্ধাৰ অভাৱ কেতিয়াও ঘটা নাছিল।

গোখলেৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনাই তিলকে 'কেশৰী' কাকতত লিখিছিল :

"গোখলেৰ জীৱনৰ মূল উৎস হৈছে দেশৰ কাৰণে নিঃস্বাৰ্থ আত্মোৎসৰ্গৰ ভাব। যিসকলে জীৱনৰ সুখ-সম্ভোগ ভোগ কৰাৰ পিছত, আৰু বহুতো ধন-সম্পত্তি আৰ্জি লৈ আজৰি সময়ত ৰাজহুৱা কাম কৰিবলৈ ওলায়, তেওঁলোকৰ কথাত কোনেও বিশেষ মূল্য নিদিয়ে। কিন্তু এনে এজন পুৰুষ যেতিয়া দেখা যায়, যি জীৱনৰ আৰম্ভণিতেই সাংসাৰিক সুখ-সম্ভোগলৈ পিঠি দি, সকলো দুখ-দৈন্য, আপদ-বিপদৰ মাজতো, নিজৰ সঙ্কল্পমতে দেশসেৱাৰ ব্ৰত লয় তেওঁ আমাৰ

শ্ৰদ্ধাৰ পাত্ৰ। এনে এজন মানুহ প্ৰকৃততে ঈশ্বৰৰ আশীৰ্বাদ লাভ কৰোঁতা আৰু গোখলে আছিল এনে এজনা পুৰুষ।"

তিলক আৰু গোখলেৰ অলপ পাছতে, প্ৰায় তেওঁলোকৰ লগে লগেই বুলিব পাৰি, ভাৰতৰ ৰাজনীতিত গান্ধীজীৰ আবিৰ্ভাৱ হয়।

গান্ধীজীয়ে যেতিয়া দক্ষিণ আফ্ৰিকাত বৰ্ণ-বৈষম্যৰ বিৰুদ্ধে নিৰুপদ্ৰৱ সত্যাগ্ৰহ আৰম্ভ কৰে, সেই সময়ত তেওঁ গোখলেৰ পৰা পৰামৰ্শ আৰু প্ৰেৰণা পাইছিল। গোখলে দক্ষিণ আফ্ৰিকালৈ গৈ এই আন্দোলনৰ প্ৰতি সমৰ্থন দিছিল। গান্ধীজীয়ে গোখলেক তেওঁৰ ৰাজনৈতিক গুৰু বুলি মানিছিল। অৱশ্যে এই সম্পৰ্ক আছিল তেওঁলোকৰ ব্যক্তিগত সম্পৰ্ক। গান্ধীজীয়ে কৈছিল :

"এজন ৰাজনৈতিক কৰ্মীৰ গাত যিখিনি গুণ থকা মই বিচাৰো, গোখলেৰ জীৱনত সেই সকলোখিনি মই দেখো। স্ফটিকৰ দৰে নিৰ্মল, ভেড়াৰ দৰে শান্ত, সিংহৰ দৰে সাহসী আৰু নিজৰ সকলো ক্ষতি কৰিও সৰ্বস্ব দান কৰাৰ উদাৰতা।"

এজন লেখকে তিলক আৰু গোখলেৰ বিজনি কৰি লিখিছে :

"গোখলে হৈছে গঙ্গাৰ দৰে, য'ত ভক্তজনে পূতস্নান কৰিব পাৰে, তিলক আছিল সমুদ্ৰৰ দৰে, যাৰ গভীৰতা জুখিব নোৱাৰি আৰু ওচৰ চপাও টান।"

এয়ে আছিল আমাৰ সকলোৰে চিৰনমস্য জাতিৰ জনক গান্ধীজীৰ গুৰু গোপালকৃষ্ণ গোখলে।

বোম্বে প্ৰেছিডেন্সীৰ ৰত্নগিৰি জিলাৰ কাটলুক এখন সৰু গাঁও। সেই গাঁৱতে এটা দুখীয়া পৰিয়ালত ১৮৬৬ চনৰ ৯ মে তাৰিখে মহান দেশপ্ৰেমিক গোখলেৰ জন্ম হৈছিল। তেওঁৰ দেউতাকৰ নাম আছিল কৃষ্ণৰাও শ্ৰীধৰ গোখলে আৰু মাকৰ নাম সত্যভামা।

কৃষ্ণৰাও গোখলে নিজে দুখীয়া মানুহ আছিল যদিও তেওঁ বৰ উদাৰ মনোবৃত্তিৰ দানী পুৰুষ আছিল। দুখীয়া দুৰ্দশাগ্ৰস্তসকলৰ দুখ দেখিলে তেওঁ সহিব নোৱাৰিছিল। তেওঁলোকৰ দুখ মোচনৰ কাৰণে নিজৰ যি সামান্য আছিল, তাকে মুক্তহস্তে দান কৰি দি আনন্দ পাইছিল। ফলত তেওঁ আৰু তেওঁৰ পৰিয়ালবৰ্গই অত্যন্ত কষ্টেৰে জীৱন নিৰ্বাহ কৰিব লগাত পৰিছিল।

কৃষ্ণৰাও গোখলে এজন দুৰ্দান্ত সাহসী পুৰুষ আছিল। তেওঁক গাঁৱৰ মানুহে বাঘ নাম দিছিল। অৰ্থনৈতিক হিচাপে সা-সম্পত্তিৰ ক্ষেত্ৰত, কৃষ্ণৰাও গোখলে আৰু তেওঁৰ পূৰ্ব পুৰুষসকল সম্পূৰ্ণ নিঃস্ব আছিল। কিন্তু

তেওঁলোকৰ সততা, উদাৰতা আদি নৈতিক গুণাৱলী আৰু মহৎ চৰিত্ৰৰ কাৰণে সকলোৱে তেওঁলোকক সন্মান আৰু শ্ৰদ্ধা কৰিছিল। গোখলেৰ মাতৃ সত্যভামা অন্যান্য হিন্দু তিৰোতাৰ দৰেই এগৰাকী ধৰ্মপৰায়ণা, পতিব্ৰতা আৰু স্নেহশীলা মাতৃ আছিল। তেওঁ লিখা-পঢ়া নেজানিছিল। কাৰণ সেই কালত অতি কম হিন্দু তিৰোতাইহে লিখা-পঢ়া শিকিছিল। তেওঁৰ স্বামী কৃষ্ণৰাও গোখলেই তেওঁক লৈ গৰ্ব অনুভৱ কৰিছিল। ল'ৰা-ছোৱালীকেইটায়ো তেওঁক বৰ ভাল পাইছিল। তেওঁলোক দুখীয়া মানুহ আছিল যদিও গোপালকৃষ্ণ গোখলেই উপযুক্ত শিক্ষাই লাভ কৰিছিল। দহ বছৰমান বয়সত ককায়েক গোবিন্দ ৰাওৰে সৈতে গৈ তেওঁ কোলাপুৰৰ এখন স্কুলত ভৰ্তি হৈছিল। মহান সমাজ সংস্কাৰক ৰাণাডে তেওঁৰ সহপাঠী আছিল। স্কুলত গোখলেই পঢ়া-শুনাত বিশেষ মনোযোগ দিছিল। পঢ়া-শুনাৰ প্ৰতি তেওঁৰ এটা বিশেষ ৰাপ থকা দেখা গৈছিল। স্কুলত পঢ়ি থাকোতেই তেওঁৰ দেউতাক কৃষ্ণৰাও গোখলেৰ হঠাৎ মৃত্যু হয়। এনে অৱস্থাত দুয়োজন ককাই-ভাইৰ তিমানতে পঢ়া-শুনা শেষ হ'ব বুলি ভয় হৈছিল। কিন্তু তেওঁৰ এজন মৰমিয়াল খুৰাকৰ যত্নত, ককায়েক গোবিন্দ ৰাৱে এটা পোন্ধৰ টকীয়া চাকৰি পায়। গোবিন্দ ৰাৱে নিজে পঢ়িবলৈ বাদ দি ভায়েকক পঢ়াবলৈ লয়।

১৮৮১ চনত গোপাল কৃষ্ণই মেট্ৰিকুলেশ্যন পৰীক্ষা পাছ কৰে। তেওঁ এফ· এ· ষ্টেণ্ডাৰ্ডলৈকে কোলাপুৰৰ ৰাজাৰাম কলেজতে পঢ়িছিল। ১৮৮৪ চনত বোম্বেৰ এলফিন্‌ষ্টন কলেজৰ পৰা দ্বিতীয় বিভাগত বি· এ· পাছ কৰে আৰু আইন কলেজত ভৰ্তি হয়। কিন্তু তেওঁ আইন শিক্ষা সমাপ্ত কৰিব নোৱাৰিলে। তাৰ পিছত তেওঁ ডেকান এডুকেশ্যান ছছাইটিত আজীৱন সদস্য হিচাপে যোগ দিয়ে আৰু এই ছছাইটিৰ সভ্য হিচাপে পুণাৰ ফাৰ্গুছন কলেজত পঢাবলৈ লয়। তাত তেওঁ ইংৰাজী সাহিত্য আৰু গণিত পঢ়াইছিল। কেইবছৰমানৰ ভিতৰতে তেওঁ সেই কলেজৰ অধ্যক্ষ পদ লাভ কৰে। শিক্ষক হিচাপে তেওঁ নিজৰ কামত একাণপতীয়াকৈ লাগিছিল আৰু তাতে অন্তৰ ঢালি দিছিল। তেওঁৰ কৰ্ত্তব্যপৰায়ণতা আৰু আচৰিত স্মৰণ-শক্তি দেখি সকলোৱে তবধ মানিছিল।

কলেজৰ এই কামৰ উপৰি তেওঁ তেওঁৰ ৰাজনৈতিক গুৰু, জাষ্টিছ ৰাণাডেৰ সৈতে পুণাত কাম কৰিবলৈ লৈছিল। প্ৰথম অৱস্থাত তেওঁ

সাংবাদিকতাৰ কাম লৈছিল। তিলকৰ সম্পাদনাত ওলোৱা, মাৰাঠী সাপ্তাহিক কাকত 'মাৰাঠা'ত তেওঁ ১৮৮৬ চনৰ পৰা ১৮৮৮ চনলৈকে নিয়মীয়াকৈ প্ৰবন্ধ লিখিছিল। এই কাগজখন ৰাজনৈতিক আৰু সামাজিক সংস্কাৰমূলক কামৰ প্ৰচাৰৰ উদ্দেশ্যে প্ৰকাশ কৰা হৈছিল। ৰাণাডে প্ৰতিষ্ঠানৰ অধীনত পুণাৰ পৰা প্ৰকাশ পোৱা তিনিমহীয়া 'সাৰ্বজনিক সভা' নামৰ কাগজখনৰ তেওঁ সম্পাদক হৈছিল। লোকমান্য বাল গঙ্গাধৰ তিলকৰ উগ্ৰবাদী মতৰ লগত একমত হ'ব নোৱাৰি গোখলেই ১৮৯৫ চনত 'ৰাষ্ট্ৰভাষা সমাচাৰ' নামে এখন নতুন কাকত প্ৰকাশ কৰে।

'শুধাৰক' নামেৰে এখন এংল'-মাৰাঠী সাপ্তাহিক কাকতৰ সম্পাদনাৰ ভাৰো তেওঁৰ ওপৰতে পৰিছিল। ১৮৮৮ৰ পৰা ১৮৯৬ চনলৈকে তেওঁ সাৰ্বজনিক সভাৰ সম্পাদক আছিল। কাকতৰ সম্পাদক হিচাপে তেওঁলৈ যি সামান্য মাননী আগবঢ়োৱা হৈছিল, তাকো তেওঁ সবিনয়ে প্ৰত্যাখ্যান কৰিছিল। তেওঁ বিনা পাৰিশ্ৰমিকে কাম কৰিছিল। গোখলেৰ ৰাজনৈতিক জীৱনৰ এইদৰেই সূত্ৰপাত হয়।

এইবিলাক কামৰ লগতে চাৰি বছৰ তেওঁ বোম্বে প্ৰাদেশিক সন্মিলনৰ সম্পাদক আছিল। ১৮৮৯ চনত তেওঁ ভাৰতীয় জাতীয় কংগ্ৰেছৰ সদস্য হয়। ১৮৯৫ চনত পুণাত বহা ভাৰতীয় জাতীয় কংগ্ৰেছ মহাসভাৰ বাৰ্ষিক অধিবেশনত গোখলেক অভ্যৰ্থনা সমিতিৰ সম্পাদক পতা হৈছিল। এই কংগ্ৰেছতে গোখলে এজন উদীয়মান যুৱক বুলি জনাজাত হৈ পৰিছিল। ১৮৯৫ চনত তিলকৰে সৈতে তেওঁ কংগ্ৰেছৰ যুটীয়া সম্পাদক হয়। সেই বছৰতে তেওঁক বোম্বে বিশ্ববিদ্যালয়ৰ 'ফেলো' নিৰ্বাচিত কৰা হয়। ১৮৯৯ চনত তেওঁ বোম্বেৰ লেজিচলেটিভ কাউন্সিলৰ এজন সদস্য নিৰ্বাচিত হয়। ১৯০১ চনলৈকে তেওঁ তাৰ সভ্য হৈ আছিল।

১৯০২ চনত 'ডেকান এডুকেশ্যান ছছাইটিক দিয়া প্ৰতিশ্ৰুতি পূৰ্ণ কৰি মাহিলী ত্ৰিশ টকাৰ এটা সামান্য পেঞ্চন লৈ তেওঁ ফাৰ্গুছন কলেজৰ শিক্ষকতাৰ পদ ইস্তফা দিয়ে। তেতিয়াৰ পৰা তেওঁৰ জীৱনৰ এক নতুন অধ্যায় আৰম্ভ হয়। কলেজৰ বিদায়-সন্মিলনত নিজৰ মন্তব্য দিওঁতে তেওঁ কৈছিল:

"এই কলেজৰ কামত মোৰ নিৰাপত্তা আছে। ইয়াত মোৰ জীৱন সুনিশ্চিত আৰু সুপ্ৰতিষ্ঠিত। তথাপি বজাহ - খুৰুহাৰে উদ্বেলিত, ৰাজনৈতিক

জীৱন-সমুদ্ৰত জঁাপ দিবৰ কাৰণে মই এই পদ এৰি দিব খুজিছো। এই দেশৰ ৰাজহুৱা জীৱনত কোনো পুৰস্কাৰ নাই; আছে বহুতো অগ্নি-পৰীক্ষা! ৰাজহুৱা জীৱন কণ্টকাকীৰ্ণ! এনে জীৱন-যাপনত বহুত বিপদ-আপদ আছে। এই সকলো জানিও আমি স্থিৰ বিশ্বাস আৰু আশা লৈ নিজকে এই কামত উৎসৰ্গা কৰিব লাগিব। নিজৰ স্বাৰ্থৰ কথা নেভাবি, কৰ্তব্য কৰি যোৱাত যি আনন্দ আছে, তাতে আমি সন্তুষ্ট হ'ব লাগিব।"

সেই সময়ত ভাৰতৰ ভাইচৰয় আছিল লৰ্ড কাৰ্জন। তেওঁ গোখলেৰ উচ্চ প্ৰশংসা কৰিছিল। লৰ্ড কাৰ্জনে এঠাইত কৈছিল যে, গোখলে এজন ভাৰতীয় যাতুকৰৰ নিচিনা। ভাৰতীয় যাতুকৰে সৰু পাত্ৰ এটাত আমগুটি এটা পচাই, কেইমিনিটমানৰ ভিতৰতে এজোপা প্ৰকাণ্ড আম গছত পৰিণত কৰিব পাৰে। গোখলেও তেনেকুৱা এজন যাতুকৰ। তেওঁ যিবিলাক সমাজ-কল্যাণৰ কাম হাতত লৈছিল, সেইবিলাকৰ ততালিকে ফল পোৱা গৈছিল। চৰকাৰৰ ঘৰৰ এনে প্ৰশংসা তেওঁ পাইছিল, তেওঁৰ সমাজ কল্যাণমূলক কামৰ কাৰণে। ব্ৰিটিছ গৱৰ্ণমেণ্টে তেওঁক কেবাটাও বিশেষ উপাধিৰে বিভূষিত কৰিছিল। ১৮৯৭ চনত পুণাত দেখা দিয়া প্লেগ মহামাৰীৰ সময়ত, তেওঁ দুৰ্গতসকলৰ সেৱা-শুশ্ৰূষাত যেনেকৈ আত্মনিবেদন কৰিছিল, সেই দৃশ্য দেখি সকলো মুগ্ধ হৈছিল আৰু শ্ৰদ্ধাত তেওঁৰ ওচৰত মূৰ দোঁৱাইছিল।

গোখলেক চি· আই· ই (Companion of Indian Empire) আৰু কে· চি· আই· ই· উপাধি প্ৰদান কৰা হৈছিল। তেওঁ তাক সবিনয়ে প্ৰত্যাখ্যান কৰে এই বুলি যে, তেওঁৰ সহজ - সৰলজীৱনৰ লগত এইবিলাক খাপ নেখায়।

ভাৰতত সমাজ-কল্যাণৰ ক্ষেত্ৰত গোখলেৰ শ্ৰেষ্ঠ অৱদান হৈছে— 'ছাৰ্ভেণ্টছ অব্ ইণ্ডিয়া ছছাইটি'। ১৯০৫ চনত তেওঁ এই সংগঠন গঢ়ি তোলে। আত্মত্যাগী, সেৱাব্ৰতী কৰ্মীদল এটা উলিওৱাই আছিল, এই ছছাইটিৰ এটা মুখ্য উদ্দেশ্য। কৰ্মীসকলৰ জীৱন-ধাৰণ প্ৰণালী সুকীয়া সাঁচত গঢ় দিয়াৰ কাৰণে বিশেষ প্ৰশিক্ষণৰ ব্যৱস্থা কৰা হৈছিল। এজন নতুনকৈ অহা কৰ্মী 'ছছাইটি'ত নিৰ্দিষ্ট দিন থাকিব লাগে। তেওঁৰ ধৰণ-কৰণ আৰু চাল-চলন চাই, উপযুক্ত বুলি বিবেচিত হ'লে, ছছাইটিয়ে তেওঁক এজন ছাত্ৰ হিচাপে গ্ৰহণ কৰে। মাহে ত্ৰিশ টকাকৈ পাঁচ বছৰলৈ তেওঁক বেতন দিয়া হয়। এই ছাত্ৰজনে বছৰৰ

চাৰি মাহ পঢ়া-শুনা কৰি, ছমাহ কৰ্মক্ষেত্ৰত কাম কৰাৰ পিছতহে, বাকী দুমাহ ঘৰত কটাব পাৰিছিল। এইদৰে জাতীয় মিশ্যনেৰী হিচাপে একোজন উচ্চ খাপৰ নিঃস্বাৰ্থ কৰ্মী গঢ়ি তোলাৰ কামত 'ছাৰ্ভেণ্টছ অব্ ইণ্ডিয়া ছছাইটি'য়ে সমগ্ৰ দেশতে খ্যাতি লাভ কৰে। এই ছছাইটিৰ জৰিয়তে নিঃস্বাৰ্থভাৱে ভাৰতৰ সেৱা কৰা বিশিষ্ট কৰ্মীদল ওলাইছিল। ইয়াৰ প্ৰতিজন সদস্যই 'ছছাইটি'ত ভৰ্তি হ'বৰ সময়ত সাতটা প্ৰতিজ্ঞা ল'ব লগা হৈছিল আৰু গোটেই জীৱন তাক পালন কৰিব লাগিছিল। তাৰে এটা প্ৰতিজ্ঞা হৈছে হিন্দু-মুছলমানৰ মাজত একতা স্থাপনৰ কাৰণে কাম কৰা। এই ছছাইটিয়ে যুদ্ধ, বানপানী, দুৰ্ভিক্ষ আৰু শান্তিৰ সময়তো ভাৰতবৰ্ষৰ জনসাধাৰণৰ প্ৰতি ডাঙৰ সেৱা আগবঢ়াইছিল। ইয়াৰ মহান প্ৰতিষ্ঠাতা গোপালকৃষ্ণ গোখলেৰ ই এটা যুগমীয়া স্মৃতি-স্তম্ভ হৈ আছে।

তেওঁৰ জীৱনৰ চাল-চলন, কথা-বতৰা আৰু কাম-কাজৰ পৰা দেখা গৈছিল যে তেওঁ বিশেষ এক আধ্যাত্মিক ভাবেৰে অনুপ্ৰাণিত আছিল। তেওঁ জাতি-প্ৰথা আৰু অস্পৃশ্যতা নিন্দা কৰিছিল। বহু যুগ ধৰি আমাৰ দেশত তিৰোতাসকল যি এটা শোচনীয় অৱস্থাত আছিল তাৰ পৰা নাৰী-জাতিক উদ্ধাৰৰ কাৰণে তেওঁলোকৰ শৃঙ্খল-মোচনৰ কাৰণে গোখলেই স্ত্ৰী-শিক্ষাৰ পৃষ্ঠপোষকতা কৰিছিল।

গোখলেই দুবাৰ বিয়া কৰাইছিল। প্ৰথমগৰাকী পত্নী চিৰৰুগীয়া আছিল। তেওঁৰে অনুৰোধক্ৰমে গোখলেই দ্বিতীয়বাৰ বিয়া কৰাইছিল। এই লৈ তেওঁ কিছু লোকৰ গঞ্জনা সহিবলগীয়াও হৈছিল। দ্বিতীয় পক্ষৰপৰা এটি পুত্ৰ সন্তানৰ জন্ম হৈছিল যদিও ল'ৰাটি কেঁচুৱাতে ঢুকায়। এই হানিয়ে গোখলেৰ মনত বৰ কষ্ট দিছিল। কিন্তু তেওঁৰ জীৱনৰ আটাইতকৈ ডাঙৰ আঘাতটো আছিল তেতিয়া, যেতিয়া ১৮৯৩ চনত তেওঁৰ মাতৃ সত্যভামাৰ মৃত্যু হ'ল। গোখলে অতিশয় মাতৃভক্ত পুত্ৰ আছিল। মাকে যিটো কোঠাত শেষ নিশ্বাস ত্যাগ কৰিছিল সেই কোঠাত সোমাওঁতে তেওঁ সদায় মাকক স্মৰণ কৰি, প্ৰাৰ্থনা কৰিহে সোমাইছিল।

ফিৰোজশ্বাহ মেহটাই ইম্পিৰিয়েল লেজিচ্লেটিভ কাউন্সিলৰ পৰা স্বাস্থ্যজনিত কাৰণত তেওঁৰ সদস্য পদ ইস্তফা দিয়াত সেই আসনৰ বাবে গোখলে নিৰ্বাচিত হয়। তেওঁ কেবাবাৰো ইংলণ্ডলৈ যায়। ১৮৯৬-৯৭ চনত 'ডেক্কান সভা'ৰ প্ৰতিনিধি হিচাপে, 'ৰয়েল ওৱেলবি' (Royal Welby) কমিছনৰ

আগত তেওঁৰ মতামত দাঙি ধৰিবৰ কাৰণে তেওঁ প্ৰথমবাৰ ইংলণ্ডলৈ যায়। ভাৰতৰ বিত্তীয় পৰিস্থিতি সম্পৰ্কে পৰীক্ষা কৰি ৰিপোৰ্ট দিবৰ কাৰণে এই কমিছন নিয়োগ কৰা হৈছিল। সেই কমিছনৰ আগত সাক্ষী দিওঁতে, ভাৰতৰ বিত্তীয় ইতিহাসৰ তেওঁ যি অনুশীলন দাঙি ধৰিছিল, তাত কমিছনে বিশেষ গুৰুত্ব দিছিল। তেওঁ স্পষ্ট কৰি দেখুৱাইছিল যে, ভাৰতৰ ৰাজহৰ ধনৰ সৰহ ভাগ, ভাৰতৰ মঙ্গলৰ হকে খৰচ কৰা নহয় আৰু তাৰ ফলত ভাৰতৰ অতি প্ৰয়োজনীয় উন্নয়নমূলক কামবিলাক বাদ পৰি থাকে। তেওঁ পৰামৰ্শ দিছিল যে, ইম্পিৰিয়েল লেজিছলেটিভ কাউন্সিলত পাছ হোৱাৰ পাছতহে, বাজেটখন কাৰ্যকৰী কৰিব লাগে। তেওঁৰ এই দাবী পাছত পূৰণ হয়।

গোখলেই তেওঁৰ মতামত প্ৰকাশ কৰোতে এজন ধীৰপন্থী হিচাপে সদায় সংযত ভাষা প্ৰয়োগ কৰিছিল। কিন্তু তেওঁৰ বিশ্বাস মতে সত্য কথা দৃঢ়তাৰে ক'বলৈ কেতিয়াও সঙ্কোচ নকৰিছিল। গোখলেৰ মতে ভাৰতত পশ্চিমীয়া শিক্ষাৰ প্ৰৱৰ্তন জনসাধাৰণৰ কাৰণে আশীৰ্বাদস্বৰূপ আছিল। কিন্তু তেওঁ ভাবিছিল যে, ভাৰতত বৃটিছ শাসনৰ পৰিণাম সম্পূৰ্ণৰূপে ধ্বংসকাৰক হৈছে আৰু তাৰ ফলত ভীষণ দৰিদ্ৰতাই দেখা দিছে। ভাৰতত অবাধ বাণিজ্য-নীতি প্ৰৱৰ্তন কৰাৰ কাৰণে তেওঁ ইংলণ্ডক কঠোৰভাৱে সমালোচনা কৰিছিল। কিয়নো, তেওঁলোকৰ এই নীতিৰ ফলত ভাৰতত যিবিলাক কুটীৰ শিল্প আছিল, সেই সকলো ধ্বংস হৈ গৈছিল। কৃষিৰ ক্ষেত্ৰত তেওঁ যিমানদূৰ সম্ভৱ পুৰণি পদ্ধতিৰ পৰিৱৰ্তন কৰাৰ পক্ষপাতী আছিল।

পাব্লিক ছাৰ্ভিচ কমিশ্যনৰ সম্পৰ্কে আলোচনা কৰি তেওঁ কৈছিল যে সেই সময়ৰ চৰকাৰৰ ঘোষিত নীতি মতেও ভাৰতীয় মানুহে নিয়মমতে পাবলগা ১২৫ টা চাকৰিৰ ঠাইত তেওঁলোকে মাত্ৰ ১০৮ টা পাইছিল। ইয়াৰ ভিতৰতো আকৌ ৯৩ টাৰ বাছনি ভাৰত-সচিবে নিজৰ হাতত ৰাখিছিল। "ভাৰতত উচ্চ-পদবীবিলাক সদায় য়ুৰোপীয়সকলৰ হাতত থাকিব" বুলি ১৮৯৪ চনত গৱৰ্ণমেণ্টৰ পক্ষৰপৰা কৰা উক্তিৰ তেওঁ তীব্ৰ নিন্দা কৰে।

অৰ্দ্ধাহাৰ অনাহাৰত থকা, ৰাতিপুৱাৰেপৰা গধূলিলৈ হাড়ক মাটি তেজক পানী কৰি কাম কৰা, খাবলৈ নোপোৱা, সকলো সহি থকা, ক'তো একো মাত নথকা, সেই সাধাৰণ মানুহখিনিৰ প্ৰতি তেওঁৰ বিশেষ সহানুভূতি আছিল। এনে ৰায়তসকলৰ প্ৰশ্ন লৈ তেওঁ সাধাৰণতে, উগ্ৰ প্ৰকাশ

নকৰাকৈ কোৱা কথাৰ মাজতো তীব্ৰতা প্ৰকাশ পাইছিল। লৰ্ড কাৰ্জনৰ প্ৰতিক্ৰিয়াশীল নীতিৰ তেওঁ তীব্ৰ সমালোচনা কৰিছিল। (১) বঙ্গবিভাজন, (২) কলিকতা কৰ্পোৰেশানৰ অধিকাৰ খৰ্ব কৰা, (৩) বিশ্ববিদ্যালয়ৰ কাৰ্যদক্ষতা বঢ়োৱাৰ নামত,—চিনেটত চৰকাৰী অফিচাৰক প্ৰাধান্য দিয়াৰ ব্যৱস্থা, আৰু 'চৰকাৰী গোপন আইন'। এইবিলাকৰ তেওঁ তীব্ৰ প্ৰতিবাদ কৰিছিল। এনে প্ৰতিক্ৰিয়াশীল কামৰ কাৰণে বিতৃষ্ণা প্ৰকাশ কৰি গোখলেই কৈছিল: "মই কেৱল ইয়াকেহে ক'ব পাৰো যে, জনসাধাৰণৰ স্বাৰ্থৰ কাৰণে আমোলা-তন্ত্ৰৰ লগত সহযোগিতা কৰাৰ সকলো আশা দূৰ হ'ল। অলপতে বঙ্গদেশৰ জনসমুদ্ৰত যি ঢৌ উঠিল সেই ঢৌৱে ভাৰতৰ আন আন পাৰ-বিলাকতো মুখুন্দিওৱাকৈ নেথাকে। যেতিয়া এক বিশ্বাট জনতাই স্বতঃ-প্ৰণোদিত হৈ অভিযান কৰে,—বিশেষকৈ যেতিয়া আন্দোলন হয় অন্ধকাৰৰ পৰা পোহৰলৈ, বন্ধনৰ পৰা মুক্তিলৈ,—তেতিয়া এনে হোৱাটো অৱশ্যম্ভাৱী।"

১৯০৫ চনত বোম্বেৰ ৰাইজে তেওঁক ইংলণ্ডলৈ পঠিয়াইছিল। ভাৰতৰ জনসাধাৰণৰ আশা আকাঙ্ক্ষা আৰু ৰাজনৈতিক দাবী সম্পৰ্কে ইংলণ্ডৰ চৰকাৰ আৰু নাগৰিকসকলক অৱগত কৰোৱাই তেওঁৰ ইংলণ্ড ভ্ৰমণৰ উদ্দেশ্য আছিল। তেওঁ তাত পঞ্চাশ দিনত পঞ্চল্লিশটা বক্তৃতা দিছিল। ইয়াৰ যথেষ্ট প্ৰভাৱ পৰাও পৰিলক্ষিত হৈছিল। ১৯০৫ চনত বেনাৰসত বহা কংগ্ৰেছ অধিবেশনত সভাপতিত্ব কৰিবৰ কাৰণে তেওঁ ভাৰতলৈ ঘূৰি আহিল। সভাপতিৰ আসনৰ পৰা তেওঁ 'বিদেশী বৰ্জন' ৰাজনৈতিক অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰাত দোষ নাই বুলি কৈছিল আৰু তথ্য-পাতিৰে দেখুৱাইছিল যে, পাঁচখন গাঁৱৰ ভিতৰত চাৰিখনতে কোনো স্কুলঘৰ নাই। গাঁৱৰ আঠজন ল'ৰা-ছোৱালীৰ ভিতৰত সাতজনেই কোনো শিক্ষা ল'ব পৰা নাই:

১৯০৬ চনত গোখলে আকৌ ইংলণ্ডলৈ গৈছিল। এইবাৰ তেওঁ শাসন-সংস্কাৰৰ দাবী তুলিছিল। ভাৰত-সচিবে সেই সময়ত শাসন-সংস্কাৰৰ বাবে আঁচনি প্ৰস্তুত কৰি আছিল। গোখলেই তেওঁৰ লগত কেবাবাৰো দেখা-সাক্ষাৎ কৰিছিল। ভাৰতলৈ ঘূৰি আহি তেওঁ উত্তৰ প্ৰদেশ আৰু পঞ্জাব ভ্ৰমণ কৰিছিল। বহুতো ঠাইত আয়োজিত হোৱা সভাত বক্তৃতা দি শিক্ষিত ভাৰতীয়সকলক সজাগ কৰি তুলিবলৈ যত্ন কৰিছিল,—যাতে তেওঁলোকে দেশৰ প্ৰতি থকা তেওঁলোকৰ কৰ্তব্যৰ কথা অনুভৱ কৰে।

১৯০৭ চনত চুৰাটত বহা কংগ্ৰেছ অধিৱেশনত কংগ্ৰেছৰ উগ্ৰপন্থী আৰু ধীৰপন্থীসকলৰ মাজত দৃষ্টিভঙ্গীৰ পাৰ্থক্য হোৱাত বিভাজন হয়। তাৰ পাছত উগ্ৰপন্থীসকল কংগ্ৰেছৰ পৰা ওলাই যাব লগা হয়। তিলকৰ সাত বছৰ সশ্ৰম কাৰাদণ্ড হয়। তেওঁ ব্ৰহ্মদেশৰ মান্দালয়ত দীঘলীয়া সাত বছৰ কাৰাবাস খাটে। গোখলেই এই দুয়ো দলকে মিলাবলৈ চেষ্টা কৰিছিল। দাদাভাই নৌৰজীৰ দৰে গোখলেয়ো বৃটিছ চৰকাৰে ভাৰতৰ প্ৰতি কৰা অন্যায়ৰ সম্পৰ্কে, বৃটেইনৰ জনমত জগাই তুলিবলৈ অহোপুৰুষাৰ্থ কৰিছিল। তেওঁৰ যুক্তিপূৰ্ণ কথাবিলাকে ইংলণ্ডৰ বিভিন্ন মতাৱলম্বী লোকসকলৰ ওপৰতো যথেষ্ট প্ৰভাৱ পেলাইছিল। সাতবাৰ বিলাতলৈ গৈ তেওঁ ভাৰতৰ কাৰণে অনুকূল বতৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰিছিল।

১৯০১ চনত গোখলেৰ গুৰু, মহান নেতা ৰানাডেৰ মৃত্যু হয়। তেওঁৰ স্মৃতি-ৰক্ষাৰ কাৰণে গোখলেই পুণাত ১৯০৮ চনত 'ৰাণাডে ইনষ্টিটিউট অব্ ইকনমিক্স' প্ৰতিষ্ঠা কৰে। ৰাণাডেৰ মৃত্যুত পথ-প্ৰদৰ্শক হেৰুৱাই গোখলে কিংকৰ্তব্যবিমূঢ় হৈ পৰিছিল। এই আঘাত তেওঁৰ কাৰণে ইমানেই ডাঙৰ আছিল যে তেওঁ আনকি সক্ৰিয় ৰাজনীতিৰ পৰা অৱসৰ লোৱাৰ কথাও ভাবিছিল। কিন্তু ৰাণাডেৰ অসীম দেশপ্ৰেমৰ স্মৃতিয়ে তেওঁৰ মনৰ দুৰ্বলতা গুচাই পুনৰ দেশ-সেৱাৰ ভাবত উদ্বুদ্ধ কৰি তুলিবলৈ সমৰ্থ হৈছিল।

অত্যাধিক পৰিশ্ৰমৰ ফলত বিলাতত থাকোতেই তেওঁৰ স্বাস্থ্য ভাগি পৰিছিল। ইংলণ্ডৰ বতৰে তেওঁৰ স্বাস্থ্য আৰু বেয়া কৰে বুলি ডাক্তৰসকলে তেওঁক ভাৰতলৈ উভতি আহিবলৈ পৰামৰ্শ দিছিল। কিন্তু ভাৰতলৈ আহিও তেওঁৰ স্বাস্থ্যৰ উন্নতি নহ'ল। ই ক্ৰমে বেয়াৰ পিনেহে ঢাল খালে।

এদিন 'ছাৰ্ভেন্টছ অৱ ইণ্ডিয়া ছছাইটি'য়ে আফ্ৰিকাৰ পৰা নিজ দেশলৈ উলটি অহা গান্ধীজীৰ সন্মানাৰ্থে এখন ভোজমেলৰ আয়োজন কৰিছিল। গোখলেৰ গান্ধীজীৰ প্ৰতি অসীম স্নেহ আৰু শ্ৰদ্ধা আছিল। তেৱেঁ। সেই ভোজমেললৈ, ডাক্তৰসকলে মনা কৰা সত্ত্বেও, যাবলৈ মনস্থ কৰি ঘৰৰ পৰা ওলাই কেইখোজমান গৈছিলহে মাথোন; এনেতে তেওঁ মূৰ ঘূৰাই পৰি গ'ল। সম্ভৱপৰ সকলো চিকিৎসাই হৈছিল যদিও সেই সকলো চেষ্টা ব্যৰ্থ হ'ল। তাৰ কেইদিনমানৰ পিছতে ১৯১৫ চনৰ ১৯ ফেব্ৰুৱাৰী

তাৰিখে সমগ্ৰ দেশবাসীক শোকসাগৰত ডুবাই থৈ এইজনা মহান দেশপ্ৰেমিকে ইহলোক ত্যাগ কৰি অজান ৰাজ্যলৈ গুচি গ'ল, মাত্ৰ ঊনপঞ্চাশ বছৰ বয়সতে। এৰি থৈ গ'ল তেওঁৰ অতুলনীয় দেশপ্ৰেম, বিপুল কৰ্মৰাশি আৰু এক আদৰ্শ জীৱনৰ অবিস্মৰণীয় স্মৃতি।

# এনী বেছান্ত

(১৮৪৭—১৯৩৩)

পৃথিৱীত সময়ে সময়ে এনে একোজনা পুৰুষ নাৰীয়ে জন্ম গ্ৰহণ কৰে যি তেওঁলোকৰ নতুন ভাব, নতুন আদৰ্শ, নতুন চিন্তাধাৰাৰ ঢৌৱেৰে সমাজত তোলপাৰ লগায়। হিমালয়ৰ সুউচ্চ শৃঙ্গকো চেৰাই যাব পৰা তেওঁলোকৰ উচ্চ ভাব, নিজৰাৰ স্বচ্ছ নিৰ্মল জলধাৰাৰ দৰে পবিত্ৰ তেওঁলোকৰ আদৰ্শ, কোনো বাধাই কোনো সীমাই আবদ্ধ ৰাখিব নোৱাৰা তেওঁলোকৰ ধাৰণা আৰু বিৰামহীন, বিশ্ৰামহীন কঠোৰ কৰ্মৰাজিৰে জীৱনজোৰা তেওঁলোকৰ সাধনা। এই সকলোৱে কৰি তোলে তেওঁলোকক অনন্য সাধাৰণ, মহান, যুগজয়ী আৰু চিৰস্মৰণীয়।

দৰাচলতে তেওঁলোক একো একোজন বিপ্লৱী। পুৰণি উঁৱলি যোৱা বিশ্বাস, সামাজিক কুসংস্কাৰ, পৰম্পৰা আদি ঢল-পানীৰ দৰে ভাঙি উটুৱাই দি, নতুন সামাজিক শৃঙ্খলাৰ বাবে সনাতন সত্যৰ সন্ধানত নতুন দিগন্তৰ উদ্দেশ্যে আৰম্ভ হয় তেওঁলোকৰ জীৱনৰ জয়-যাত্ৰা।

আমাৰ এইটো যুগতে জন্ম-গ্ৰহণ কৰা পূজ্যা এনী বেছান্তো আছিল এনে এগৰাকী বহুমুখী প্ৰতিভাসম্পন্না, অসামান্যা নাৰী। তেওঁ আছিল এগৰাকী য়ুৰোপীয় নাৰী। কিন্তু পিছৰ জীৱনত তেওঁ ভাৰতবৰ্ষকে নিজৰ মাতৃভূমি হিচাপে গ্ৰহণ কৰিছিল। তেওঁৰ সুদীৰ্ঘ পঁচাশী বছৰীয়া জীৱনৰ পিছৰ ছল্লিশ বছৰ অবিশ্ৰান্তভাৱে জীৱনৰ শেষদিনলৈকে ভাৰতবৰ্ষৰ মঙ্গলৰ হকে কাম কৰি জগতত তেওঁৰ নাম যুগমীয়া কৰি থৈ গৈছে।

শ্ৰীমতী বেছান্তে কৈছিল: "ভাৰত আৰু ভাৰতৰ মানুহ মোৰ নিজা, অতি ওচৰৰ যেন অনুভৱ কৰিছো। মোৰ নিজৰ জন্মস্থানতকৈয়ো কৰ্মই যিপিনেদি দুৱাৰ মুকলি কৰে, মই সেইপিনেদিয়েই সোমাই যাম।"

এনী বেছান্ত থিয়চফিষ্ট হোৱাৰ বহুত আগতেই ভাৰতৰ প্ৰতি তেওঁৰ অনুৰাগ জন্মিছিল। ১৮৮৫ চনতেই তেওঁ ল'ৰা-ছোৱালীলৈ লিখা এখন গল্পৰ কিতাপৰ প্ৰথম গল্পটোত ভাৰতবৰ্ষৰ ধুনীয়া বৰ্ণনা দিছিল। গল্পটোৰ নাম আছিল 'গঙ্গা এণ্ড দ্য ৰিভাৰ মেইড।'

১৮৯৩ চনত থিয়চফিকেল ছুচাইটিৰ আন্তঃৰাষ্ট্ৰীয় সভাপতি, আমেৰিকাৰ কৰ্ণেল হেনৰী অল্‌কটৰে সৈতে এনী বেছান্ত শ্ৰীলঙ্কালৈ আহিল। তাৰপৰা সেই বছৰৰে ১৬ নৱেম্বৰত সরু জাহাজ এখনেৰে আহি এনী বেছান্ত ভাৰত ভূমিত নামে। এই গৰাকী বহুমুখী প্ৰতিভাশালী, বিশ্ববৰেণ্যা নাৰীৰ ভাৰতত তেওঁৰ কৰ্মবহুল জীৱন আৰম্ভ হয়। ভাৰতত পদাৰ্পণ কৰাৰে পৰা তেওঁ আৰু জিৰণি ল'ব পৰা নাছিল। ভাৰতৰ ৰাজনীতি-ক্ষেত্ৰতো তেওঁ বহুত দিন নেতৃত্ব দিয়ে। ভাৰতৰ জাতীয় কংগ্ৰেছ মহাসভাৰ সভাপতিৰ আসনো তেওঁ অধিকাৰ কৰিছিল।

ত্ৰিনেভেলীত প্ৰথমে তেওঁ ৰাজহুৱা সভাত বক্তৃতা দিয়ে। তাৰ পিছত বেৰেলাৰ পৰা বাঙ্গালোৰলৈ আৰু তাৰ পৰা মাদ্ৰাজলৈ যায়। মাদ্ৰাজত কিছুদিন থকাৰ পাছত কলিকতা হৈ তেওঁ বাৰাণসীলৈ গৈছিলগৈ। বাৰাণসীত তেওঁ ডাঃ ভগৱান দাসৰ ঘৰত আছিল। ডাঃ দাস পিছলৈ তেওঁৰ এজন বিশেষ বন্ধু হৈ পৰিছিল। বাৰাণসীৰ পৰা শ্ৰীমতী বেছান্তে তেওঁৰ পুৰণি বন্ধু আৰু গুৰু প্ৰফেছৰ জ্ঞানেন্দ্ৰ চক্ৰৱৰ্ত্তীক লগ ধৰিবলৈ এলাহাবাদলৈ গৈছিল। এইদৰে তেওঁ ভাৰতৰ বহুতো ঠাই ভ্ৰমণ কৰে। এনেকৈ ঘূৰি ফুৰোতে বেনাৰস, আগ্ৰা, লাহোৰ, বোম্বে আদি চহৰৰ ঠায়ে ঠায়ে তেওঁ বহুতো বক্তৃতা দিছিল। শ্ৰীমতী বেছান্তক দেখা কৰিবলৈ আৰু তেওঁৰ বক্তৃতা শুনিবলৈ বহুতো মানুহৰ সমাগম হৈছিল।

এনীৰ দৈনন্দিন জীৱন ক্ৰমে ভাৰতীয় যোগীৰ জীৱনৰ দৰে হৈ পৰিছিল। তেওঁ গঙ্গাত গা ধুইছিল, হাতত কমণ্ডলু লৈ ফুৰিছিল আৰু ভৰিত জোতা নিপিন্ধিছিল। তেওঁ ভাৰতীয় তিৰোতাৰ দৰে সাজ-পাৰ কৰিছিল। হিন্দুৰ নিয়মমতে আহাৰ গ্ৰহণ কৰিছিল। হিন্দুসকলৰ পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ নিয়ম সম্পূৰ্ণভাৱে মানিছিল আৰু পূজা কৰিছিল। দক্ষিণ ভাৰতত ভ্ৰমণ কৰাৰ সময়ত তেওঁ তাৰ শিৱ মন্দিৰবিলাক দৰ্শন কৰি ঘূৰি ফুৰিছিল। এনে অৱস্থাত এনীয়ে তেওঁৰ ধৰ্ম সলনি কৰিলেনেকি বুলি প্ৰশ্ন হ'বলৈ ধৰিলে। কিন্তু এনীয়ে হিন্দু ধৰ্ম গ্ৰহণ কৰা বুলি ওলোৱা কথাটো সত্য নাছিল। এনীয়ে উপলব্ধি কৰিছিল যে, থিয়চফিৰ সম্পূৰ্ণ প্ৰকাশ বেদ আৰু উপনিষদত দেখা যায়। তেওঁ প্ৰকাশ্যে কৈছিল যে পুৰণি ভাৰতৰ দাপোণতহে তেওঁ হিন্দু, কিন্তু বৰ্ত্তমানৰ দূষিত অৱস্থাত নহয়।

ভাৰতত তেওঁৰ প্ৰধান ৰাপ হ'ল ধৰ্ম। নানা ধৰণৰ কৰ্ম-ব্যস্ততাৰ মাজতো শ্ৰীমতী বেছান্তে সংস্কৃত শিক্ষা কৰিছিল। অলপ দিনৰ ভিতৰতে তেওঁ মূল গীতা আৰু উপনিষদ পঢ়িব পৰা হৈছিল। ডাঃ ভগৱান দাসৰ সহায়ত তেওঁ ধৰ্ম সম্পৰ্কীয় পাঠ্য-পুস্তক লিখিছিল। এটা কথা এইখিনিতে মন কৰিবলগীয়া যে, এটা সময়ত যেতিয়া ভাৰতৰ বহুতো শিক্ষিত মানুহে নিজৰ ধৰ্ম আৰু সংস্কৃতিৰ পিনে পিঠি দিছিল, তেতিয়া তেওঁ হিন্দু চিন্তাধাৰা পৃথিৱীত প্ৰচাৰ কৰাৰ চেষ্টা কৰিছিল। ১৮৯৫ চনত অষ্ট্ৰেলিয়ালৈ যাওঁতে বাটতে তেওঁ গীতাখন সহজ ইংৰাজীলৈ ভাঙনি কৰিছিল। কিতাপখনৰ নাম দিয়ে 'The Lord's Song'। তেওঁ আৰ্যসকলৰ মহত্ত্বৰ কথা লিখি সৰু সৰু কিতাপ প্ৰকাশ কৰিছিল। ভাৰতবৰ্ষৰ আধ্যাত্মিক সম্পদ পশ্চিমৰ জগতত প্ৰচাৰ কৰা কামত স্বামী বিবেকানন্দৰ দৰে এওঁৰো অৱদান আছে।

১৮৯৮ চনত শ্ৰীমতী বেছান্তে অন্যান্য ভাৰতীয়সকলেৰে সৈতে লগ লাগি বাৰাণসীত 'চেণ্ট্ৰেল হিন্দু কলেজ' স্থাপন কৰে। সেই কলেজত ধৰ্ম-শিক্ষা এটা মাই বিষয় আছিল আৰু ছাত্ৰ-ছাত্ৰীসকলক সামাজিক কাম কৰিবলৈ প্ৰশিক্ষণ দিয়া হৈছিল। পিছত এই কলেজকে কেন্দ্ৰ কৰি পণ্ডিত মদনমোহন মালব্যাই হিন্দু বিশ্ববিদ্যালয গঢ়ি তোলে। শ্ৰীমতী বেছান্তৰ ব্যক্তিত্বৰ প্ৰভাৱ আৰু যশ চাৰিওফালে বিয়পি পৰিল।

ভাৰতবৰ্ষৰ ৰাজনীতিৰ ক্ষেত্ৰত তেওঁ যোগ নিদিব বুলিয়েই স্থিৰ কৰিছিল। কিন্তু ১৯০৫ চনত বঙ্গ-বিচ্ছেদৰ বিৰুদ্ধে দেশত তুমুল আলোড়নৰ সৃষ্টি হ'ল। স্বদেশী আন্দোলনৰ ঢৌৱে আহি তেওঁকো বোবাইছিল। ছাত্ৰই সক্ৰিয় ৰাজ-নীতিত যোগ দিয়াৰ তেওঁ বিৰোধী আছিল। সেই সময়ত হিন্দু কলেজৰ বঙালী ছাত্ৰসকলে স্থদা ভৰিৰে কলেজলৈ অহাত তেওঁ নিজে কলেজৰ দুৱাৰ-মুখত থিয় দি বাধা দিছিল। এই কথাত সেই সময়ৰ স্বদেশী-ভাবত উদ্দীপিত বঙ্গদেশত এনীৰ তীব্ৰ সমালোচনাও হৈছিল। সি যি কি নহওঁক বঙ্গ-ভঙ্গ আন্দোলনৰ লগে লগে তেওঁ ক্ৰমে ভাৰতৰ ৰাজনীতিত সোমাই পৰে। গান্ধীয়ে তেওঁৰ বিষয়ে কৈছিল :

"১৮৮৮ চনত মই যেতিয়া লণ্ডনত পঢ়ি আছিলো, আন বহুতৰ দৰে ময়ো ব্ৰেড্‌লাফ আৰু বেছান্তৰ গুণগ্ৰাহী আছিলো। এদিন যেতিয়া লণ্ডনৰ কাকতত মই পঢ়িলো যে, এনী বেছান্তে ব্লাভাট্‌স্কিৰ প্ৰেৰণাত থিয়চফিষ্ট

হৈছে মোৰ যে তেতিয়া কিমান উৎসাহ হৈছিল। মই তেতিয়া, কোনেও চিনি নোপোৱা এজন ল'ৰা আছিলো। যেতিয়া শ্ৰীমতী বেছান্তে ভাৰতলৈ আহিল আৰু দেশবাসীক মোহিত কৰিলে, তেতিয়া মই তেওঁৰ সংস্পৰ্শলৈ আহিছিলো। যদিও ৰাজনৈতিক ক্ষেত্ৰত মোৰ তেওঁৰ লগত মতৰ পাৰ্থক্য আছিল, তথাপি তেওঁলৈ মোৰ সন্মান কেতিয়াও কমা নাই।" ১৯০১ চনত পণ্ডিত জৱাহৰলাল নেহৰুৱে প্ৰথম এনীক লগ পায়। সেই সম্পৰ্কে পণ্ডিতজীয়ে কৈছিল :

"মোৰ জীৱনৰ আটাইতকৈ এটা ডাঙৰ ঘটনা হৈছে— প্ৰথম যিদিনা মই শ্ৰীমতী বেছান্তক লগ পাওঁ।" ভাৰতৰ এই দুজনা মহাপুৰুষে এনী সম্পৰ্কে কৰা উক্তিয়ে বেছান্তৰ আকাশলঙ্ঘা ব্যক্তিত্বৰ পৰিচয় দিয়ে।

১৯১৫ চনৰ ডিচেম্বৰ মাহত বোম্বেত বহা কংগ্ৰেছ অধিৱেশনত এনী বেছান্তে যোগ দিছিল। সভাপতিত্ব কৰিছিল লৰ্ড সিংহই। সেই সময়তে বেছান্তে বোবেন এখন সভা কৰে আৰু 'হ'মৰুল লীগ'ৰ আঁচনি দাঙি ধৰে। আয়াৰলেণ্ডত পাৰ্নেলৰ নেতৃত্বত হোৱা হিংসাত্মক 'হ'মৰুল' আন্দোলনলৈ চাই বহুতে 'হ'মৰুল' শব্দটো ব্যৱহাৰ কৰিবলৈ ভয় কৰিছিল। কিন্তু বেছান্তে সেই শব্দটোকে ৰাখিলে।

ভাৰতৰ স্বাধীনতাৰ কাৰণে শ্ৰীমতী বেছান্তে 'হ'মৰুল ফৰ ইণ্ডিয়া' আন্দোলন আৰম্ভ কৰে। ইংলণ্ডৰ পাৰ্লিয়ামেণ্টৰ বন্ধুৱা দলৰ সদস্য জৰ্জ লেন চবাৰীয়ে সদায় এনীৰ পক্ষ সমৰ্থন কৰিছিল। তেওঁ এনীৰে সৈতে যোগ হৈ ভাৰতৰ 'হ'মৰুল'ৰ কাৰণে কাম কৰিবলৈ ল'লে। শ্ৰীমতী বেছান্তে কাকতত প্ৰবন্ধ-পাতি লিখি, আগৰ ত্ৰিশ বছৰত কংগ্ৰেছে কৰা কামৰ বিৱৰণ দাঙি ধৰিছিল। স্বাধীনতাৰ কাৰণে ভাৰতৰ জনমত গঢ়ি তোলাৰ বিষয়ে আলোচনা কৰিছিল। 'বন্দে মাতৰম' ধ্বনি তেওঁ পুনঃ পুনঃ উচ্চাৰণ কৰিছিল। মাতৃভূমিৰ কাৰণে আত্মোৎসৰ্গ কৰাৰ ভাব সৃষ্টি কৰিবলৈ ১৯১৪ চনত তেওঁ 'ইয়ং মেন্‌ছ ইণ্ডিয়ান এছোচিয়েছন' নামে এটা সংগঠন গঢ়ি তুলিছিল।

১৯১৬ চনত বেছান্তে কুড্ডেলুৰ ৰাজনৈতিক সন্মিলনত 'হ'মৰুল'ৰ সম্পৰ্কে এটা উগ্ৰ বিবৃতি দিয়ে। মাদ্ৰাজৰ গৱৰ্ণৰ লৰ্ড পেণ্টলেণ্ডে তাৰ কাৰণে তেওঁক ভাৰত এৰি যাবলৈ আদেশ দিছিল। কিন্তু তেওঁ তাক অস্বীকাৰ

কৰে। তেতিয়া তেওঁৰ ৰাজনৈতিক আৰু সামাজিক কামৰ সহযোগী জি. এছ. অৰুণ্ডেল আৰু বি. পি. ৱাডিয়াৰে সৈতে তেওঁক অন্তৰীণ বন্দী হিচাপে ৰখা হয়। গোটেই ভাৰততে ইয়াৰ প্ৰতিবাদ হৈছিল। পণ্ডিত মতিলাল নেহৰু আৰু জৱাহৰলালে বেছান্তৰ 'হ'মৰুল লীগ'ত যোগ দিয়ে।

১৯১৭ চনত মণ্টেগু-চেমছফৰ্ড শাসন-সংস্কাৰ ঘোষণা কৰা হয়। সেই সময়তে বেছান্তৰ ওপৰত থকা নিষেধাজ্ঞা উঠাই লোৱা হয়। ১৯১৭ চনৰে আগষ্ট মাহত বেছান্ত কলিকতা কংগ্ৰেছৰ সভানেত্ৰী হয়। সভানেত্ৰীৰ ভাষণত বেছান্তে কৈছিল :

"যেতিয়া মোক অৱমাননা কৰা হৈছিল তেতিয়া আপোনাসকলে মোক সন্মানেৰে বিভূষিত কৰিছে, যেতিয়া মোৰ কুৎসা ৰটনা কৰা হৈছিল, তেতিয়া আপোনাসকলে মোৰ আন্তৰিকতাত বিশ্বাস স্থাপন কৰিছে; যেতিয়া আমোলাতান্ত্ৰিক শক্তিৰ ভৰিৰ তলত মোক নিষ্পেষিত কৰা হৈছিল তেতিয়া আপোনাসকলে মোক আপোনাসকলৰ নেত্ৰী বুলি স্বাগত সম্ভাষণ জনাইছে, যেতিয়া মোৰ মুখ বন্ধ কৰি দিয়া হৈছিল আৰু মোক আত্মৰক্ষা কৰিবলৈ অসমৰ্থ কৰি তোলা হৈছিল, তেতিয়া আপোনাসকলে মোক সমৰ্থন দিলে আৰু মোৰ মুক্তি আদায় কৰিলে। আটাইতকৈ তলত থাকি সেৱা কৰাতেই মই গৌৰৱ অনুভৱ কৰিছিলো। কিন্তু আপোনাসকলে মোক ওপৰলৈ তুলি ধৰি, পৃথিবীৰ সন্মুখত আপোনাসকলৰ নিৰ্বাচিত প্ৰতিনিধি হিচাপে স্থাপন কৰিছে। আপোনাসকলক ধন্যবাদ জনাবলৈ মোৰ ভাষা নাই। মোৰ কামেইহে মোৰ কথা ক'ব। কাৰণ শব্দৰ জোৰ আটাইতকৈ কম। আপোনাসকলৰ অৱদান মই দেশমাতৃকাৰ সেৱাত লগাম। মই পুনৰ প্ৰতিজ্ঞা কৰো,— দেশমাতৃকাৰ সেৱাৰ পূজাত মই জীৱন আহুতি দিম। মোৰ যি আছে আৰু মই যি, সেই সকলো, দেশমাতৃকাৰ বেদীমূলত উৎসৰ্গা কৰোঁ। আমি সমস্বৰে গাম কথাৰে নহয় কামেৰে 'বন্দে মাতৰম'!"

তাৰ পিছত তেওঁ হ'মৰুলৰ প্ৰচাৰৰ কাৰণে নানা ঠাই ভ্ৰমণ কৰে। লোকমান্য তিলকেও এই 'হ'মৰুল লীগ' সংগঠনৰ ওপৰত জোৰ দি 'কেশৰী' কাকতত বহুতো প্ৰবন্ধ লিখে। তিলক আৰু এনী বেছান্তৰ 'হ'মৰুল লীগে' পৰস্পৰে সম্পূৰ্ণ সহযোগিতাত কাম কৰিছিল।

ভাৰতত বেছান্তৰ ৰাজনৈতিক কাম প্ৰথম মহাযুদ্ধৰ পৰা আৰম্ভ হয়।

ভাৰতৰ ৰাজনীতি সম্পৰ্কে তেওঁৰ এটা প্ৰধান ধাৰণা হৈছে, ব্ৰিটিছ কমন-ওৱেলথৰ ভিতৰত ভাৰতক এখন সম্পূৰ্ণ স্বায়ত্ত শাসনৰ অধিকাৰ থকা (Dominion Status) ৰাষ্ট্ৰ হিচাপে গঢ়ি তোলা। প্ৰথম মহাযুদ্ধৰ পিছত লয়েড জৰ্জৰ মন্ত্ৰীসভাই যেতিয়া ভাৰতৰ কাৰণে দায়িত্বশীল গৱৰ্ণমেণ্টৰ লক্ষ্য ঘোষণা কৰিলে তেতিয়া বেছাণ্টে ভাৰতৰ কাৰণে ভাৰতীয়সকলে নিজে সংবিধান ৰচনাৰ নীতিৰ ওপৰত জোৰ দিছিল। তেওঁ নিজেই এখন সংবিধান ৰচনা কৰিছিল আৰু দেশবন্ধু চিত্তৰঞ্জন দাসক দেখুৱাইছিল। তেওঁ বিশ্বাস কৰিছিল যে ৰাজনৈতিক স্বাধীনতা নেপালে ভাৰতে প্ৰকৃত-প্ৰতিষ্ঠা লাভ কৰিব নোৱাৰে।

সেই সময়তে মহাত্মা গান্ধী দক্ষিণ আফ্ৰিকাৰ পৰা ঘূৰি ভাৰত পাইছিলহি। গান্ধীজীয়ে আইন অমানা বা নিৰুপদ্ৰৱ সত্যাগ্ৰহৰ নতুন পদ্ধতি সামাজিক আৰু ৰাজনৈতিক সংস্কাৰৰ কাৰণে প্ৰয়োগ কৰাৰ নতুন প্ৰণালী লৈ আহিছিল। শ্ৰীমতী বেছাণ্টে গান্ধীজীৰ ব্যক্তিত্বক আৰু গান্ধী মানুহজনক বিশেষ শ্ৰদ্ধা আৰু সন্মান কৰিছিল যদিও গান্ধীজীৰ আইন অমানা কৰা আদি ধ্বনি সমৰ্থন নকৰিছিল। বেছাণ্টে ভাবিছিল যে এনে প্ৰণালীৰে ভাৰতত স্বৰাজ লাভ কৰিব নোৱাৰি। কিয়নো, ভাৰতৰ জনতা সুপ্ত। তেওঁলোকে আইন অমান্য আদিৰ কথা বুজিব নোৱাৰিব। গৱৰ্ণমেণ্টৰ ওপৰত হেঁচা দিয়াৰ কাৰণে 'বয়কট' আদি প্ৰণালীও শ্ৰীমতী বেছাণ্টে সমৰ্থন কৰা নাছিল। তেতিয়াও তেওঁ 'হ'মৰুল' আন্দোলন চলাই আছিল। তেওঁৰ চেষ্টাতে ১৯১৬ চনত কংগ্ৰেছত 'হ'মৰুল' প্ৰস্তাৱ পাচ হয়। ১৯১৯ চনৰে পৰা মহাত্মা গান্ধীয়ে যেতিয়া কংগ্ৰেছত অসহযোগ আন্দোলনৰ কথা কৈছিল, তেতিয়া বেছাণ্টে গান্ধীৰ সেই কথাৰ বিৰোধিতা কৰিছিল। ১৯২০ চনৰ গান্ধীজীৰ অসহযোগ আন্দোলন তেওঁ সমৰ্থন কৰা নাছিল আৰু তাত যোগো দিয়া নাছিল। ১৯২০ চনত নাগপুৰ কংগ্ৰেছত যেতিয়া গান্ধীজীৰ 'অসহযোগ' প্ৰস্তাৱ পাছ হ'ল তেতিয়া বেছাণ্টে কংগ্ৰেছৰ পৰা ওলাই প্ৰবীণপন্থী-সকলৰ লগ লৈ সুকীয়া সংগঠন কৰিছিল। ভাৰতৰ ৰাজনীতিত গান্ধীজীৰ আবিৰ্ভাৱৰ পিছত শ্ৰীমতী বেছাণ্টৰ কাৰ্যাৱলী আনফালে ঢাল খায় আৰু তেওঁৰ ৰাজনৈতিক প্ৰাধান্যও ক্ৰমে হ্ৰাস পায়।

তেৱেঁই প্ৰথমতে ভাৰতত 'স্কাউট মুভমেণ্ট' স্থাপন কৰে। শ্ৰীমতী

বেছান্তক 'চীফ স্কাউট কমিচনাৰ ফৰ ইণ্ডিয়া' উপাধি দিয়া হৈছিল। তেওঁ হিন্দুৰ সামাজিক প্ৰথাবিলাক আধ্যাত্মিকতাৰ ভেটিত সংস্কাৰ কৰিব খুজিছিল। ভাৰতৰ মহিলা জাগৰণত তেওঁ বিশেষ প্ৰেৰণা যোগাইছিল। 'ইণ্ডিয়ান উইমেন এছোচিয়েছন'ৰ তেৱেঁই প্ৰথম সভানেত্ৰী আছিল। ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈকে এই এছোচিয়েছনৰ শাখা বিস্তাৰিত হৈছিল। এনী বেছান্ত আৰু সৰোজিনী নাইডুৱে এই এছোচিয়েছনৰ পক্ষৰ পৰা ভাৰত-সচিব মণ্টেগুক দেখা কৰি এখন স্মাৰক-পত্ৰ দিছিল। তাত ভাৰতীয় তিৰোতাসকলোকো পুৰুষৰ দৰে ভোটাধিকাৰ দিবলৈ দাবী জনোৱা হৈছিল।

অত্যধিক পৰিশ্ৰমৰ ফলত শেহৰ পিনে তেওঁৰ স্বাস্থ্য একেবাৰে ভাগি পৰিছিল। ১৯৩১-৩২ চনৰ ৰাউণ্ড টেবুল কনফাৰেন্সত কোনো উল্লেখযোগ্য কৃতকাৰ্যতা লাভ নোহোৱাত তেওঁ বৰ হতাশ হৈছিল। সেই সময়ত তেওঁ কৈছিল: "এনেবিলাক অৱস্থাৰ মাজেদি ভাৰতবৰ্ষ পাৰ হৈ যাবই লাগিব। বৰ্তমানৰ বাধাবিলাক অতিক্ৰম কৰি ভাৰতে আত্মপ্ৰতিষ্ঠা কৰিব লাগিব। মোৰ কাম শেষ হৈছে, কিন্তু আনে সেই কামবিলাক কৰিব লাগিব।"

১৮৪৭ চনৰ পহিলা অক্টোবৰত লণ্ডনত এনীৰ জন্ম হয়। তেওঁৰ দেউতাকৰ নাম উইলিয়াম বাৰ্টন পাছী উড। তেওঁৰ মাক আছিল এগৰাকী বিশেষ ধৰ্মানুৰাগী আইৰিশ মহিলা। এনীৰ পূৰ্বপুৰুষসকলৰ ভিতৰত কোনোবা এজন লণ্ডনৰ মেয়ৰ আৰু ইংলণ্ডৰ লৰ্ড চেঞ্চেলাৰ আছিল। এনীয়ে লিখিছে যে, তেওঁৰ দেউতাক এজন বিশেষ বুদ্ধি থকা লোক আছিল। তেওঁ আছিল এজন গণিতজ্ঞ। ফৰাচী, ইটালীয়ান, জাৰ্মান, স্পেনীচ আৰু পৰ্তুগীজ ভাষা তেওঁ জানিছিল।

বিয়াৰ আগলৈকে এনী বেছান্তৰ নাম আছিল এনী উড। উনৈশ বছৰ বয়সত ১৮৬৬ চনত ৰেভাৰেণ্ড ফ্ৰেঙ্ক বেছান্ত নামে কেম্ব্ৰিজৰ পৰা পাছ কৰা এজন ডেকা পাদ্ৰীৰ লগত এনীৰ বিয়া হয়। কিন্তু তেওঁলোকৰ বিবাহিত জীৱন বৰ সুখৰ নাছিল। শ্ৰীমতী বেছান্তে তেওঁলোকৰ বিবাহিত জীৱন সম্পৰ্কে নিজেই লিখিছে: "আমি পৰস্পৰে নিমিলা যোৰা আছিলো। আৰম্ভণিৰে পৰা মোৰ স্বামীয়ে স্বামী হিচাপে তেওঁৰ ক্ষমতা খটুৱাব খুজিছিল আৰু তিৰোতাই বশ্যতা স্বীকাৰ কৰাটো বিচাৰিছিল। তেওঁ আছিল অতিশয় পৰিপাটি আৰু সহজতে খং উঠা বিধৰ মানুহ। আনহাতে

মই আছিলোঁ। স্বাধীনতাত অভ্যস্ত, ঘৰ-সংসাৰৰ খুটি-নাটি কাম সম্পৰ্কে উদাসীন, কিছু ভাবপ্ৰৱণ, খঙাল আৰু অহঙ্কাৰী।” গতিকে দেখা যায় তেওঁলোক দুয়োৰে প্ৰকৃতি সম্পূৰ্ণ বেলেগ আছিল।

তেওঁলোকৰ দুটি সন্তান—এটি ল'ৰা আৰু এটি ছোৱালী। ল'ৰা-ছোৱালী দুটিক পাই এনীয়ে বৰ সন্তোষ পাইছিল। সিহঁতৰ প্ৰতিপালনৰ সকলো কাম এনী বেছান্তে নিজহাতে কৰিছিল। ১৮৭১ চনত দুয়োটা ল'ৰা-ছোৱালীৰে হুপিং কাহ হৈছিল। এনীয়ে লিখিছে, সেই ল'ৰা-ছোৱালী-হালৰ লগত তেওঁ মৃত্যুৰ লগত যুঁজ দিব লগা হৈছিল। সিহঁতক ভাল কৰি উঠি এনী নিজেই ভাগি পৰিছিল। এনীয়ে আৰু লিখিছে যে ভাল হৈ উঠাৰ পিছত তেওঁ এক ভীষণ যুদ্ধত লিপ্ত হৈছিল, যিখন যুদ্ধই তেওঁক খ্ৰীষ্টানৰ পৰা নিৰীশ্বৰবাদী কৰি তুলিলে। ১৯৭৪ চনমানত এনীৰ আগৰ বিশ্বাস প্ৰায় নোহোৱা হয়। পাছলৈ তেওঁ গিৰ্জালৈ গৈ প্ৰাৰ্থনা কৰাও এৰি দিয়ে। খ্ৰীষ্টান ধৰ্মৰ ওপৰত বিশ্বাস হেৰুৱাই তেওঁ ৰবাৰ্টচন; ষ্টপ-ফৰ্ডব্ৰুক, ষ্টেনলি, গ্ৰেগ, মেথিউ আৰ্নল্ড আদি লোকসকলৰ নিৰীশ্বৰবাদী কিতাপ পঢ়িবলৈ লৈছিল। সেই সময়ত তেওঁৰ মনৰ ভিতৰত ইমান দ্বন্দ্ব উপস্থিত হৈছিল যে, তাৰ উপশমৰ কাৰণে তেওঁ বেমাৰী শুশ্ৰূষা কৰা, দুখীয়াক সহায় কৰা আদি জনহিতকৰ কাম কৰিবলৈ লৈছিল।

১৮৭৪ চনত শ্ৰীমতী বেছান্তে 'ফ্ৰি থট্ ছচাইটি'ত যোগ দিয়ে আৰু প্ৰফেছৰ চাৰ্লছ ব্ৰেডলাফৰ বক্তৃতা শুনিবলৈ যায়। বেছান্তে তেওঁৰে সৈতে একেলগে কাম কৰিবলৈ লয়। এনে অৱস্থাত, খ্ৰীষ্টানসকল তেওঁৰ ভীষণ বিৰোধী হৈ উঠিছিল। সেই সময়ত তেওঁৰ উগ্ৰ ৰাজনৈতিক মত আৰু নাস্তিকতা-বাদৰ কথাত বহুত মানুহে তেওঁক বেয়া পোৱা হৈছিল। মাটিৰ প্ৰশ্ন সম্পৰ্কে, ৰাজপৰিয়ালৰ ওপৰত ৰাজহুৱা ধনৰ অত্যাধিক খৰচ সম্পৰ্কে, হাউছ অৱ্ লৰ্ডছৰ বাধা দিয়া ক্ষমতা সম্পৰ্কে, উপনিৱেশবিলাকক সম্পূৰ্ণ স্বায়ত্ত-শাসন দিয়া সম্পৰ্কে তেওঁ ৰাজহুৱা সভাত বক্তৃতা দিছিল। আয়াৰলেণ্ড', ট্ৰান্স-ভাল, বাৰ্মা, ইজিপ্ত আৰু ভাৰতত ব্ৰিটিছ গৱৰ্ণমেণ্টে অনুসৰণ কৰা নীতিৰ তেওঁ তীব্ৰ সমালোচনা কৰিছিল। ব্ৰেডলাফ আৰু বেছান্তে মৃত্যুদণ্ড আৰু বেত দি শাস্তি দিয়া আইনবো বিৰোধিতা কৰিছিল।

এনীৰ চাল-চলন আৰু কথা-বতৰাত তেওঁৰ স্বামী ফ্ৰেংক বেছান্ত ক্ৰমে

অসহিষ্ণু হৈ উঠিবলৈ ধৰিলে। ১৮৭৩ চনত তেওঁলোকৰ বিবাহ-বন্ধন ছিগি যায়। সেই অৱস্থাত তেওঁ চিলাই আদি হাতৰ কাম আৰু 'গভাৰ্নেছ' কামো কৰিব লগাত পৰিছিল।

১৮৭৫ চনত বেছান্তে 'ফ্ৰি থট'ৰ প্ৰবক্তা হিচাপে বহুতো ঠাই ভ্ৰমণ কৰি বক্তৃতা দি ফুৰিছিল। এনী বেছান্ত আৰু ব্ৰেডলাফৰ প্ৰগতিশীল কাম-কাজৰ কাৰণে য়ুৰোপত তেওঁলোকৰ নাম জনাজাত হৈ পৰিছিল। শ্ৰীমতী বেছান্তে জীৱনৰ এইছোৱা কাল পাৰিবাৰিক অশান্তিত কটাব লগা হৈছিল। ভিক্টোৰীয়াৰ যুগত গৰ্ভ-নিৰোধৰ কথা পুৰুষেও কোৱা টান আছিল। সেই দিনতে তেওঁ প্ৰকাশ্যভাৱে জন্ম-নিয়ন্ত্ৰণৰ কথা কৈ যথেষ্ট সাহসৰ পৰিচয় দিছিল। শ্ৰীমতী বেছান্ত এগৰাকী অসাধাৰণ তিৰোতা আছিল। সমাজৰ কিছুমান প্ৰচলিত দস্তুৰৰ, যিবিলাক দস্তুৰৰ সংশোধন হোৱা দৰ্কাৰ বুলি তেওঁ বিবেচনা কৰিছিল, তাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। সেই সময়ত শ্ৰীমতী বেছান্তে সদায় বেছিভাগ মানুহে ভাল পোৱা কথাৰ বিৰুদ্ধে গৈছিল।

শ্ৰীমতী বেছান্তে ১৮৮৫ চনত 'ফেবিয়ান ছচাইটি'ত যোগ দিয়ে। বাৰ্ণাড শ্ব, ছিডনী ওৱেব আদি ইংলণ্ডৰ সেই সময়ৰ, প্ৰগতিশীল ভাবৰ কিছু লোকে, সমাজবাদৰ ভাবধাৰামতে কাম কৰিবলৈ, এটা সংগঠন গঢ়ি তুলিছিল। তেওঁলোকে শ্ৰমিকৰ মাজতো কাম কৰিছিল। এয়ে হ'ল 'ফেবিয়ান ছচাইটি'। তেওঁলোকে নিবনুৱাসকলক লৈ শোভাযাত্ৰাও কৰিছিল। ১৮৮৫ চনৰ পিছত এনী বেছান্তে ট্ৰেড য়ুনিয়নৰ কাম আৰম্ভ কৰিছিল আৰু ধৰ্মঘট আদিৰ নেতৃত্ব কৰিবলৈ লৈছিল।

শ্ৰীমতী বেছান্তে বহুত দিন ব্ৰেডলাফৰ লগত একেলগে 'ফ্ৰি থিঙ্কাৰ' হিচাপে বস্তুতান্ত্ৰিকতাৰ জয়গান কৰিছিল যদিও, এদিন তেওঁ অন্তৰত কিবা এটাৰ অনুভৱ কৰিছে বুলি ব্ৰেডলাফলৈ লিখিছিল। ১৮৮৬ চনৰ পৰা তেওঁৰ মনত এটা ভাব হ'ল যে, তেওঁৰ জীৱন-দৰ্শন সম্পূৰ্ণ হোৱা নাই। এই সময়ত তেওঁৰ মনত নানা প্ৰশ্ন, নানা ভাবে দেখা দিছিল। ১৮৮৯-৯০ চনৰ ভিতৰত এনীয়ে তেওঁৰ পুৰণি জীৱনৰ লগত সম্পৰ্ক প্ৰায় ছেদ কৰে। নিৰীশ্বৰবাদৰ শক্তিশালী প্ৰচাৰক ব্ৰেডলাফৰো এই সময়তে মৃত্যু হয়। শ্ৰীমতী বেছান্ত 'থিয়চফিষ্ট' হয় আৰু ১৮৮৯ চনত আন্তৰ্জাতিক থিয়চফি-

কেল ছচাইটিৰ সভানেত্ৰী নিৰ্বাচিত হয়। এই সময়তে তেওঁ 'How I became a Theosophist' নামে কিতাপখন লিখে আৰু য়ুৰোপ আৰু আমেৰিকা বিস্তৃতভাৱে ভ্ৰমণ কৰে। ১৮৯২ চনত শ্ৰীমতী বেছান্তৰ আমেৰিকা ভ্ৰমণ আৰম্ভ হৈছিল। চিকাগোত বহা 'পাৰ্লিয়ামেণ্ট অব্ ৰিলিজিয়ন'ত তেওঁ থিয়চফিৰ ওপৰ বক্তৃতা দিছিল। ভাৰততো মাদ্ৰাজৰ 'আদিয়াৰ' নদীৰ পাৰত 'থিয়চফিকেল' ছচাইটিৰ এটা কেন্দ্ৰ তেওঁ গঢ়ি তুলিছিল।

শ্ৰীমতী বেছান্তে তেওঁৰ ৮৫ বছৰীয়া সুদীৰ্ঘ কৰ্মবহুল জীৱনৰ, ৪৫ বছৰ কাল য়ুৰোপত আৰু বাকী ৪০ বছৰ ভাৰতত কটাইছিল। এগৰাকী বিশেষ মহিলা হিচাপে পৃথিৱীত তেওঁৰ নাম, জনাজাত হৈ পৰিছিল। বেছান্তৰ অসাধাৰণ বাগ্মীতা সম্পৰ্কে মন্তব্য কৰি বাৰ্ণাৰ্ডশ্বই কৈছিল: "এনী বেছান্ত এই শতিকাৰ ইংলণ্ডৰ,— ইংলণ্ডৰে কেৱল কিয় সমগ্ৰ য়ুৰোপৰ ভিতৰতে এগৰাকী শ্ৰেষ্ঠ বক্তা। বক্তৃতা দিয়াত তেওঁক চেৰ পেলাব পৰা মানুহ মই পোৱা নাই।"

১৯২৪ চনত শ্ৰীমতী বেছান্ত লণ্ডনলৈ যাওঁতে, লণ্ডনৰ কুইন্স হলত তেওঁক সম্বৰ্দ্ধনা জনাবলৈ এখন সভাৰ আয়োজন কৰা হৈছিল। সেই সভাত ৰামজে মেকডোনাল্ড, লৰ্ড হল্ডেন, লৰ্ড বেডেন পাৱেল, মিছেচ পেথিক লৰেন্স আদি বিশিষ্ট লোকসকল উপস্থিত আছিল। য়ুৰোপতো শ্ৰীমতী বেছান্তে কেনে সম্মানজনক স্থান অধিকাৰ কৰি আছিল — এই সম্বৰ্দ্ধনা সভাৰ পৰাই তাৰ আভাস পোৱা যায়।

১৯৩৩ চনৰ ২০ চেপ্টেম্বৰত এনী বেছান্তৰ পৰলোক হয়। তেওঁ ৰাখি গ'ল কৰ্মময় আৰু আদৰ্শগত জীৱনৰ এক অফুৰন্ত অনুপ্ৰেৰণা।

# পঞ্জাৱ কেশৰী লালা লাজপত ৰায়

(১৮৬৫—১৯২৮)

তেষষ্টি বছৰীয়া বৃদ্ধ পঞ্জাব কেশৰীয়ে গৰ্জন কৰি উঠিল— "আমাৰ ওপৰত নিক্ষেপ কৰা তেওঁলোকৰ প্ৰতিটো কোবেই সাম্ৰাজ্যৰ কফিনৰ ওপৰত মৰা একো একোটা গজাল।"

সেইদিনাৰ সেই পুৰুষ-সিংহৰ, এইষাৰ কথাৰ ধ্বনি-প্ৰতিধ্বনিৰে সমগ্ৰ ভাৰত মুখৰিত হৈ উঠিছিল।

১৯২৮ চনৰ ২০ অক্টোবৰ। চাইমন কমিচন বৰ্জনৰ বাবে লাহোৰত এক বিৰাট শোভাযাত্ৰা। শোভাযাত্ৰাৰ আগশাৰীত নিৰ্ভীকভাৱে থিয় দি আছিল পুৰুষ-সিংহ লালা লাজপত ৰায়। অতৰ্কিতে শোভাযাত্ৰাৰ ওপৰত পুলিচৰ আক্ৰমণ আৰম্ভ হ'ল। এটাৰ পিছত এটাকৈ পুলিচৰ নিৰ্মম লাঠিৰ কোব সেই বৃদ্ধৰ ওপৰত পৰিবলৈ ধৰিলে। লালাজী অচল-অটল। কিছুপৰ নিৰ্বিবাদে সেই অমানুষিক অত্যাচাৰ চলিল। লাঠিৰ প্ৰহাৰত লালাজী সেইদিনা বেয়াকৈয়ে আহত হৈছিল। তথাপি তেওঁ পৰি থোৱা নাছিল। পুলিচৰ এনে বৰ্বৰ আক্ৰমণৰ প্ৰতিবাদত সেইদিনা আবেলি লাহোৰত বিৰাট ৰাজহুৱা সভা। সেই সভাতে পঞ্জাৱ কেশৰীয়ে উপৰোক্ত ধৰণে গৰ্জি উঠিছিল।

পঞ্জাৱৰ ফিৰোজপুৰ জিলাৰ ধুদিকা নামে গাঁৱত ককাদেউতাকৰ মাটিৰে সজা জুপুৰি ঘৰত ১৮৬৫ চনৰ ২৮ জানুৱাৰী তাৰিখে লাজপত ৰায়ৰ জন্ম হয়। প্ৰসৱৰ সময়ত তেওঁৰ মাক গৈ সেই সময়ৰ দস্তুৰ মতে দেউতাকৰ ঘৰত আছিল।

লাজপত ৰায়ৰ দেউতাকৰ নাম আছিল ৰাধাকিষণ। পঞ্জাৱৰ লুধিয়ানা জিলাৰ জাগৰাওঁ নামে গাঁৱত তেওঁৰ ঘৰ।

লাজপত ৰায়ৰ দেউতাক ৰাধাকিষণে গাঁৱৰ মাদ্ৰাছাত পাৰ্চীয়ান পঢ়িছিল। তেওঁ বৰ চোকা বুদ্ধিৰ ল'ৰা আছিল। শ্ৰেণীত তেওঁ সদায় প্ৰথম হৈছিল। ধৰ্মৰ বিষয়ে তেওঁৰ বিশেষ ৰাপ আছিল। তেওঁৰ শিক্ষক আছিল এজন ধৰ্মপ্ৰাণ নৈষ্ঠিক চুন্নী মুছলমান। ৰাধাকিষণ এওঁৰ দ্বাৰা বিশেষভাৱে

প্ৰভাৱিত হৈছিল। ৰাধাকিষণে মাহে ২৫ টকা দৰমহাত শিক্ষকৰ কাম কৰিছিল। বৰ কষ্টেৰে ঘৈণীয়েকে সংসাৰৰ খৰচ চলাইছিল। লাজপত ৰায়ৰ মাক আছিল এগৰাকী নৈষ্ঠিক হিন্দু তিৰোতা।

লাজপতক প্ৰথমতে দেউতাকে ঘৰতে পঢ়াইছিল। দেউতাক ৰাধাকিষণে ইছলাম ধৰ্ম নল'লেও, মুছলমানসকলৰ বহুতো দস্তুৰ তেওঁ মানি চলিছিল। তেওঁৰ মাকে আকৌ নিতৌ নিয়মমতে শিখ ধৰ্মৰ পাঠ আবৃত্তি কৰিছিল। সৰুতে এই সকলো দেখি-শুনি তেওঁ বিস্মিত হৈছিল। ধৰ্ম সম্পৰ্কে লাজপত নিশ্চয় বৰ বিমোৰত পৰিছিল। দেউতাকৰ পৰা তেওঁ ধৰ্মৰ অনুশীলন কৰিবলৈ শিকিছিল আৰু ইতিহাস পঢ়িবলৈ লৈছিল। দেউতাকে তেওঁক ফিৰ্দৌসীৰ অমৰ গ্ৰন্থ 'শাহনামা' পঢ়িবলৈ শিকাইছিল। পাৰ্চী ভাষাত এইখন গ্ৰন্থ হোমাৰৰ 'ওডিছী' বা ব্যাসদেৱৰ মহাভাৰতৰ লগত বিজাব পাৰি।

লাজপতে স্কুলীয়া শিক্ষাত বিশেষ পাৰদৰ্শিতা দেখুৱাইছিল। তেওঁ শ্ৰেণীত সদায় প্ৰথম হৈছিল। মজলীয়া স্কুলত শিক্ষা লাভ কৰি থকা অৱস্থাতে, তেৰ বছৰ বয়সত লাজপত ৰায়ৰ বিয়া হয়। এই সময়তে দেউতাক বদলি হোৱাত লাজপত ৰায়ে পঢ়াৰ কাৰণে লাহোৰ, দিল্লী আৰু পাছত আম্বালালৈ যাব লগা হৈছিল। আম্বালাত তেওঁ দীৰ্ঘদিন অসুস্থ হৈ পৰি থাকিবলগীয়া হ'লেও, কলিকতা বিশ্ববিদ্যালয়ৰ পৰা তেওঁ প্ৰথম বিভাগত মেট্ৰিকুলেশ্যন পৰীক্ষা পাছ কৰে। পঞ্জাব বিশ্ববিদ্যালয়ৰ পৰাও তেওঁ আৰবী আৰু উৰ্দুলৈ মেট্ৰিক পাছ কৰে। ইয়াৰ পিছত কলেজত পঢ়াটো লাজপতৰ কাৰণে এটা ডাঙৰ সমস্যা হৈ পৰিল। তেওঁক উচ্চ শিক্ষা দিবলৈ দেউতাকৰ একান্ত ইচ্ছা আছিল যদিও, তেওঁৰ সেই তাকৰীয়া উপাৰ্জনেৰে ল'ৰাটো পঢ়োৱা অসম্ভৱ আছিল।

ষোল্ল বছৰ বয়সত লাজপত ৰায়ে পঞ্জাবৰ একমাত্ৰ কলেজ, 'লাহোৰ গৱৰ্ণমেণ্ট কলেজ'ত পঢ়িবলৈ গৈছিল। কিমান কষ্টত তেওঁ তাত পঢ়িব লগা হৈছিল তেওঁৰ নিজৰ কথাৰ পৰাই বুজা যায়। তেওঁ লিখিছে : "প্ৰথম দুই-তিনি মাহ মই বৰ বিপাঙত পৰিব লগা হৈছিল। মোৰ চকুৱেও বৰ কষ্ট দিছিল। তাৰ উপৰি সময়ে সময়ে মই অনাহাৰেও থাকিব লগা হৈছিল। বহু চেষ্টা কৰি বিশ্ববিদ্যালয়ৰ পৰা, মাহে তিনিটকীয়া এটা বৃত্তি যোগাৰ কৰিছিলো।"

তেওঁ লাহোৰলৈ আহিছিল বি. এ. পঢ়িবলৈ, কিন্তু তালৈ আহি উপাৰ্জনৰ এটা বাট উলিয়াবলৈ মুক্তিয়াৰী পঢ়িব লগা হ'ল। বি. এ. পাছ কৰাতকৈয়ো সদায়হতে তেওঁ মুক্তিয়াৰী পাছ কৰি উপাৰ্জন কৰাৰ কথা ভাবিব লগা হ'ল। মুক্তিয়াৰী তেওঁ পাছ কৰিলে, কিন্তু বি. এ. পাছ কৰা নহ'ল।

সেই কালতে যুক্তপ্ৰদেশত, হিন্দী আদালতৰ ভাষা হ'ব লাগে বুলি আন্দোলন হয়। পঞ্জাৱত আৰ্যসমাজে হিন্দী ভাষাৰ ওপৰত গুৰুত্ব দিছিল। হিন্দী প্ৰচাৰত উৎসাহীসকলৰ দলত লাজপত ৰায়ো আছিল। কলেজত থকা কালত তেওঁ ব্ৰাহ্ম সমাজৰ প্ৰতিও আকৰ্ষিত হৈছিল। কিন্তু ব্ৰাহ্ম সমাজত তেওঁ বেছি দিন নাথাকিল।

১৮৮২ চনত, ও১৮ৰ বছৰ বয়সত আম্বালাত হিন্দী ভাষা প্ৰচাৰৰ কাৰণে লাজপত ৰায়ে প্ৰথম বক্তৃতা দিয়ে। আৰ্যসমাজৰ ধৰ্মীয় প্ৰচাৰতকৈয়ো আৰ্যসমাজৰ সভাসকলৰ দেশপ্ৰেমৰ প্ৰেৰণা আৰু আৰ্যাবৰ্ত্তৰ অতীত গৌৰৱ পুনৰ ঘূৰাই অনাৰ ভাবে কম বয়সীয়া যুৱক লাজপত ৰায়ক বেছিকৈ আকৰ্ষণ কৰিছিল। তেওঁ আৰ্যসমাজত যোগ দিয়ে। আৰ্যসমাজৰ প্ৰচাৰৰ কামত লাজপত ৰায়ক ৰাজস্থান আৰু যুক্তপ্ৰদেশলৈ পঠোৱা হ'ল। বিভিন্ন ঠাইত আৰ্যসমাজৰ সদস্যসকলৰ জ্বলন্ত উৎসাহ দেখি তেওঁৰ অন্তৰত দেশ আৰু জনসেৱাৰ ভাব উদ্বুদ্ধ হৈছিল।

লাজপত ৰায়ে জনসাধাৰণৰ সেৱাত আত্মোৎসৰ্গ কৰাৰ কথা ভাবিছিল। কিন্তু দেউতাক ৰাধাকিষণে বিচাৰিছিল যে, লাজপতে এতিয়া উপাৰ্জন কৰি ঘৰখন চলোৱাত তেওঁক কিছু সহায় কৰক। এনে বিৰোধী অৱস্থাত পৰি লাজপত ৰায় মানসিকভাৱে ক্ষত-বিক্ষত হৈছিল। তেওঁ লিখিছে: "মোৰ মনে ওপৰলৈ উৰিবলৈ বিচাৰিছিল; কিন্তু দৰিদ্ৰতা আৰু মা-দেউতাৰ দুখ-কষ্টই মোক হতাশ কৰিছিল।"

আৰ্য সমাজৰ কাম কৰাৰ উপৰিও তেওঁ প্ৰথমতে জাগৰাওঁত আৰু তাৰ পিছত হিছাৰত মুক্তিয়াৰী আৰম্ভ কৰিলে। মুক্তিয়াৰীত তেওঁ মাহে দুশমান টকা উপাৰ্জন কৰিছিল। পিছলৈ তেওঁ হিছাৰত থাকিবলৈ লয়। তাত আৰ্যসমাজৰ ভাল কৰ্মীদল এটা আছিল। আৰ্যসমাজৰ কামৰ কাৰণেই কেৱল নহয়, লাজপত ৰায়ৰ ৰাজনৈতিক প্ৰশিক্ষণৰ সময় হিচাপে হিছাৰত থকা কালছোৱা, তেওঁৰ জীৱনৰ গুৰুত্বপূৰ্ণ সময়।

১৮৮৮ চনত কংগ্ৰেছৰ প্ৰচাৰৰ কাৰণে আলি মহম্মদ ভীমজীক পঞ্জাৱলৈ পঠোৱা হৈছিল। হিছাৰৰ ডেকা উকিল লাজপতে তেওঁক নিমন্ত্ৰণ কৰি আনে আৰু ৰাজহুৱা সভা পাতে।

ছাৰ ছৈয়দ আহমদ খান এজন প্ৰসিদ্ধ লোক। তেওঁ মুছলমান সম্প্ৰদায়ৰ নামত কংগ্ৰেছ ৰাজদ্ৰোহকাৰীৰ অনুষ্ঠান বুলি কংগ্ৰেছৰ বিৰোধিতা কৰিছিল। লাজপত ৰায় ছাৰ ছৈয়দ আহমদ খানৰ গুণগ্ৰাহী আছিল। লাজপত ৰায়ৰ দেউতাক তেওঁৰ ভক্ত আছিল। কিন্তু তেওঁ কংগ্ৰেছৰ বিৰুদ্ধে থিয় দিয়াত, তেওঁৰ প্ৰতি লাজপত ৰায়ৰ শ্ৰদ্ধা কমি গ'ল। তেওঁ ছৈয়দ আহমদ খানৰ আগৰ উক্তিবিলাকৰ উদ্ধৃতি দি মুকলি চিঠি লিখিবলৈ ধৰিলে। তাৰ দ্বাৰা তেওঁ দেখুৱাব খুজিছিল যে ছাৰ ছৈয়দ আহমদ খানৰ কিমান পৰিবৰ্ত্তন ঘটিছে। ছাৰ ছৈয়দে আগতে কৈছিল যে, হিন্দু আৰু মুছলমান ভাৰত মাতৃৰ দুটি নয়ন। এতিয়া কংগ্ৰেছৰ বিৰোধিতা কৰি তেওঁ কেনেকৈ ক'ব পাৰে যে হিন্দু আৰু মুছলমানৰ স্বাৰ্থ বেলেগ আৰু মুছলমানসকল কংগ্ৰেছৰ পৰা আঁতৰি থাকিব লাগে। হিছাৰৰ এজনে ডেকা উকিল লাজপতে কংগ্ৰেছৰ জন্মৰ তিনি বছৰমানৰ ভিতৰতে আলিগড়ৰ এগৰাকী সুবিখ্যাত নেতা ছাৰ ছৈয়দ আহমদ খানৰ দৰে লোকৰ লগত কংগ্ৰেছৰ হৈ এনেকৈ ৰাজনৈতিক যুদ্ধত অৱতীৰ্ণ হোৱাত সকলো আচৰিত হৈছিল। কংগ্ৰেছৰ জন্ম দিওঁতা এ. অ'. হিউমে ছৈয়দৰ বিৰোধিতাত অলপ ব্যতিব্যস্ত হৈ পৰিছিল। লাজপত ৰায়ৰ 'মুকলি চিঠি'বিলাক পঢ়ি তেওঁ ভাল পাইছিল। সেই চিঠিবিলাক পুস্তিকা আকাৰে প্ৰকাশ কৰিবলৈ পৰামৰ্শ দি হিউমে নিজেই তাৰ সম্পাদনাৰ কাম কৰি দিছিল। কংগ্ৰেছৰ ১৮৮৮ চনৰ অধিৱেশনৰ সম্পৰ্কে মন্তব্য কৰি কংগ্ৰেছৰ ইতিহাস লিখোঁতা পট্টাভি সীতাৰামিয়াই লিখিছে: "লাজপত ৰায় সঁচাকৈয়ে এজন দূৰদৃষ্টিসম্পন্ন লোক আছিল। ১৮৮৮ চনৰ কংগ্ৰেছ অধিৱেশনত তেওঁ হিন্দীতে বক্তৃতা দিছিল। তেওঁ প্ৰস্তাৱ কৰিছিল যে, কংগ্ৰেছ অধিৱেশনৰ আধা দিন শিক্ষামূলক আৰু শিল্পীকৰণৰ বিষয়ে আলোচনা কৰিবলৈ সুকীয়াকৈ ৰাখিব লাগে। তেওঁৰ এই প্ৰস্তাৱ গৃহীত হৈছিল। সেই দিন ধৰি কংগ্ৰেছ অধিৱেশনৰ লগত শিল্পৰ যি প্ৰদৰ্শনী হয়, সি সেই প্ৰস্তাৱৰ মৰ্মে গঠন কৰা কমিটিৰ পৰামৰ্শমতেই হৈ আহিছে।"

১৮৮৮ চনৰ কংগ্ৰেছ অধিৱেশনৰ পৰা লাজপত ৰায় পোনপটীয়াকৈ ৰাজনৈতিক আন্দোলনত অৱতীৰ্ণ হয়। তেওঁৰ আত্মজীৱনীত লাজপত ৰায়ে লিখিছে, "১৮৮৭ চনত, মাদ্ৰাজৰ কংগ্ৰেছ অধিৱেশনৰ সময়ত হিওমৰ দুখন পুস্তিকা—'The Star of the East' আৰু 'An Old Man's Hope' প্ৰকাশ পায়। কংগ্ৰেছৰ সাহিত্যত এই দুখনৰ নিচিনা পুস্তিকা মই পোৱা নাই। এই পুস্তিকাকেইখনত স্বাধীনতাৰ ঢৌ উঠিছে আৰু ই মোক গভীৰভাৱে স্পৰ্শ কৰিছে।"

ইটালীৰ বিপ্লৱী নেতা মেজ্জিনীৰ জীৱনেও লাজপতৰ ওপৰত বিশেষ প্ৰভাৱ পেলায়। তেওঁ সুৰেন্দ্ৰনাথ বেনাৰ্জীৰ 'Speeches of Joseph Mazzini' পঢ়ি অভিভূত হৈছিল। তেওঁ নিজেও গেৰিবল্ডী আৰু মেজ্জিনীৰ জীৱনী উৰ্দ্দূত লিখি প্ৰকাশ কৰিছিল।

মুক্তিয়াৰীতে সন্তুষ্ট নেথাকি লাজপত ৰায়ে ওকালতি পাছ কৰে আৰু উকিল হিচাপেও প্ৰতিষ্ঠা লাভ কৰে। ঊনৈশ শতিকাৰ আগভাগত তেওঁ হিছাৰৰ পৰা আহি লাহোৰত স্থানীয়ভাৱে থাকিবলৈ স্থিৰ কৰে। ১৮৯৩ চনত লাহোৰত কংগ্ৰেছৰ অধিৱেশন বহে। ইয়াত সভাপতিত্ব কৰিছিল দাদা-ভাই নৌৰজীয়ে। লাজপত ৰায়ো সেই অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সভ্য আছিল। কিন্তু কংগ্ৰেছ তেতিয়াও খ্ৰীষ্টমাছৰ বন্ধত বহা এখন সভা হৈ থকাত, তেওঁ কংগ্ৰেছৰ নামত বিশেষ উৎসাহ অনুভৱ কৰা নাছিল। প্ৰাদেশিক শাখাবিলাককো সামৰি কংগ্ৰেছৰ এখন সংবিধান ৰচনা কৰাৰ কথাত তেওঁ জোৰ দিছিল। লাহোৰ অধিৱেশনতে তেওঁ বালগঙ্গাধৰ তিলকক লগ পায়। তেতিয়াৰে পৰা তেওঁলোকৰ লগত লাজপত ৰায়ৰ বন্ধুত্ব স্থাপন হয় আৰু সেই বন্ধুত্ব আজীৱন অটুট থাকে।

১৮৯৬ চনতে আৰম্ভ কৰি লাজপত ৰায়ে উৰ্দ্দূত 'পৃথিৱীৰ মহৎ লোকসকল' নাম দি দেশপ্ৰেমিক লোকসকলৰ এলানি জীৱনী লিখি উলিয়ায়। প্ৰথমতে তেওঁ মেজ্জিনীৰ ওপৰত লিখে। মেজ্জিনীৰ জীৱনীখন স্কুল-কলেজত ল'ৰা-ছোৱালীয়ে যাতে নপঢ়ে তাৰ কাৰণে কৰ্তৃপক্ষই বিশেষ চকু দিছিল। কাৰণ তেওঁলোকে ভাবিছিল যে, এনে কিতাপ পঢ়িলে ল'ৰা-ছোৱালীৰ মন ইংৰাজ-শাসনৰ প্ৰতি বিদ্ৰোহী হৈ উঠিব। নিজ দেশৰ মহৎ পুৰুষসকলৰ ভিতৰত তেওঁ শিৱাজী, দয়ানন্দ, আৰু কৃষ্ণৰ ওপৰত

লিখিছিল। শিক্ষাৰ ক্ষেত্ৰত তেওঁ বিশেষ উৎসাহেৰে কাম কৰিছিল। লাহোৰৰ ডি. এ. ভি. কলেজ স্থাপনত লালাজীৰ বিশেষ অৱদান আছে।

উনৈশ শতিকাৰ শেষ ভাগত দেশৰ বহুত ঠাইত অনাবৃষ্টি, দুৰ্ভিক্ষ আৰু মহামাৰীয়ে দেখা দিছিল। ১৮৯৭ আৰু ১৯০০ চনৰ দুৰ্ভিক্ষত সাহায্য সংগঠনৰ কামত লালাজী দেহেকেহে লাগি যায়। ডি. এ. ভি. কলেজৰ ছাত্ৰসকলকো তেওঁ এই কামৰ কাৰণে উৎসাহিত আৰু অনুপ্ৰাণিত কৰি তুলিছিল। দুৰ্ভিক্ষ কমিচন গঠিত হোৱাত সেই কমিচনৰ আগত লালাজীয়ে সকলো তথ্য-পাতি লৈ সাক্ষী দিছিল আৰু কাৰ্যকৰী পৰামৰ্শ আগবঢ়াইছিল।

দুঃখীজনৰ সেৱাত আত্মোৎসৰ্গ কৰাৰ ফলত লালাজীৰ ব্যক্তিত্বৰো বিকাশ হয়। লাহে লাহে তেওঁৰ কৰ্মক্ষেত্ৰ পঞ্জাবৰ আৰ্যসমাজৰ বাহিৰলৈ সম্প্ৰসাৰিত হ'ল। কংগ্ৰেছৰ বক্তৃতাবিলাকে এতিয়ালৈকে কেৱল বুদ্ধিজীৱীসকলকহে আকৰ্ষণ কৰিছিল--কিন্তু সেৱা-কাৰ্যই জনসাধাৰণৰ অন্তৰ স্পৰ্শ কৰিলে। সেৱা-কাৰ্যৰ মাজেদি কংগ্ৰেছ জনসাধাৰণৰ মাজলৈ যোৱাৰ বাট ওলাল।

দুটা দুৰ্ভিক্ষত নেৰানেপেৰাকৈ কাম কৰি লাজপত ৰায় ভাগৰি পৰিছিল। তেওঁ অসুস্থ হৈ পৰে আৰু কেবামাহো শয্যাশায়ী হ'ব লগা হয়। লাজপত ৰায়ে ডেকা কালতেই ওকালতি এৰি দি সম্পূৰ্ণভাৱে ৰাজহুৱা কামত আত্মনিয়োগ কৰিব খুজিছিল; কিন্তু দেউতাকে আপত্তি কৰাত ওকালতি একেবাৰে বাদ নিদিলেও বহুতখিনি সঙ্কুচিত কৰিলে। তেওঁ ওকালতিৰ পৰা পোৱা ধন আৰ্যসমাজ, ডি. এ. ভি কলেজ আৰু ৰাজহুৱা কামত লগাইছিল।

১৯১৯ চনত পঞ্জাৱত 'মাৰ্শিয়েল ল' প্ৰয়োগ কৰাৰ সময়ত, লাজপতে দুৰ্বাৰ সাহস দেখুৱাইছিল। পঞ্জাৱত মাইকেল অ' ডায়াৰৰ অন্যায়-অত্যাচাৰৰ প্ৰতিকাৰ কৰিবলৈ তেওঁ বদ্ধপৰিকৰ হৈ উঠিছিল। তেতিয়া তেওঁক কেইবাবছৰলৈ নিৰ্বাসিত কৰা হয়। নিৰ্বাসনৰ পৰা মুক্ত হৈ আহি লালাজীয়ে 'বন্দে মাতৰম' নামে উৰ্দু দৈনিক কাকত এখন উলিয়ায়। 'পাঞ্জাবী' নামে কাকত এখনো লগতে উলিয়ায়। লালাজী আৰু তেওঁৰ 'পাঞ্জাবী' কাকত অনতিপলমে দুখন ডাঙৰ যুদ্ধত নামিব লগা হয়। এখন হৈছে বঙ্গ-বিচ্ছেদৰ

বিৰুদ্ধে আৰু আনখন পঞ্জাবত লেফটেনাণ্ট গৱৰ্ণৰ ইবেট্চনৰ 'মাটি আৰু নলা কলনিৰ আইন'ৰ সম্পৰ্কে।

১৯০৪ চনৰ বম্বেৰ বংগ্ৰেছ অধিৱেশনতে ইংলণ্ডলৈ এটা প্ৰতিনিধি দল পঠাবলৈ স্থিৰ কৰা হৈছিল। গোপালকৃষ্ণ গোখলেৰ পৰামৰ্শমতে লাজপত ৰায়কো সেই প্ৰতিনিধি দলত লোৱা হয়। লালাজীয়ে তাতে চিষ্টাৰ নিবেদিতাক লগ পায়। তাৰ আগতেই লালাজীয়ে তেওঁৰ 'Aggressive Hinduism' নামৰ প্ৰবন্ধৰাজি পঢ়িছিল। ইংলণ্ডত তেওঁ বিভিন্ন ঠাইৰ সভা-সমিতিত বক্তৃতা দিয়ে। তাৰ পৰা তেওঁ আমেৰিকালৈও গৈছিল। লালাজীৰ ভ্ৰমণৰ খৰচৰ কাৰণে, ইণ্ডিয়ান এছোছিয়েশানৰ পঞ্জাব শাখাই সংগ্ৰহ কৰা ধনৰ পৰা তিনি হেজাৰমান টকা তেওঁ নিজে নলৈ, আন ৰাজহুৱা কামত খৰচ কৰিবলৈ দিছিল।

ভ্ৰমণৰ অন্তত দেশলৈ ঘূৰি অহাৰ পাছত, লাহোৰত লালাজীক বিৰাট সম্বৰ্দ্ধনা জনোৱা হয়। সেই সম্বৰ্দ্ধনাৰ উত্তৰ হিচাপে তেওঁ দিয়া ভাষণৰ কাৰণেই তেওঁক দেশৰ পৰা বহিষ্কাৰ কৰা হয়। বক্তৃতাৰ সামৰণিত তেওঁ কৈছিল: "ভাৰতৰ আকাশৰ পৰা তেজ বৰষিছে। সদ্যহতে আকাশখন পৰিষ্কাৰ যেন দেখা গ'লেও অকণি অকণি ৰঙা ৰঙা চিন এতিয়াও লাগি আছে।"

বঙ্গৰ বৰিশালত হোৱা লাঠি চাৰ্জৰ বিৰুদ্ধে প্ৰতিবাদ জনাবলৈ লাহোৰত এখন সভা আহ্বান কৰা হ'ল। চৰকাৰৰ কাৰণে ই অসহ্য আছিল। লাজপত ৰায়ৰ লাহোৰ, লাজপত ৰায়ৰ পঞ্জাৱৰ পৰিস্থিতিৰ সন্মুখীন হবলৈ চ'ৰকাৰ প্ৰস্তুত হ'ল। বঙ্গৰ ঘটনাৰ বাহিৰেও পঞ্জাবৰ নিজৰ যে অভি-যোগ নাছিল এনে নহয়। হিন্দু, শিখ, মুছলমান, চহৰৰ আৰু গাঁৱৰ কৃষক বা অনাকৃষক সকলোৱেই পঞ্জাবৰ 'colonisation' আইনৰ বিৰোধিতা কৰিছিল।

সেই সময়তে কংগ্ৰেছৰ ভিতৰত সোঁপন্থী আৰু বাওঁপন্থী—চৰমপন্থী আৰু নৰমপন্থী বুলি দুটা ভাগ হৈছিল। লাজপত ৰায় পঞ্জাবৰ জনসাধাৰণৰ, বিশেষকৈ যুৱকসকলৰ মাজত অতিশয় প্ৰিয়পাত্ৰ হৈ উঠিছিল। তেওঁ পৰি-ষ্কাৰকৈ কৈছিল যে, ৰাজনীতিত তেওঁ বালগঙ্গাধৰ তিলক, অৰবিন্দ ঘোষ আৰু বিপিন চন্দ্ৰ পালৰ লগত আছে; গোপাল কৃষ্ণ গোখলে, দাদাভাই নৌৰজী আৰু ফিৰোজশাহ মেহটাৰ লগত নহয়।

দেশত জনসাধাৰণৰ মাজত নতুন উৎসাহ-উদ্দীপনা পৰিলক্ষিত হৈছিল। বেনাৰসত বহা কংগ্ৰেছ অধিৱেশনতে উৎসাহী দল এটা ওলাইছিল। বঙ্গদেশত অৰবিন্দ ঘোষ আৰু বিপিন চন্দ্ৰ পাল। অৰবিন্দ ঘোষে সম্পাদনা কৰা 'বন্দে মাতৰম' কাকতে মহাৰাষ্ট্ৰত বালগঙ্গাধৰ তিলক আৰু তেওঁৰ 'কেশৰী' কাকতে আৰু পঞ্জাবত লালা লাজপত ৰায় আৰু তেওঁৰ 'পাঞ্জাবী' কাকতে নতুন বতাহ বোৱাইছিল। বঙ্গদেশত বঙ্গ-বিচ্ছেদৰ সময়ত স্বদেশী আন্দোলনত যি প্ৰতিজ্ঞা লোৱা হৈছিল, বঙ্গ বিভাজন ৰদ হোৱাৰ পিছতো স স্থায়ী হ'ল। পঞ্জাবত জনসাধাৰণৰ মাজত বিক্ষোভ সৃষ্টি কৰা বুলি গবৰ্ণমেণ্টে লাজপত ৰায়কে দায়ী কৰিছিল।

১৯০৭ চনত এদিন কাছাৰীলৈ যাবলৈ ওলাওঁতে পুলিচে আহি লালাজীক ধৰি নিলে। তেওঁক কলৈ নিয়া হ'ব তেতিয়া জনা হোৱা নাছিল। বৰলাট লৰ্ড মিণ্টুৱে লালাজীৰ নিৰ্বাসন-দণ্ড মঞ্জুৰ কৰিলে। এজন য়ুৰোপীয় অফিচাৰে বন্দী অৱস্থাত লাজপত ৰায়ক কৈছিল যে, সৈন্যসকলৰ মাজত বিদ্ৰোহৰ ভাব জন্মোৱাৰ অপৰাধত তেওঁক অপৰাধী বুলি ভবা হৈছে। লালাজীক দ্বিতীয় নানাচাহাব বুলি ধৰা হৈছিল। ১৯০৭ চনৰ সময়ত ইংৰাজৰ কোনো কোনো মহলত এটা বিশ্বাস জন্মিছিল যে, ভাৰতত ১৮৫৭ চনৰ পুনৰাবৃত্তি হ'ব পাৰে। এংলো ইণ্ডিয়ান কাকতে এনেবিলাক খবৰ উলিয়াইছিল আৰু আন্দোলনত যোগ দিয়া শিক্ষিত লোকক বেত্ৰেৰে কোবাবলৈ পৰামৰ্শ দিছিল।

লালাজীক বাৰ্মাৰ মান্দালয় ফৰ্টলৈ নিয়া হ'ল। তেওঁক বিনা বিচাৰে আটক কৰি ৰখা হয়। জেলত তেওঁক খবৰ-কাকত আদিও দিয়া নহৈছিল। মান্দালয়ৰ জেলৰ পৰা লালাজীয়ে দুখন চিঠি লিখে। প্ৰথমখন লিখে তেওঁৰ বন্ধু দ্বাৰকা দাসলৈ। তাত তেওঁ লিখে, লালাজীৰ যিবিলাক মকৰ্দমা থাকি গ'ল সেইবিলাক যেন দ্বাৰকা দাসে লয় আৰু মক্কেলসকল যদি তাত সন্তুষ্ট নহয়, তেন্তে আগতে দিয়া ফিজৰ ধন যেন তেওঁলোকক ঘূৰাই দিয়া হয়। দ্বিতীয়খন চিঠি লিখে লাহোৰত থকা তেওঁৰ ল'ৰা প্যাৰেলাললৈ। তাত তেওঁ লিখিছিল যে লালাজীৰ অনুপস্থিতিত যেন তেওঁৰ দেউতাকক সান্ত্বনা দিয়ে আৰু তেওঁৰ যেন কোনো কষ্ট নহয় তালৈ লক্ষ্য ৰাখে। প্ৰথমখন চিঠিৰ পৰা বুজা যায়, ওকালতি ব্যৱসায়ত কিমান উচ্চ-

মান তেওঁ ৰক্ষা কৰিছিল। দ্বিতীয়খনৰ পৰা তেওঁ দেউতাক আৰু পৰিয়ালৰ কথা কেনেকৈ ভাবিছিল বুজিব পাৰি। মান্দালয় ফৰ্টত থাকোঁতে, লাজপত ৰায়ে 'The Story of My Deportation' নামেৰে কিতাপখন লিখে। ছমাহ আটক হৈ থকাৰ পিছত, এঘাৰ নবেম্বৰত লালাজী মান্দালয় জেলৰ পৰা খালাচ হয়।

লৰ্ড মিণ্টুৱে লাজপত ৰায়ৰ সম্পৰ্কে লিখিছিল: "এই বিষয়ে অকণো সন্দেহ নাই যে, লাজপত ৰায় মহৎ চৰিত্ৰৰ পুৰুষ আৰু তেওঁক তেওঁৰ দেশৰ মানুহে অতিশয় সন্মান কৰে। যি সময়ত তেওঁক গ্ৰেপ্তাৰ কৰিবলৈ নিৰ্দেশ দিয়া হৈছিল, সেই সময়ত যদি এতিয়াৰ দৰে মই জানিলোহেঁতেন, তেন্তে গ্ৰেপ্তাৰ কৰিবলৈ সন্মতি দিয়াৰ পূৰ্বে মই আৰু অধিক প্ৰমাণ বিচাৰিলোহেঁতেন।"

১৯০৭ চনত চুৰাটত কংগ্ৰেছৰ বিভাজন হ'ল। নৰমপন্থীসকলৰ জয় হ'ল। তিলক প্ৰমুখ্যে উগ্ৰপন্থীসকল কংগ্ৰেছৰ পৰা ওলাই গ'ল। লাজপত ৰায় নৰমপন্থীসকলৰ লগতে থাকিল যদিও, প্ৰকৃততে তেওঁৰ ভাৱনা আৰু কাৰ্য-পদ্ধতি আছিল তিলক প্ৰমুখ্যে উগ্ৰপন্থীসকলৰ লগত মিল থকা বিধৰ। তেওঁ কংগ্ৰেছৰ মাজত বিভাজন নিবিচাৰিছিল কাৰণেহে উগ্ৰপন্থী-সকলৰ লগত ওলাই যোৱা নাছিল। চুৰাটত স্বদেশী সন্মিলনৰ সভাপতিৰ আসনৰ পৰা তেওঁ কৈছিল: "মই মোৰ নৰমপন্থী বন্ধুসকলক খাটো, তেওঁ-লোকে যেন শত্ৰুৰ জালত ভৰি নিদিয়ে। হ'ব পাৰে যে, তথাকথিত কিছুমান উগ্ৰপন্থী প্ৰণালী তেওঁলোকে ভাল নেপায়। মোৰ উগ্ৰপন্থী বন্ধুসকলকো মই সন্মানেৰে সৈতে গোহাৰি জনাব খোজোঁ যে যুগৰ মন্থৰতাৰ আৰু বাস্তৱ ক্ষেত্ৰৰ অভিজ্ঞতাৰ কথাত যেন তেওঁলোকে ধৈৰ্য নেহেৰুৱায়।"

চুৰাটত কংগ্ৰেছৰ বিভাজন হোৱাৰ পাছত লাজপত ৰায়ে বোম্বে, কলিকতা, কাণপুৰ, দিল্লী আদি ঠাইত ভ্ৰমণ কৰে। মান্দালয় জেলৰ পৰা ওলাই অহাৰ পিছত, তেতিয়া লাজপত ৰায়ে সকলো ঠাইতে বিৰাট সম্বৰ্দ্ধনা পাইছিল।

১৯০৮ চনত যুক্তপ্ৰদেশ আদি ঠাইত দেখা দিয়া ভীষণ দুৰ্ভিক্ষত দুৰ্দশাগ্ৰস্তসকলৰ সাহাৰ্যাৰ কামত তেওঁ আত্মনিয়োগ কৰে। এই দুৰ্ভিক্ষই ভাৰতৰ ভয়ানক দৰিদ্ৰতাৰ নগ্নৰূপ লাজপতক দেখুৱাই দিছিল।

মৰ্লি-মিণ্টু শাসন-সংস্কাৰ যে কিমান ভুৱা সেইটো আঙুলিয়াই দি লালাজীয়ে কৈছিল যে, সুৰেন্দ্ৰনাথ বেনাৰ্জীৰ দৰে মানুহো স্থানীয় কাউন্সিলৈ

নির্বাচিত হ'ব নোৱাৰে। তেওঁ কয়: "ভোট দিয়া আৰু মেম্বাৰ হোৱাৰ কাৰণে সম্পত্তিৰে যি যোগ্যতাৰ ব্যৱস্থা কৰা হৈছে, তাৰ কাৰণে গোখলে আৰু দাদাভাই নৌৰজীৰ দৰে মানুহো প্ৰাদেশিক কাউন্সিললৈ যাব নোৱাৰিব।"

১৯১৩ চনত কৰাচী কংগ্ৰেছে ইংলণ্ডলৈ এটা প্ৰতিনিধি দল পঠাবলৈ স্থিৰ কৰে। প্ৰতিনিধি দলটোত পঞ্জাৱৰ পৰা লাজপত ৰায়, বঙ্গদেশৰ পৰা ভূপেন্দ্ৰনাথ বসু, বিহাৰৰ পৰা কৃষ্ণ সাহায়, এম. এ জিন্না আৰু বোম্বেৰ পৰা সমৰ্থ আছিল। সেই সময়তে দিল্লীত 'লাহোৰ বোমা মকৰ্দমা' চলি আছিল। লাজপত ৰায়কো তাত সাঙুৰিব পাৰে বুলি কথা ওলাইছিল। লৰেন্স গাৰ্ডেনছৰ ওপৰত লাহোৰত বোমা পেলোৱাৰ অভিযোগত এই মকৰ্দমা চলিছিল। যি হওঁক এই মকৰ্দমাৰ সন্দৰ্ভত লালাজীক সংশ্লিষ্ট কৰা নহ'ল। এই কথা স্পষ্ট হ'লত কিছু পলম হ'লেও তেওঁ কংগ্ৰেছৰ প্ৰতিনিধি দলক লগ ধৰিবলৈ বিলাতলৈ গ'ল। এই প্ৰতিনিধি দলটো ইংলণ্ডত থাকোতেই, প্ৰথম মহাযুদ্ধৰ দুন্দুভি বাজি উঠিল। সেই সময়ত ইংলণ্ডত থকা ভাৰতীয় নেতাসকলেও যুদ্ধত ইংলণ্ডৰ লগত সহযোগিতা কৰাৰ পক্ষে মত দিছিল। ইংলণ্ডৰ কাকতত ভাৰতৰ সহযোগ স্বতঃস্ফূৰ্ত আৰু সৰ্ববাদীসন্মত বুলি মত প্ৰকাশ কৰিছিল। এই সম্পৰ্কে আলোচনা কৰি লালাজীয়ে লিখিছিল:

"এনেবিলাক কথা আমাৰ কাৰণে বৰ বিমোৰত পেলোৱা ধৰণৰ আছিল। আমি ঘৰৰ মূধত উঠি ঘোষণা কৰি আহিছো যে, ভাৰতত ব্ৰিটিছ শাসন অস্বাভাৱিক, অসঙ্গত আৰু ন্যায় বিগৰ্হিত। আমি ইয়াকো কওঁ যে অৰ্থনৈতিক ক্ষেত্ৰত তেওঁলোকৰ শোষণ-নীতিৰ ফলস্বৰূপে তেজ ওলাই গৈ গৈ ভাৰতৰ ৰং শেঁতা হৈ পৰিছে। এতিয়া আমাৰ ৰাজ-ভক্তিৰ ঘোষণাবিলাক আমি ব্ৰিটিছ শাসনৰ বিৰুদ্ধে দিয়া বিবৃতিবিলাকৰ উত্তৰ হিচাপে আমাৰ মুখলৈ মাৰি পঠোৱা হৈছে।" এই সন্দৰ্ভত লিখা লালাজীৰ 'One Who Knows' নামৰ প্ৰবন্ধটো ইংলণ্ডৰ কাকতত ওলাইছিল।

ইংলণ্ডৰ পৰা লালাজী আমেৰিকা ভ্ৰমণলৈ গৈছিল। তাত থকা ছমাহ সময়ত তেওঁ নিউইয়ৰ্ক, বোষ্টন, ৱাছিংটন, চিকাগো আদি ঠাই ভ্ৰমণ কৰে আৰু বহুতো ঠাইত ভাৰতৰ সমস্যা সম্পৰ্কে বক্তৃতা দিয়ে। তাৰ পিছত তেওঁ জাপানলৈ যায়। জাপানত প্ৰায় সকলো বিশ্ববিদ্যালয়ে তেওঁক বক্তৃতা দিবলৈ আমন্ত্ৰণ কৰিছিল।

আমেৰিকাত লালাজীয়ে ভাৰতৰ বে-চৰকাৰী দূত হিচাপে কাম কৰিছিল। আমেৰিকাত থাকোতে লিখা লালাজীৰ কিতাপৰ ভিতৰত 'Yong India' কিতাপখনেই প্ৰধান আছিল। কিতাপখনৰ ওপৰত ব্ৰিটেইন আৰু ভাৰত চৰকাৰে নিষেধাজ্ঞা জাৰি কৰে। তাৰ পিছতে তেওঁ 'ভাৰতত ব্ৰিটিছৰ অৰ্থনৈতিক ইতিহাস', 'The Political Future of India' আদি কিতাপ লিখি উলিয়ায়। ইয়াৰ বাহিৰেও 'Reflections of the Political Situation in India' নামেৰে পুস্তিকা এখনো লালাজীয়ে প্ৰকাশ কৰিছিল। লালাজীৰ আত্মজীৱনীখনো এখন অসাধাৰণ কিতাপ।

আমেৰিকা আদি দেশত ফুৰোঁতে লালাজীয়ে অতি সাধাৰণভাৱে জীৱন-যাপন কৰিছিল। তেওঁ নিজেই লিখিছে : "মই নিজে ৰন্ধা-বঢ়া কৰো। নিজ হাতেৰে কাপোৰ-কানিও ধুই লওঁ। নিজৰ কোঠা নিজে পৰিষ্কাৰ কৰো। বহুত সময়ত ৰাতিৰ সাজ খাবলৈ মোৰ হাতত পাঁচ চেণ্টৰ ৰুটীহে আছিল। মোৰ হাতত যে পইছা নাছিল এনে নহয়। মোৰ হাতত হেজাৰ হেজাৰ টকাৰ ৰাজহুৱা পুঁজি আছিল। কিন্তু তাৰ পৰা এক চেণ্টো মই নিজৰ কাৰণে খৰচ কৰা নাছিলো।"

পাঁচ বছৰৰ মূৰত ১৯১৮ চনত প্ৰথম মহাযুদ্ধ শেষ হয়। ১৯১৯ চনত ভাৰতত ৰাওলাট আইন বলবৎ কৰাত দেশজুৰি ভীষণ আলোড়নৰ সৃষ্টি হয়। অমৃতসৰৰ জালিয়ানৱালাবাগত নিৰ্মম হত্যাকাণ্ড সংঘটিত হয়। এনে অৱস্থাত লালাজী ভাৰতলৈ উলটি আহিবলৈ ব্যগ্ৰ হৈ পৰিল। কিন্তু তেওঁক পাছপৰ্ট আদি দিয়া নহৈছিল। অৱশেষত বহুত পিনৰ পৰা হোৱা চেষ্টাৰ ফলত ১৯২০ চনৰ ২০ ফেব্ৰুৱাৰীত তেওঁ বোম্বে পালেহি। ভাৰতৰ জাতীয় মঞ্চত গান্ধীজীৰ আবিৰ্ভাব সম্পৰ্কে মন্তব্য কৰি তেওঁ কৈছিল : "তেওঁ হৈছে আমি অন্তৰত বিচৰা ধৰণৰ নেতাজন।"

১৯২০ চনত কলিকতাত কংগ্ৰেছৰ বিশেষ অধিৱেশন বহে। লালা লাজপত ৰায়ে তাত সভাপতিত্ব কৰে। এই অধিৱেশনতে মহাত্মাজীৰ অসহযোগৰ প্ৰস্তাৱ দাঙি ধৰা হয়। এনে এটা গুৰুত্বপূৰ্ণ সময়তে ১৯২০ চনৰ এক আগষ্ট তাৰিখে লোকমান্য বাল গঙ্গাধৰ তিলকৰ পৰলোক হয়। তিলকৰ লগত লাজপত ৰায়ৰ আন্তৰিক বন্ধুত্বৰ সম্পৰ্ক আছিল। তেওঁৰ মৃত্যুৱে লালাজীক বৰ আঘাত দিয়ে। কলিকতা কংগ্ৰেছৰ সভাপতিৰ আসনৰ পৰা অসহযোগৰ

প্ৰস্তাৱ সম্পৰ্কে লালাজীয়ে পক্ষে বা বিপক্ষে কোনো মত দিয়া নাছিল। চিত্তৰঞ্জন দাসেও অসহযোগৰ প্ৰস্তাৱৰ বিৰোধিতা কৰিছিল। পাৰ্লিয়ামেণ্টৰ অধ্যক্ষৰ দৰে লালাজীয়ে নিৰপেক্ষতা অৱলম্বন কৰিছিল। কিন্তু নাগপুৰ কংগ্ৰেছৰ পৰা তেওঁলোকে অসহযোগ আন্দোলনত নেতৃত্ব দিবলৈ আগবাঢ়ি আহিল।

১৯২১ চনত পঞ্জাৱ প্ৰদেশ কংগ্ৰেছ কমিটিৰ এখন মিটিং বে-আইনী ঘোষণা কৰা হয়। মিটিং ছত্ৰভঙ্গ কৰি দি সেই সভাৰ সভাপতি লালাজীক দুটা অভিযোগত অভিযুক্ত কৰি দুবছৰ জেল দিয়া হয়।

চৌৰিচৌৰাৰ ঘটনাৰ পিছত গান্ধীজীয়ে অসহযোগ আন্দোলন বন্ধ কৰি দিয়াত লালাজীয়ে জেলৰপৰা গান্ধীজীলৈ এখন চিঠি দিছিল। সেই চিঠিত তেওঁ লিখিছিল যে, গান্ধীজীয়ে যি ধৰণৰ অহিংসাৰ বাতাবৰণ বিচাৰে, লাখ লাখ মানুহৰ লগত সম্পৰ্ক থকা কোনো আন্দোলনতে সি সম্ভৱ নহয়। জেলৰপৰা এনেকৈ চিঠি লিখাটো মহাত্মাজীৰ মতে জেলত সত্যাগ্ৰহীয়ে পালন কৰিবলগীয়া বিধানৰ বিৰোধী আছিল। সেইকাৰণে এখন পোষ্টকাৰ্ডত গান্ধী-জীয়ে লালাজীৰ কটকী কে· শান্তানামলৈ লিখিছিল যে লালাজী 'civilly dead' আৰু লালাজীয়ে এনে চিঠি জেলৰপৰা লিখা উচিত নহয়।

লাহোৰ চেণ্ট্ৰেল জেলত থাকোঁতেই লালাজীয়ে কেইবাখনো কিতাপ লিখিছিল। প্ৰাচীন যুগৰ ভাৰত সম্পৰ্কে তেওঁ উৰ্দ্দুত ৬০০ পৃষ্ঠাৰ প্ৰথমখন কিতাপ লিখে। তাৰ পিছত মহাৰাজ অশোকৰ ওপৰতো ৩০০ পৃষ্ঠাৰ কিতাপখন লিখিছিল। লালাজীৰ নিজৰ জীৱন-দৰ্শন এই কিতাপত ফুটি ওলাইছে।

১৯২৪ চনত লালাজী আকৌ ইংলণ্ডলৈ যায়। তাত তেওঁ নিয়মমতে সমাজবাদী দল এটাত যোগ দিয়ে। শ্ৰমিক-আন্দোলনৰ লগত তেওঁ আগৰেপৰা সম্পৰ্ক ৰাখিছিল। ১৯২০ চনত কলিকতাত বহা এ· আই· টি· ইউ. চি.ৰ প্ৰথম অধিবেশনখন লালাজীয়ে উদ্বোধন কৰিছিল। ১৯২৬ চনৰ জানুৱাৰী মাহত তেওঁ স্বৰাজ্য দলত যোগ দিয়ে আৰু ১৯২৬ চনৰ মে' মাহত জেনেভাত বহা আই. এল· অ'ৰ অষ্টম অধিবেশনত ভাৰতীয় শ্ৰমিকৰ প্ৰতিনিধি হিচাপে যোগদান কৰে। তেওঁ আফ্ৰিকা আৰু আমেৰিকাৰ ক'লা বৰ্ণৰ শ্ৰমিকসকলৰ অৱস্থা সম্পৰ্কে তদন্ত হ'ব লাগে বুলি সেই অধিবেশনত প্ৰস্তাৱ দিছিল।

কংগ্ৰেছৰ আহ্বানক্ৰমে ভাৰতৰ সকলো ঠাইতে 'ছাইমন কমিচন' বৰ্জন

কৰিবলৈ স্থিৰ কৰা হৈছিল। ১৯২৮ চনৰ ২০ অক্টোবৰত এই কমিচন লাহোৰ পায়গৈ। লাহোৰত ক'লা পতাকা দেখুৱাই 'ছাইমন ঘূৰি যোৱা' ধ্বনি দি এটা বিৰাট সমদল উলিওৱা হৈছিল। এই সমদলৰ আগশাৰীত আছিল লালাজী। এনে শোভাযাত্ৰাৰ কাৰণে কৰ্তৃপক্ষ আগৰেপৰা সাজু হৈছিল। কাটা তাঁৰৰ বেৰ দি ৰেল ষ্টেচনৰ পিনে মানুহ যাব নোৱাৰা কৰিছিল। শোভাযাত্ৰা তাতে বাধাপ্ৰাপ্ত হৈ ৰৈছিলগৈ। জনতা শান্তিপূৰ্ণভাৱেই আছিল। কিন্তু পুলিচৰ অভিপ্ৰায় বেলেগ আছিল। জনতাক ছত্ৰভঙ্গ কৰিবলৈ তেওঁলোকে লাঠি চলালে। শোভাযাত্ৰাৰ আগত থকা লালাজীৰ ওপৰত পুলিচৰ নিৰ্মম লাঠিৰ কোব পৰিবলৈ ধৰিলে। তেওঁ লৰচৰ নকৰাকৈ একে ঠাইতে থাকিল আৰু জনতাকো লাঠি দাঙিবলৈ নিদিলে। লালাজী বৰ বেয়াকৈ আহত হ'ল। তেনে অৱস্থাৰে শোভাযাত্ৰা ঘূৰি যাওঁতেও তেওঁ তাৰ আগশাৰীত আছিল। গধূলি লাহোৰত পুলিচৰ এনে অত্যাচাৰৰ প্ৰতিবাদত বিৰাট ৰাজহুৱা সভা হ'ল। আহত পঞ্জাৱ কেশৰীয়ে তাতো গৰ্জন কৰিছিল।

এই ঘটনাৰ কিছু পিছতে দিল্লীত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভাত লালাজীয়ে যোগ দিছিলগৈ। জৱাহৰলাল নেহৰুৱে তেওঁৰ আত্ম-জীৱনীত লিখিছে: "তেতিয়াও তেওঁৰ গাত জখমৰ চিন আছিল। সেই জখমত তেওঁ ভুগি আছিল। লালাজীয়ে মোৰ বক্তৃতাৰ উত্তৰ দিছিল আৰু কিছু অংশৰ সমালোচনাও কৰিছিল। লাহোৰলৈ উলটি গৈ লালা-জীয়ে মোৰ বক্তৃতাৰ বিষয়ৰ ওপৰত, তেওঁৰ সাপ্তাহিক কাকত 'পিপল'ত ধাৰাবাহিক প্ৰবন্ধ লিখিবলৈ লৈছিল। প্ৰথমটো প্ৰবন্ধ ওলাল। দ্বিতীয়টো প্ৰবন্ধ ওলাবলৈ আৰু নেপালে।"

বাৰ নৱেম্বৰ। দেৱালীৰ সন্ধিয়া। লালাজীয়ে তেওঁৰ ডেকা বন্ধুসকলক গধূলি তেওঁৰ ঘৰত খাবলৈ মাতিছিল। দেৱালী উৎসৱত তেওঁ চাকি জ্বলাই আৰু মিঠাই বিলাই ভাল পাইছিল আৰু ল'ৰা-ছোৱালীৰ দৰেই আনন্দ কৰিছিল। সেইদিনাও সেইদৰে ৰং-ধেমালি কৰি নানা উপদেশমূলক কথা কৈ থাকোতে থাকোতেই তেওঁৰ গাটো বেয়া লাগি আহিল আৰু বিশ্ৰাম ল'বলৈ বিছনাত পৰিলগৈ।

যোল্ল নৱেম্বৰৰ দিনা ৰাতি শুবলৈ যাওঁতে বিৰ বেছি হোৱাত তেওঁৰ টোপনি অহা নাছিল। নাতিনীয়েক ভাৰতীয়ে মাজনিশালৈকে হাত-ভৰি

পিটিকি দি আছিল। ১৯২৮ চনৰ ১৭ নৱেম্বৰৰ পুৱা ৬ বাজি ৪৫ মিনিটত, লালাজীৰ প্ৰাণ-পক্ষীয়ে পাৰ্থিব শৰীৰ এৰি থৈ অনন্ত-লোকলৈ গতি কৰিলে।

লালাজীৰ মৃত্যুৰ খবৰ নিমিষতে চহৰত বিয়পি পৰিল। লাহোৰৰ বুঢ়া-বুঢ়ী, যুৱক-যুৱতী, ল'ৰা-ছোৱালী সকলোৱে লালাজীক শেষ দৰ্শন কৰিবৰ কাৰণে আহি গোট খালে। সকলোৰে মনলৈ আহিল ২০ অক্টোবৰেই ১৭ নৱেম্বৰৰ কাৰণ। ৰবি নদীৰ পাৰত তেওঁৰ শেষকৃত্য সমাপন কৰা হয়।

এইদৰে ভাৰতৰ ৰাজনৈতিক আকাশৰ এটি উজ্জ্বল তৰা অনন্ত কালত মাৰ গল।

ছৰ্দাৰ ভগৎ সিং আৰু তেওঁৰ সঙ্গী ৰাজগুৰুৱে এমাহৰ পিছত—সোতৰ ডিচেম্বৰত লালাজীৰ মৃত্যুৰ প্ৰতিশোধ ল'লে। বিশ অক্টোবৰত শান্তিপূৰ্ণ শোভাযাত্ৰাৰ ওপৰত লাঠি চাৰ্জ কৰিবলৈ আদেশ দিয়া লাহোৰৰ পুলিচ বিষয়া মিঃ স্কট আৰু লালাজীক লাঠিৰে কোবোৱা মিঃ ছেণ্ডাৰ্চক হত্যা কৰিবলৈ সিদ্ধান্ত লোৱা হৈছিল। সোতৰ ডিচেম্বৰৰ দিনা মিঃ ছেণ্ডাৰ্চ তেওঁৰ চাইকেলেৰে আহি পুলিচ গেট পাওঁতেই ৰাজগুৰুৱে তেওঁলৈ প্ৰথম জাঁই গুলি মাৰে। পিছত ভগৎ সিঙে তেওঁৰ গুলিৰে ছেণ্ডাৰ্চৰ মৃৰটো থকা-সৰকা কৰি পেলায়।

লালা লাজপত ৰায়ৰ দৰে পূজ্য দেশনেতা এজনক ইংৰাজ বিষয়াই নিৰ্মমভাৱে লাঠিৰে প্ৰহাৰ কৰি মৃত্যুৰ মুখলৈ ঠেলি দিছিল। সেইদিনা দেশবাসীৰ মনত যি দুখ আৰু ক্ষোভ পুঞ্জীভূত হৈছিল, সি দেশত নানা-ভাৱে প্ৰকাশ পাইছিল। দেশে ইয়াক এটা প্ৰত্যাহ্বান হিচাপে লৈছিল আৰু স্বাধীনতাৰ সঙ্কল্প ই দৃঢ়তৰ কৰি তুলিছিল।

# দেশবন্ধু চিত্তৰঞ্জন দাস

## (১৮৭০—১৯২৫)

"এনেছিলে সাথে কৰে মৃত্যুহীন প্ৰাণ।
মৰণে তাহাই তুমি ক'ৰে গেলে দান॥"

এইফাকি মৰ্মস্পৰ্শী কবিতাৰে, কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে, দেশবন্ধু চিত্তৰঞ্জন দাসৰ মৃত্যুত তেওঁলৈ শ্ৰদ্ধাঞ্জলি জনাইছিল। এইফাকি কবিতাৰ মাজেদিয়েই যেন দেশবন্ধুৰ জীৱন-কাহিনী পৰিস্ফুট হৈ উঠিছে।

ভূমিকম্প যেতিয়া হয়, কেতিয়াবা তাৰ পৰা পৰ্বতমালা মূৰ দাঙি উঠে। তাৰ ভিতৰৰে কোনো কোনো শৃঙ্গ, উচ্চ পৰ্বতৰাজিৰ মাজতো উচ্চ শিৰ তুলি থিয় দিয়ে।

সেইদৰে গণ বিপ্লৱতো বিৰাট পুৰুষসকলৰ জননেতাসকলৰ আবিৰ্ভাব হয়। জনসাধাৰণৰ মনৰ ভিতৰত গুমৰি থকা ভাবৰাশিৰ আলোড়নৰ পৰা তেওঁলোকৰ জন্ম হয়। তেওঁলোকেই আকৌ সেই ভাব কাৰ্যকৰী কৰাৰ কাৰণে আন্দোলন পৰিচালনাত নেতৃত্ব দিয়ে। তেওঁলোক আংশিকভাৱে আন্দোলনৰ সৃষ্টি আৰু স্ৰষ্টাও।

১৯২০-২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত আগৰ বাটকটীয়া দাদাভাই নৌৰজী, বদৰুদ্দিন তৈয়বজী, বালগঙ্গাধৰ তিলক, গোপালকৃষ্ণ গোখলে, এনী বেছান্ত, সুৰেন্দ্ৰনাথ বেনাৰ্জী প্ৰমুখো জননেতাসকলৰ পিছত মহাত্মা গান্ধীক কেন্দ্ৰ কৰি ভাৰতৰ বিভিন্ন প্ৰদেশৰ পৰা বিশেষ ব্যক্তিত্বসম্পন্ন নেতাসকল ওলাইছিল আৰু আন্দোলনৰ নেতৃত্ব দিছিল। দেশবন্ধু দাস, মৌলানা আবুল কালাম আজাদ, মৌলানা মহম্মদ আলি, হাকিম আজমল খান, ছৰ্দাৰ বল্লভভাই পেটেল, ডঃ ৰাজেন্দ্ৰপ্ৰসাদ, লালা লাজপত ৰায়, পণ্ডিত জৱাহৰলাল নেহৰু আৰু অসমৰ তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, চন্দ্ৰনাথ শৰ্মা, কুলধৰ চলিহা, ৰোহিণী হাতীবৰুৱাৰ নাম এই প্ৰসঙ্গত বিশেষকৈ উল্লেখ কৰিব পাৰি।

দুৰ্ভাগ্যৰ কথা যে, দেশবন্ধু যেতিয়া ভাৰতৰ ৰাজনৈতিক ক্ষেত্ৰৰ প্ৰাণ-কেন্দ্ৰত উজ্জ্বল ভৱিষ্যত লৈ প্ৰতিষ্ঠিত হৈছিল তেতিয়াই তেওঁৰ পৰলোক হ'ল। দেশবন্ধু দাস সক্ৰিয় ৰাজনীতিত মাত্ৰ ছ বছৰমানহে আছিল। কিন্তু

তাৰ ভিতৰতে তেওঁ এজন সৰ্বশ্ৰেষ্ঠ নেতা হিচাপে ভাৰতৰ জনসাধাৰণৰ অন্তৰ জয় কৰিব পাৰিছিল। ইয়েই তেওঁৰ ৰাজনৈতিক প্ৰতিভা আৰু দেশ-সেৱাৰ প্ৰকৃষ্ট প্ৰমাণ।

১৮৭০ চনৰ ৫ নৱেম্বৰত কলিকতাত চিত্তৰঞ্জন দাসৰ জন্ম হয়। তেওঁৰ দেউতাকৰ নাম আছিল ভুবন মোহন দাস। মাকৰ নাম নিস্তাৰিণী দেৱী। ভুবন মোহনে ওকালতি ব্যৱসায় কৰিছিল। তেওঁৰ ভতিজাক সতীশ ৰঞ্জন বঙ্গ প্ৰদেশৰ এডভোকেট জেনেৰেল আছিল আৰু পিছত বৰলাটৰ একজিকিউটিভ কাউন্সিলত ল মেম্বাৰো (Law member) হৈছিল।

চিত্তৰঞ্জনৰ দেউতাক দানী পুৰুষ আছিল। নিজৰ হাতত ধন নেথাকিলেও, তেওঁ ধাৰ কৰি আনি আনক দিয়াৰ দস্তুৰ আছিল। খৰচত তেওঁ অলপো হিচাপী নাছিল। এবাৰ এজন মানুহৰ ধাৰৰ তেওঁ জামিন হৈছিল। মানুহজন পলাই গ'ল। তেতিয়া জামিন হিচাপে ভুবন মোহনৰ ওপৰত ত্ৰিশ হাজাৰ টকা পৰিশোধ কৰাৰ দায়িত্ব পৰিল। মহাজনে ধাৰ আদায় কৰিবলৈ আদালতৰ কাষ চাপিল। দেউতাকৰ ঋণ পৰিশোধ কৰিবলৈ চিত্তৰঞ্জন সন্মত হৈছিল। কিন্তু তেতিয়া সেই ধাৰ পৰিশোধ কৰিবৰ ক্ষমতা নথকাত দেউতাক আৰু তেওঁ দুয়ো দেৱলীয়া ঘোষণা কৰিব লগাৰ দৰে দুৰৱস্থা হয়। পিছত, খতৰ ম্যাদ উকলি গ'লেও আৰু আইনমতে দিব লগা নোহোৱা সত্বেও চিত্তৰঞ্জনে মহাজনক মতাই আনি দেউতাকৰ ধাৰ পুৰাকৈ পৰিশোধ কৰিছিল।

১৮৮৬ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা দেশবন্ধুৱে প্ৰৱেশিকা পৰীক্ষা পাছ কৰে। তাৰ পিছত তেওঁ প্ৰেচিডেন্সী কলেজত ভৰ্তি হয়। সেই সময়ত চিত্তৰঞ্জন দাসে সাহিত্য বিষয়ক কিতাপ পঢ়াত মন দিছিল। বঙ্কিম চাটাৰ্জী আৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ ৰচনাৱলীৰ উপৰিও কীটছ, শ্বেলী আৰু ব্ৰাউনিঙৰ প্ৰতি তেওঁ বিশেষভাৱে আকৃষ্ট হৈছিল।

১৮৯০ চনত তেওঁ 'ইণ্ডিয়ান চিভিল ছাৰ্ভিচ' পৰীক্ষা দিবলৈ লণ্ডনলৈ যায়। দাসে দুবাৰো সেই পৰীক্ষা দিয়ে। কিন্তু তেওঁক আই. চি. এছত ভৰ্তি কৰা নহ'ল। তেওঁক আই. চি. এছত নোলোৱা সম্পৰ্কে ৰাজনৈতিক কাৰণ থকা বুলি সন্দেহ কৰা হয়। কলিকতাৰ ভূতপূৰ্ব চীফ জাষ্টিচ ছাৰ ৰিচাৰ্ড গাৰ্থে দাসৰ দেউতাক ভুবন মোহনলৈ লিখিছিল : "মই যিমান পাৰো চেষ্টা কৰিলো। কিন্তু তোমাৰ ল'ৰাই 'অক্সহাম'ত

দিয়া অগ্নিময়ী বক্তৃতাই সকলো নষ্ট কৰিলে। মই 'ইণ্ডিয়া' অফিচক মনাব নোৱাৰিলো।"

আই. চি. এছত ভৰ্তি নোহোৱাত দেউতাকে তেওঁক ওকালতি ব্যৱসায় ল'বলৈ পৰামৰ্শ দিলে। সেইমতে লণ্ডনত তেওঁ বেৰিষ্টাৰী পঢ়িলে আৰু পাছ কৰি আহি ১৮৯৩ চনত কলিকতা হাইকোৰ্টত এডভোকেট হিচাপে শপত ল'লে। প্ৰথম অৱস্থাত চিত্তৰঞ্জনক অৰ্থনৈতিক সমস্যাই জুৰুলা কৰিছিল। বেৰিষ্টাৰ-সকল ট্ৰামত বা খোজ কাঢ়ি আদালতলৈ নগৈছিল। এইটো তেওঁলোকৰ সন্মান হানিকৰ বুলি ভাবিছিল। কিন্তু চিত্তৰঞ্জনে আদালতলৈ ট্ৰামত বা খোজ কাঢ়ি অহা-যোৱা কৰিছিল। চাৰি বছৰমানলৈকে চিত্তৰঞ্জনৰ ওকালতি বৰ ভাল হোৱা নাছিল। ১৯০৭ চনৰ পৰা বেৰিষ্টাৰ হিচাপে চিত্তৰঞ্জনৰ নাম হ'বলৈ ধৰিলে। সেই সময়তে ব্ৰহ্মবন্ধু উপাধ্যায় ৰাজদ্ৰোহৰ অভিযোগত অভিযুক্ত হৈছিল। চিত্তৰঞ্জনে উপাধ্যায়ৰ হৈ ওকালতি কৰে। বিপিন চন্দ্ৰ পালৰ পক্ষেও তেওঁ থিয় দিয়ে। বিখ্যাত আলিপুৰ বোমা মকৰ্দমাত শ্ৰীঅৰবিন্দ ঘোষো অভিযুক্ত হৈছিল। এই মকৰ্দমাতো চিত্তৰঞ্জনে আচামীৰ পক্ষ লৈ ওকালতি কৰে। এই মকৰ্দমাত ফৰিয়াদী পক্ষত আছিল বিখ্যাত উকিল আৰ্ডলি নৰ্টন শ্ৰীঅৰবিন্দ স্ব-ইচ্ছাই দৰিদ্ৰতা বৰণ কৰি লোৱা সন্তজন। তেওঁ উকিলৰ 'ফিজ' দিয়াৰ প্ৰশ্নই মুঠিছিল। চিত্তৰঞ্জনে উপযাচি তেওঁৰ পক্ষে উকিল হিচাপে থিয় দিয়ে। এই মকৰ্দমাত চিত্তৰঞ্জনৰ আইনৰ জ্ঞান আৰু ওকালতিৰ দক্ষতা দেখি সকলো মুগ্ধ হৈছিল। শ্ৰীঅৰবিন্দই মকৰ্দমাত খালাচ হৈ লিখিছিল ঃ "তোমালোকে সকলোৱে চিত্তৰঞ্জনৰ নাম শুনিছা, যি তেওঁৰ আন সকলো মকৰ্দমা বাদ দি ৰাতি মাজনিশালৈকে উজাগৰে থাকি, মাহৰ পিছত মাহ ধৰি নথি-পত্ৰ ঘাটি ঘাটি, নিজৰ স্বাস্থ্য নষ্ট কৰিও মোক নিৰ্দোষী প্ৰমাণ কৰি মোৰ জীৱন ৰক্ষা কৰিছিল। তেওঁক দেখি মই সন্তোষ পাওঁ।"

দিল্লী ষড়যন্ত্ৰ মকৰ্দমা অনুশীলন সমিতিৰ নেতা পুলিন বিহাৰী দাস আৰু তেওঁৰ সহকৰ্মীসকলৰ বিৰুদ্ধে হোৱা ঢাকা ষড়যন্ত্ৰ মকৰ্দমা আদি কেবাটাও ৰাজনৈতিক মকৰ্দমাত আচামীৰ পক্ষে থিয় দি দাসে ওকালতিত অসাধাৰণ ক্ষমতা দেখুৱায়।

এনেকৈ চিত্তৰঞ্জন দাস এজন দেশপ্ৰেমিক আৰু ৰাজনৈতিক মকৰ্দমাত আন্দোলনকাৰীৰ পক্ষৰ বেৰিষ্টাৰ হিচাপে জনাজাত হৈ পৰিছিল। অচিৰে

তেওঁ কলিকতা হাইকোৰ্টৰ এজন মুখিয়াল বেৰিষ্টাৰ হিচাপে প্ৰতিষ্ঠা লাভ কৰে।

চিত্তৰঞ্জনৰ সাহিত্য আৰু কবিতাতো ৰাপ আছিল। তেওঁৰ জন্ম ব্ৰাহ্ম পৰিয়ালত। ব্ৰাহ্ম ধৰ্মত যুক্তিবাদৰ প্ৰাধান্য যদিও চিত্তৰঞ্জনে ভক্তি ভাবৰ অনুভূতিমূলক কবিতা লিখিছিল। মালঞ্চ, সাগৰ সংগীত, অন্তৰ্যামী আৰু কিশোৰ-কিশোৰী আদি কবিতাৰ কিতাপ তেওঁ লিখিছিল। প্ৰাচ্য-সাহিত্যৰ সু-বিখ্যাত পণ্ডিতজন আলেক্‌জেণ্ডাৰ চেপমেনে সেই কবিতাবিলাকৰ প্ৰশংসা কৰিছিল। দাসৰ কেইখনমান কিতাপ তেওঁ ভাঙনিও কৰিছিল।

ছাত্ৰ-জীৱনৰে পৰা চিত্তৰঞ্জনৰ ৰাজনীতিত ৰাপ আছিল। ১৯০৫-১৯০৬ চনৰ স্বদেশী আন্দোলনৰ সময়ত চিত্তৰঞ্জনে তেওঁৰ কেইজনমান বিশ্বস্ত বন্ধুৰে সৈতে নিজৰ ঘৰতে স্বদেশী মণ্ডলী গঠন কৰিছিল। বঙ্গ-ভঙ্গ আন্দোলনৰ নেতা বিপিন চন্দ্ৰ পালৰ লগত তেওঁৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। কিন্তু তেতিয়াও তেওঁ ৰাজনীতিত সক্ৰিয় নাছিল। ১৯১৭ চনৰ এপ্ৰিলত কলিকতাত বঙ্গ প্ৰাদেশিক সন্মিলনত সভাপতিত্ব কৰিবলৈ চিত্তৰঞ্জনক নিমন্ত্ৰণ কৰা হয়। সুৰেন্দ্ৰনাথ বেনাৰ্জীয়ে সভাপতিৰ কাৰণে তেওঁৰ নাম প্ৰস্তাৱ কৰি কৈছিল যে, চিত্তৰঞ্জন অতি সোনকালে ভাৰতৰ এজন প্ৰিয় নেতা হৈ উঠিব।

সেই সময়ত ভাৰত-সচিব মণ্টেগুৱে ভাৰতৰ নতুন শাসন-সংস্কাৰৰ কথা পালিয়ামেণ্টত ঘোষণা কৰে। এই প্ৰশ্ন লৈ ভাৰতত যি আলোচনা আৰম্ভ হ'ল, চিত্তৰঞ্জনে সেই আলোচনাৰ মাজত কংগ্ৰেছৰ ৰাজনীতিত সক্ৰিয় অংশ ল'বলৈ আৰম্ভ কৰিলে। ১৯১৭ চনৰ ডিচেম্বৰত এনী বেছাণ্টৰ সভানেত্ৰীত্বত কলিকতা কংগ্ৰেছ অধিৱেশনৰ আলোচনাত দাসে বিশেষভাৱে ভাগ লৈছিল। তাৰ পিছত কংগ্ৰেছৰ এজন সৰ্বপ্ৰধান নেতা সুৰেন্দ্ৰনাথ বেনাৰ্জীয়ে কংগ্ৰেছ ত্যাগ কৰিলে। চিত্তৰঞ্জন দাসে বঙ্গৰ পৰা কংগ্ৰেছত তেওঁৰ ঠাই ল'লে। ১৯১৯ চনত ৰাওলাট আইন জালিয়ানৱালাবাগৰ হত্যাকাণ্ড খিলাফটৰ সমস্যা লৈ এটাৰ পিছত আনটো ঘটনা ঘটিবলৈ ধৰিলে, যিবিলাক ঘটনাই ভাৰতৰ আৰু কংগ্ৰেছৰ ইতিহাসক নতুন মোৰ দিলে। নিখিল ভাৰত কংগ্ৰেছ কমিটিয়ে জালিয়ানৱালাবাগৰ হত্যাকাণ্ড সম্পৰ্কে যি কমিটি গঠন কৰিছিল, চিত্তৰঞ্জনো তাৰ এজন সভ্য আছিল। তিনিমাহমান ওকালতি বন্ধ

কৰি চিত্তৰঞ্জনে এই কমিটিৰ কাম কৰিছিল। পঞ্জাৱত এই কাম লৈ থাকোঁতে চিত্তৰঞ্জনে পঞ্চাশ হেজাৰমান টকা নিজৰ পৰা খৰচ কৰিছিল। ১৯২০ চনত কলিকতাত লাজপত ৰায়ৰ সভাপতিত্বত বহা কংগ্ৰেছৰ বিশেষ অধিৱেশনত মহাত্মা গান্ধীয়ে অসহযোগৰ প্ৰস্তাৱ দাঙি ধৰিলে। চিত্তৰঞ্জন এটা কথাত ইয়াৰ বিৰোধী আছিল। সেইটো হৈছে কাউন্সিল বৰ্জন। কাউন্সিল বৰ্জন মহাত্মাজীৰ অসহযোগৰ আঁচনিৰ এটা প্ৰধান বিষয় আছিল। চিত্তৰঞ্জনৰ মতে কাউন্সিল বৰ্জন নকৰি, কাউন্সিলৰ ভিতৰৰ পৰাও চৰকাৰৰ লগত সংগ্ৰাম কৰিব পাৰি আৰু সেই প্ৰণালী ৰাজনৈতিক হিচাপে কাৰ্যকৰী হ'ব। কলিকতা কংগ্ৰেছত এই প্ৰশ্ন লৈ তেওঁ অসহযোগৰ প্ৰস্তাৱৰ বিৰোধিতা কৰিলেও নাগপুৰ অধিৱেশনত অসহযোগৰ প্ৰস্তাৱ সমৰ্থন কৰি চিত্তৰঞ্জনে তেওঁৰ মাহে চল্লিচ হাজাৰৰ ওপৰ টকা উপাৰ্জন কৰা ওকালতি ব্যৱসায় ত্যাগ কৰিব বুলি ঘোষণা কৰে। তেওঁৰ এই ত্যাগে দেশত উদ্দীপনা সৃষ্টি কৰিছিল।

নাগপুৰ কংগ্ৰেছৰ পৰা উলটি আহি চিত্তৰঞ্জন দাসে তেওঁৰ আগৰ যি য'ত 'ব্ৰীফ' আছিল সকলো ওলোটাই দিলে। ভৱিষ্যতে তেওঁ কেতিয়াও ওকালতি নকৰিবলৈ স্থিৰ কৰিলে আৰু ৰাজনৈতিক ক্ষেত্ৰত একাণপটীয়াকৈ কাম কৰিবলৈ সংকল্প ল'লে।

১৯২১ চনৰ ১১ জানুৱাৰী তাৰিখে কলিকতাৰ বিৰাট ৰাজহুৱা সভাত তেওঁ অসহযোগ আন্দোলনত যোগ দিবলৈ সকলোলৈকে আহ্বান জনালে। ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰতি তেওঁ স্কুল-কলেজ এৰি আহিবলৈ অনুৰোধ জনাই কৈছিল যে, শিক্ষা এবছৰ-দুবছৰ অপেক্ষা কৰিব পাৰে; কিন্তু স্বৰাজৰ যুদ্ধত কাল বিলম্ব নকৰি যোগ দিবলগীয়া। চৰকাৰী কলেজ বৰ্জন কৰি অহা ছাত্ৰক পঢ়াৰ সুবিধা দিবলৈ কলিকতাত বঙ্গ জাতীয় কলেজ স্থাপন কৰা হয়। মহাত্মা গান্ধীয়ে এই কলেজ উদ্বোধন কৰে। সুভাষ বসু ইয়াৰ প্ৰতিষ্ঠাপক অধ্যক্ষ আছিল। কলিকতাত তেতিয়া বহুতো ছাত্ৰ-ছাত্ৰীয়ে চৰকাৰী স্কুল-কলেজ বৰ্জন কৰিলে। ইয়াৰ পিছত দেশবন্ধুৱে সমগ্ৰ বঙ্গপ্ৰদেশ আৰু অসমৰো কেইখনমান জিলা পৰিভ্ৰমণ কৰি অসহযোগৰ বাণী প্ৰচাৰ কৰে। সকলোতে এক জনজাগৰণ আৰু আন্দোলনৰ কাৰণে অভূতপূৰ্ব উৎসাহ-উদ্দীপনাৰ সৃষ্টি হয়।

নেতাজী সুভাষ চন্দ্ৰ বসু তেতিয়া লণ্ডনত আছিল। তেওঁ আই.চি. এচ পৰীক্ষা পাছ কৰি উঠিছিল। কিন্তু চৰকাৰী চাকৰি নকৰি ৰাজনৈতিক আন্দোলনত যোগ দিবলৈ তেওঁ স্থিৰ কৰিছিল। লণ্ডনৰ পৰা কেমব্ৰিজৰ ছাত্ৰ হৈ থাকোতেই ভাৰতৰ ৰাজনৈতিক আন্দোলনত যোগ দিয়াৰ বিষয়ে পৰামৰ্শ বিচাৰি ১৯২১ চনৰ ১৬ ফেব্ৰুৱাৰীত চিত্তৰঞ্জন দাসলৈ তেওঁ এখন চিঠি লিখিছিল। ১৯২১ চনৰ ১৬ জুলাইত বসু আহি বোম্বে পাই গান্ধীজীক দেখা কৰে। গান্ধীজীৰ পৰামৰ্শমতে বসুৱে আহি কলিকতাত চিত্তৰঞ্জন দাসক লগ ধৰিলে। চিত্তৰঞ্জনৰ লগত কথা-বতৰা হোৱাৰ বিষয়ে উল্লেখ কৰি বসুৱে লিখিছেঃ "আমাৰ আলোচনা শেষ হোৱাৰ লগে লগে, মই মোৰ মন স্থিৰ কৰিছিলো। মই অনুভৱ কৰিলো যে, মই এজন নেতা পাইছো। তেওঁক অনুসৰণ কৰিবলৈ দৃঢ় সংকল্প।"

কংগ্ৰেছে যুৱৰাজৰ (ইংলণ্ডৰ প্ৰিন্স অৱ ৱেলছ) ভাৰত ভ্ৰমণ বৰ্জন কৰিবলৈ স্থিৰ কৰে। সেইমতে তেওঁ ১৯২১ চনৰ ১৭ নৱেম্বৰত বোম্বে পাওঁতে আৰু ২৪ ডিচেম্বৰত কলিকতা পাওঁতে হৰতাল পালন কৰিবলৈ স্থিৰ হয়। চিত্তৰঞ্জনে সেই হৰতালৰ কৃতকাৰ্য্যতাৰ কাৰণে যাৱতীয় ব্যৱস্থা ল'লে। কলিকতাত সম্পূৰ্ণ হৰতাল হৈছিল। কলিকতাৰ হৰতাল ইমান সফল হৈছিল যে 'ইংলিছমেন' আৰু 'ষ্টেটচমেন' কাকতে কংগ্ৰেছ স্বেচ্ছাসেৱকসকলৰ হাতত কলিকতা মহানগৰীখন এৰি দিয়া বুলি গৱৰ্ণমেণ্টৰ ওপৰত দোষাৰোপ কৰিছিল।

বঙ্গ প্ৰাদেশিক কংগ্ৰেছ কমিটি ২৭ নৱেম্বৰত বহিল আৰু দেশবন্ধুক আইন-অমান্য আন্দোলন পৰিচালনা কৰিবলৈ পূৰা কৰ্তৃত্ব দিলে। ইফালে দেশবন্ধুৰ পত্নী বাসন্তী দেৱী আৰু তেওঁৰ ভনীয়েক উৰ্মিলা দেৱীক খদ্দৰ বিক্ৰী কৰি থাকোঁতে পুলিচে গ্ৰেপ্তাৰ কৰি জেললৈ লৈ যায়। মাজনিশা তেওঁলোকক এৰি দিয়া হয়। সন্মানিত ভদ্ৰমহিলাৰ প্ৰতি কৰা এনে ব্যৱহাৰত কলিকতাবাসী ক্ষুব্ধ হৈছিল।

১৯২১ চনৰ ১০ ডিচেম্বৰত দেশবন্ধুক গ্ৰেপ্তাৰ কৰা হয়। গ্ৰেপ্তাৰ কৰি তেওঁক লৈ যাবৰ সময়ত দেশবন্ধুৱে জীয়েকক কৈ গৈছিল, জেললৈ তেওঁৰ কাৰণে ঘৰৰপৰা যেন কোনো খোৱা বস্তু পঠোৱা নহয়। জেলৰ খোৱা খাবলৈ টান পাব বুলি জীয়েকে আপত্তি কৰাত তেওঁ জীয়েকক সেই বিষয়ে ভাবিবলৈ

মানা কৰি কৈছিল যে, জেলত আন বন্দীক যি খাবলৈ দিয়া হয় তেওঁ তাকেহে খাব। এইবাৰ তেওঁৰ ছমাহ ফাটেক হয়। তেতিয়াৰ জেলত য়ুৰোপীয় শ্ৰেণীৰ কাৰণে বিশেষ সুবিধা আছিল। জেল-কৰ্তৃপক্ষই দেশবন্ধুক য়ুৰোপীয় শ্ৰেণীত ৰাখিবলৈ ইচ্ছা কৰিছিল। কিন্তু দেশবন্ধুৱে তেনে সুবিধা ল'বলৈ অস্বীকাৰ কৰি কৈছিল যে, তেওঁ তেওঁক সম্পূৰ্ণৰূপে ভাৰতীয় হিচাপে ব্যৱহাৰ কৰাটোহে বিচাৰে। চিত্তৰঞ্জন সেই বছৰ আহমদাবাদৰ কংগ্ৰেছৰ নিৰ্বাচিত সভাপতি আছিল। কিন্তু তেওঁ জেললৈ যাব লগা হোৱাত, তেওঁৰ লিখিত অভিভাষণ মুকলি সভাত সৰোজিনী নাইডুৱে পঢ়ি শুনায়।

চৌৰিচৌৰাৰ ঘটনাৰ পিছত গান্ধীজীয়ে অসহযোগ আন্দোলন স্থগিত কৰাত আৰু গান্ধীজী কাৰাৰুদ্ধ হোৱাত কি কাৰ্যপন্থা লোৱা হ'ব সেই বিষয়ে কংগ্ৰেছৰ নেতাসকলৰ মাজত মতানৈক্য দেখা দিলে। দেশবন্ধু আৰু মতিলাল নেহৰুৱে কাউন্সিল প্ৰৱেশৰ আঁচনি দাঙি ধৰিলে। ১৯২২ চনৰ ৩১ ডিচেম্বৰত গয়াত দেশবন্ধুৰ সভাপতিত্বত কংগ্ৰেছৰ অধিৱেশন বহিল। দেশবন্ধুৱে কাউন্সিল প্ৰৱেশৰ যুক্তি দাঙি ধৰি দিয়া তেওঁৰ অভিভাষণ চমকপ্ৰদ আছিল। কিন্তু কাউন্সিল প্ৰৱেশৰ প্ৰস্তাৱৰ পক্ষে ৮৯০ আৰু বিপক্ষে ১৭৪৮ ভোট হোৱাত প্ৰস্তাৱটো নিটিকিল। তেতিয়া দেশবন্ধুৱে কংগ্ৰেছ সভাপতিৰ পদ ত্যাগ কৰে। ১৯২৩ চনৰ এক জানুৱাৰীত দেশবন্ধু দাস আৰু মতিলাল নেহৰুৰ নেতৃত্বত স্বৰাজ্য দল গঠিত হয়। স্বৰাজ্য দলৰ প্ৰচাৰৰ কাৰণে দেশবন্ধুৱে সমগ্ৰ দেশতে পৰিভ্ৰমণ কৰিছিল। দেশভক্ত তৰুণৰাম ফুকনেও স্বৰাজ্য দলত যোগ দিছিল। দেশবন্ধুৰ লগত ফুকনেও দক্ষিণ ভাৰতৰ বহুতো সভা-সমিতিত বক্তৃতা দি শ্ৰোতাসকলক মুগ্ধ কৰিছিল। কংগ্ৰেছৰ ভিতৰত কাউন্সিল প্ৰৱেশ কৰা আৰু নকৰালৈ হোৱা দুটা ভাগৰ ভিতৰত আপোচ মীমাংসা কৰি কংগ্ৰেছৰ ঐক্য ৰক্ষা কৰিবলৈ মৌলানা আজাদে চেষ্টা কৰিছিল। গান্ধীজী জেলৰপৰা ওলোৱাৰ পিছত কাউন্সিল প্ৰৱেশ আঁচনি তেওঁ নিজে গ্ৰহণ নকৰিলেও বাধা নিদিবলৈ পৰামৰ্শ দিলে। ১৯২৩ চনৰ চেপ্টেম্বৰত দিল্লীত ডঃ আন্সাৰীৰ সভাপতিত্বত বহা কংগ্ৰেছৰ বিশেষ অধিৱেশনত গৃহীত প্ৰস্তাৱৰ মৰ্মে কংগ্ৰেছৰ মানুহক কাউন্সিল প্ৰৱেশৰ অনুমতি দিয়া হ'ল। নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থীসকলে আগৰ প্ৰখ্যাত আৰু প্ৰতিষ্ঠিত লোকসকলকো হৰুৱাই নিৰ্বাচিত হৈছিল। কলিকতাত ৰাজনীতিত তেতিয়াও বিশেষ জনাজাত

নোহোৱা ডঃ বিধান ৰায়ে কংগ্ৰেছ প্ৰাৰ্থী হিচাপে একালৰ কংগ্ৰেছৰ আৰু ভাৰতীয় ৰাজনীতিৰ অগ্ৰদূত সুৰেন্দ্ৰনাথ বেনাৰ্জীকো নিৰ্বাচনত পৰাজিত কৰিছিল। এই নিৰ্বাচনৰ পিছত বঙ্গৰ গৱৰ্ণৰে দেশবন্ধুক বঙ্গত নতুন মন্ত্ৰীসভা গঠন কৰিবলৈ নিমন্ত্ৰণ কৰিছিল। সেই নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰি দেশবন্ধুৱে গৱৰ্ণৰ চাহাবক জনাইছিল: "স্বৰাজ্য দলৰ লোকসকল—শাসন সংস্কাৰ আইনে দিয়া আইনৰ অধিকাৰৰ প্ৰয়োগ কৰি দ্বৈত শাসন লোপ কৰিবলৈ যথাসম্ভৱ সকলো চেষ্টা কৰিবলৈ প্ৰতিজ্ঞাবদ্ধ। তেওঁলোকে যদি মন্ত্ৰীত্ব গ্ৰহণ কৰে তেন্তে তেওঁলোকে সেই প্ৰতিজ্ঞা পালন কৰিব নোৱাৰে। বঙ্গ লেজিছলেটিভ কাউন্সিলত স্বৰাজ্য দলে বিৰোধী দল হিচাপে গৱৰ্ণমেণ্টক বাৰংবাৰ পৰাজিত কৰিছিল। এনেকৈ অসহযোগৰ পিছৰ অৱসাদৰ সময়ত যিসকলে গঠনমূলক কামত আত্মনিয়োগ কৰিছিল তেওঁলোকে এফালেদি যেনেকৈ স্বাধীনতাৰ পৰৱৰ্তী সংগ্ৰামৰ কাৰণে প্ৰস্তুতি চলাইছিল, আনফালে তেনেকৈ স্বৰাজ্য দলে কাউন্সিলৰ ভিতৰত মণ্টেগু-চেমছফৰ্ড শাসন-সংস্কাৰ আইনমতে প্ৰৱৰ্তন কৰা ভুৱা দ্বৈতশাসন ব্যৰ্থ কৰাৰ কাৰণে কাম কৰিছিল। দেশবন্ধুৱে কাউন্সিল প্ৰৱেশৰ আঁচনি কৃতকাৰ্য কৰাত, অকল বঙ্গতে নহয় সৰ্বভাৰতীয় ক্ষেত্ৰত যি নেতৃত্ব দিছিল ভাৰতৰ স্বাধীনতা যুদ্ধৰ ইতিহাসত তাৰ মূল্য সকলোৱেই স্বীকাৰ কৰিব।

বঙ্গ প্ৰদেশ কংগ্ৰেছ কমিটিৰপৰা কলিকতা কৰ্পোৰেচনৰ নিৰ্বাচনত প্ৰতিদ্বন্দ্বিতা কৰা হয়। কংগ্ৰেছ প্ৰাৰ্থীসকল বিপুল ভোটত জয়যুক্ত হয়। দেশবন্ধু মেয়ৰ নিৰ্বাচিত হয়। ১৯২৩ চনৰ আইনমতে নিৰ্বাচিত কলিকতা কৰ্পোৰেচনৰ তেওঁ প্ৰথম মেয়ৰ। চিত্তৰঞ্জনে সুভাষ চন্দ্ৰ বসুক কৰ্পোৰেচনৰ চীফ এক্‌জিকিউটিভ অফিচাৰ হিচাপে মনোনীত কৰে।

১৯২৩ চনত দেশবন্ধুৱে ফৰৱাৰ্ড পাব্লিচিং কোম্পানী স্থাপন কৰে। এই কোম্পানীৰ পৰা স্বাধীন মতৰ 'ফৰৱাৰ্ড' কাকতখন প্ৰকাশ কৰা হয়। ইয়াৰ উপৰিও দেশবন্ধুৱে জনমত গঢ়ি তুলিবলৈ দুখনমান কাগজ উলিয়াইছিল। দেশবন্ধুৰ ৰাজহুৱা জীৱনত উল্লেখ কৰিবলগীয়া বহুতো কাম আছে। হিন্দু-মুছলমানৰ ভিতৰত ব্ৰিটিছ গৱৰ্ণমেণ্টে অনৈক্যৰ বীজ সিঁচি সুকীয়া নিৰ্বাচক-মণ্ডলীৰ ব্যৱস্থা কৰিছিল। তাৰ ঠাইত যুটীয়া নিৰ্বাচক মণ্ডলী প্ৰৱৰ্তন কৰিবলৈ বঙ্গত হিন্দু-মুছলমানৰ ভিতৰত 'বঙ্গ পেক্ট' নামেৰে এখন পেক্ট

কৰাত তেওঁ প্ৰায় সফলকাম হৈছিল। ভাৰতীয় ৰাজনীতিত ইয়াৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী হ'ব পাৰিলেহেঁতেন; কিন্তু তাৰ কাৰণে তেওঁ সময় নেপালে।

তাৰকেশ্বৰ বঙ্গৰ এখন প্ৰধান তীৰ্থস্থান। তাত মহন্তসকল এসময়ত বৰ অত্যাচাৰী হৈ উঠিছিল। হত্যা-ব্যভিচাৰতো তেওঁলোক লিপ্ত হোৱাৰ অভিযোগ উঠিছিল। সেই মহন্তসকলৰ বিৰুদ্ধে স্বামী সত্যানন্দ আৰু স্বামী বিশ্বানন্দই সংস্কাৰমূলক উদ্দেশ্যেৰে আন্দোলন কৰিছিল। মহন্তসকলৰ বিৰুদ্ধে আন্দোলন কৰি কৃতকাৰ্য হোৱা সহজ নাছিল। দেশবন্ধুৱে এই আন্দোলনৰ নেতৃত্ব লয়। তেওঁৰ পুত্ৰ চিৰৰঞ্জন এই আন্দোলনৰ প্ৰথম স্বেচ্ছাসেৱক হিচাপে জেললৈ যায়। শেষত মহন্তই তেওঁৰ পদ ইস্তফা দিবলৈ বাধ্য হয়। কংগ্ৰেছৰ সিদ্ধান্ত মতে চলা তেওঁৰ এজন শিষ্য 'মহন্ত' হয়।

দেশবন্ধুৱে তেওঁৰ থকা ঘৰটোকে লৈ সকলো সম্পত্তি দেশৰ কামত দান দিছিল। ঘৰটোৰ মূল্য সেই সময়ত কমেও আঠ লাখ টকা আছিল। বেৰিষ্টাৰী কৰি থকা অৱস্থাত দেশবন্ধু আছিল কলিকতাৰ এজন ধনী মানুহ। এতিয়া ওকালতি এৰি দি আৰু নিজৰ যি য'ত আছিল, সকলো দেশৰ নামত উৎসৰ্গা কৰি তেওঁ দেশৰ দুখীয়া শ্ৰেণীৰ লগত মিলি গৈছিল। মহাত্মাজীয়ে দেশবন্ধুৰ এই ত্যাগৰ কথা উল্লেখ কৰি লিখিছিল: "নিজৰ বুলি-বলৈ যি সম্পত্তি, সেই সকলো ত্যাগ কৰাৰ মহান দৃষ্টান্ত কল্পনা কৰাও টান।"

দেশবন্ধু সন্ত্ৰাসবাদী কাৰ্যকলাপৰ সম্পূৰ্ণ বিৰোধী আছিল। ১৯২৫ চনৰ ২৯ মাৰ্চত দিয়া বিবৃতিত তেওঁ স্পষ্টকৈ কয়:

"মই আগতেও পৰিষ্কাৰকৈ কৈছো আৰু এতিয়াও আকৌ দোহাৰো যে মই যিকোনো ধৰণৰ ৰাজনৈতিক হত্যাকাণ্ডৰ আৰু হিংসাৰ নীতিৰ বিৰোধী। ই মোৰ আৰু মোৰ দলৰ কাৰণে ঘিণ লগা। হিংসাত্মক কাম আমাৰ ৰাজনৈতিক প্ৰগতিৰো বাধা বুলি মই ভাবো।

"মই ইয়াকো পৰিষ্কাৰ কৰি দিব খোজো যে চৰকাৰৰ পক্ষৰ পৰা কৰা সকলো ধৰণৰ দমননীতিৰো মই সমানেই বিৰোধী। দমননীতিয়ে ৰাজনৈতিক সন্ত্ৰাসবাদ বন্ধ নকৰে, বৰঞ্চ ইয়াক জীৱন দিয়ে।"

বঙ্গৰ ফৰিদপুৰত ১৯২৫ চনৰ ২ মে'ত বঙ্গ প্ৰাদেশিক কংগ্ৰেছৰ অধিৱেশন হৈছিল। পত্নী বাসন্তী দেৱীৰে সৈতে দেশবন্ধু তালৈ গৈছিল।

মহাত্মাজীও সেই সভাত উপস্থিত আছিল। দেশবন্ধুৰ ফৰিদপুৰৰ বক্তৃতা প্ৰসিদ্ধ। ইয়াৰ প্ৰভাৱ সকলোৰে ওপৰত পৰিছিল।

ফৰিদপুৰৰ পৰা কলিকতালৈ উভতি যাওঁতে দেশবন্ধুৰ গাত জ্বৰ আছিল। কলিকতাৰ পৰা বিশ্ৰাম ল'বলৈ তেওঁ পাবনালৈ গৈছিল। আগতে তেওঁ ক'ৰবালৈ যাত্ৰা কৰিলে লগত লগুৱা গৈছিল। সকলো লগুৱাই চাইছিল। এতিয়া তেওঁৰ পৰিবাৰ বাসন্তী দেৱীয়ে যাত্ৰাৰ সকলো ব্যৱস্থা কৰিব লগা হৈছিল। তেওঁৰ লগত কোনো লগুৱা নাছিল। পাবনাৰ পৰা তেওঁ দাৰ্জিলিঙলৈ গ'ল। দাৰ্জিলিঙত বিশ্ৰাম লৈ তেওঁ অলপ ভাল পাইছিল। দেশবন্ধুৰ অনুৰোধত মহাত্মাজীও দাৰ্জিলিঙলৈ যায় আৰু তাত পাঁচ দিন থাকে। মহাত্মা আৰু দেশবন্ধুৱে তাত দেশৰ ৰাজনৈতিক প্ৰশ্ন সম্পৰ্কে গভীৰভাৱে আলোচনা কৰে। দেশবন্ধুৱে মহাত্মাজীৰ গাখীৰৰ কাৰণে জলপাইগুৰিৰ পৰা পাঁচজনী ছাগলীও অনাইছিল। মহাত্মাজীৰ গাত ল'বলৈ দিয়া কম্বলখন বাৰে বাৰে পৰি গৈছিল। দেশবন্ধুৱে গান্ধীজীৰ ঠাণ্ডা লাগিব বুলি কেনেবাকৈ পৰিলেই কম্বলখন গাত তুলি দিবলৈ লগৰীয়াসকলক বাৰে বাৰে সোঁৱৰাই দিছিল।

এনী বেছান্টো সেই সময়ত দাৰ্জিলিঙলৈ গৈ দেশবন্ধুৰ লগত 'ভাৰতৰ কমনৱেলথ বিল' সম্পৰ্কে আলোচনা কৰে। দেশবন্ধু দাসে পিছত মহাত্মাজীৰ লগত আলোচনা কৰি সেই বিলৰ সম্পৰ্কে তেওঁৰ মত শ্ৰীমতী বেছান্টলৈ লিখি পঠায়।

দাৰ্জিলিঙত থাকোঁতেই দেশবন্ধুৰ স্বাস্থ্য ক্ৰমে বেয়ালৈ যাবলৈ ধৰিলে। ১৬ জুনত তেওঁৰ তাপমাত্ৰা স্বাভাৱিকতকৈ তললৈ নামিল। তেওঁৰ চিকিৎসক আছিল এজন হোমিওপেথিক ডাক্তৰ। তেওঁ বাসন্তী দেৱীক জনালে যে, তেওঁ দেশবন্ধু সম্পৰ্কে উদ্বিগ্ন হৈ পৰিছে; আৰু এজন এলোপেথিক ডাক্তৰ আনিবলৈ পৰামৰ্শ দিলে। এই কথা শুনি দেশবন্ধুৱে ক'লে যে, তেওঁ চিকিৎসক বদলাব নোখোজে।

১৯২৫ চনৰ ১৬ জুন তাৰিখে দাৰ্জিলিঙত দেশবন্ধুৰ মৃত্যু হ'ল। তেওঁৰ মৃতদেহ কলিকতালৈ নিয়া হ'ল। তেওঁক সন্মান জনাবলৈ কলিকতা ভাগি আহিছিল। সেইদিনা মহাত্মাজীও কলিকতাত আছিল। কেইদিনমান আগতে দাৰ্জিলিঙত মহাত্মাজীও তেওঁৰ লগত আছিল। এতিয়া হঠাৎ

তেওঁ নাইকিয়া হোৱাত মহাত্মাজী শোকত অভিভূত হৈ পৰিছিল। দেশবন্ধুৰ মৃতদেহ শ্মশানলৈ নিয়া শোভাযাত্ৰাত মহাত্মাজীও যোগ দিছিল। মৃতদেহ মহাত্মাজীয়েও কান্ধত লৈছিল। কিন্তু মানুহৰ ভীৰত মহাত্মাজী বৈ থাকিব নোৱাৰা হৈ পৰি যাওঁ যাওঁ যেন হৈছিল। তেতিয়া স্বেচ্ছাসেৱকসকলে মহাত্মাজীক ধৰি কান্ধৰ ওপৰত বহুৱাইহে ৰক্ষা কৰিব লগা হৈছিল। দেশবন্ধুৰ মৃত্যুত শোক প্ৰকাশ কৰিবলৈ পতা ৰাজহুৱা সভাত একমাত্ৰ বক্তা হিচাপে মহাত্মাজীয়ে দেশবন্ধুৰ স্মৃতি-তৰ্পণ কৰি কৈছিল: "দাস আছিল সৰ্বশ্ৰেষ্ঠ লোকসকলৰ এজন।"

বিশ জন তাৰিখৰ 'ফৰৱাৰ্ড' কাকতত 'দেশবন্ধু দীৰ্ঘজীৱী হওঁক' নামেৰে মহাত্মাজীৰ চহীত এটা সম্পাদকীয় প্ৰবন্ধ ওলাইছিল। কলিকতাত থাকোঁতেই গান্ধীজীয়ে দেশবন্ধুৰ স্মৃতি-ৰক্ষাৰ অৰ্থে পুঁজি সংগ্ৰহ কৰিছিল। দহ লাখ টকা এই পুঁজিলৈ উঠে। এই টকাৰে দাসৰ ঘৰটো সৰু ল'ৰা-ছোৱালী আৰু তিৰোতা মানুহৰ হাস্পতাল হিচাপে গঢ়ি তোলাৰ কাম আৰম্ভ হয়।

দেশবন্ধুৰ আদৰ্শ-নিষ্ঠা, ত্যাগ আৰু দেশমাতৃকাৰ মুক্তিৰ কাৰণে কৰা সাধনাই আমাক সদায় প্ৰেৰণা দি থাকিব।

# মৌলানা আবুল কালাম আজাদ

( ১৮৮৮—১৯৫৮ )

১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ ফলত ভাৰতৰ বুকুৰেদি এক প্ৰচণ্ড ধুমুহা বৈ গৈছিল। বহু লোকে প্ৰাণৰ ভয়ত দেশ এৰি বিদেশলৈ আঁতৰি যাব লগা হৈছিল। মৌলানা আবুল কালাম আজাদৰ পিতৃ মহম্মদ খইৰুদ্দিনো এই বিপ্লৱৰ এজন ভুক্তভোগী। বহুদিন আত্মগোপন কৰি অ'ত ত'ত ঘূৰি ফুৰাৰ পিছত তেওঁ শেষত কোনোমতে গৈ মক্কা ওলালগৈ।

মহম্মদ খইৰুদ্দিন এজন সম্ভ্ৰান্ত মুছলমান বংশৰ লোক। তেওঁৰ বংশৰে কেইবাজনো পুৰুষ ভাৰতত মোগল ৰাজত্ব কালৰ পণ্ডিত আছিল। আবুল কালাম আজাদৰ ককাদেউতাক মোগল ৰাজত্বৰ শেষ 'ৰকণ-উল-মাদ্ৰাচিন'— অৰ্থাৎ জ্ঞানৰ স্তম্ভ আছিল। আজাদৰ পিতৃ মহম্মদ খইৰুদ্দিনো আছিল এজন বিদগ্ধ পণ্ডিত। তেওঁ আৰবী আৰু পাৰ্চী ভাষাত বহুতো গ্ৰন্থ ৰচনা কৰিছিল। ভাৰতৰ নানা ঠাইত তেওঁৰ শিষ্যসকল আছিল। হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ লোকে তেওঁক শ্ৰদ্ধা আৰু সন্মান কৰিছিল।

১৮৮৮ চনৰ চেপ্টেম্বৰ মাহত মৌলানা আবুল কালাম আজাদৰ জন্ম হয়। তেওঁৰ পিতৃ মহম্মদ খইৰুদ্দিনে মক্কাৰ এজন ডাঙৰ পণ্ডিত শেখ মহম্মদ জাহিৰ ওৱাত্ৰিৰ কন্যাক বিয়া কৰাইছিল। জন্মসূত্ৰেই মৌলানা আজাদ পিতৃ আৰু মাতৃ উভয় কুলৰে পাণ্ডিত্যৰ অধিকাৰী হৈছিল। দহ বছৰ বয়সলৈকে আজাদে মক্কাতে আৰবী ভাষাত প্ৰাথমিক শিক্ষা লাভ কৰিছিল। পিছলৈ তেওঁ এই আৰবী ভাষাৰ এজন সু-পণ্ডিত বুলি খ্যাতি লাভ কৰিছিল।

ভাৰতত থকা বন্ধু-বান্ধৱসকলৰ অনুৰোধক্ৰমে আজাদৰ পিতৃ মহম্মদ খইৰুদ্দিন মক্কাৰ পৰা আকৌ ভাৰতলৈ উভতি আহে আৰু কলিকতাত স্থায়ী-ভাৱে বসবাস কৰিবলৈ লয়। আজাদক দেউতাকে স্কুললৈ পঠোৱা নাছিল; ঘৰতে নিজে উৰ্দু ভাষা শিকাইছিল। আজাদে তেওঁৰ দেউতাক আৰু দেউতাকৰ বন্ধু-বান্ধৱসকলৰ ওচৰত ন্যায়, দৰ্শন, অঙ্কশাস্ত্ৰ, ভূগোল, ইতিহাস আদি বিষয়বিলাক আৰবী আৰু পাৰ্চী ভাষাত শিকিছিল। আৰবী

আৰু পাৰ্চী ভাষাৰ পূৰ্ণাঙ্গ শিক্ষা লাভ কৰিবলৈ ছাত্ৰসকলক সাধাৰণতে দহৰ পৰা চৈধ্য বছৰ সময় লাগে। কিন্তু আজাদে চাৰি বছৰতে এই শিক্ষা সমাপ্ত কৰে। আজাদ দেখাত ধুনীয়া, স্বভাৱত ধীৰ-স্থিৰ অল্পভাষী আৰু অতিশয় চোকা বুদ্ধিৰ লোক আছিল। ১৯০৫ চনত অধ্যয়নৰ কাৰণে তেওঁ মিছৰৰ 'আল–আজ-হাৰ' বিশ্ববিদ্যালয়লৈ গৈছিল। তাত দুবছৰ কাল শিক্ষা লাভ কৰাৰ পিছত ১৯০৭ চনত তেওঁ ভাৰতলৈ ঘূৰি আহে। ১৯০৯ চনত পিতৃ মহম্মদ খইৰুদ্দিনৰ মৃত্যু হয়। উনৈশ বছৰ বয়সতে আজাদ ইছলামিক সাহিত্য, দৰ্শন, ধৰ্ম, বিজ্ঞান, আৰু ইতিহাসত সু-পণ্ডিত হিচাপে পৰিগণিত হৈছিল। কিন্তু পিতাকৰ উপদেশমতে তেওঁ তেতিয়ালৈকে ইংৰাজী শিকা নাছিল। ইংৰাজী ভাষাৰ উপযোগিতাৰ কথা বিবেচনা কৰি তেওঁ এজন বন্ধুৰ ওচৰত ইংৰাজী শিকিবলৈ লয়। অলপ দিনৰ ভিতৰতে তেওঁ ইংৰাজী ভাষাতো ব্যুৎপত্তি লাভ কৰে। তেওঁ বাইৰণৰ কবিতা পঢ়ি বৰ ভাল পাইছিল। যিজন পুৰুষে ইংলণ্ডৰ নাগৰিক হৈয়ো গ্ৰীচ দেশৰ স্বাধীনতাৰ হকে যুঁজি প্ৰাণ হেৰুৱাইছিল, সেই বাইৰণৰ স্বাধীনতা-প্ৰীতি আৰু আদৰ্শই মৌলানা আজাদক অনুপ্ৰাণিত কৰিছিল।

কুৰি বছৰ বয়স নৌহওঁতেই আজাদে সাংবাদিকৰ জীৱন আৰম্ভ কৰিছিল। অত কম বয়সতে তেওঁ কেবাখনো কাকতৰ সম্পাদনাৰ দায়িত্বভাৰ বহন কৰিছিল। তেওঁৰ ৰাজনৈতিক জীৱন আৰম্ভ হয় ১৯১২ চনমানৰ পৰা। তেওঁ নতুন ভাবধাৰাৰ এখন উৰ্দু কাকত উলিয়াইছিল। নাম 'আল্ হিলাল'। এই আল্ হিলাল কাকত সেই সময়ৰ এখন ওখ খাপৰ আলোচনী আছিল। মৌলানা মহমুদল হাছানে কৈছিল যে, আজাদৰ 'আল্ হিলাল' কাকতে প্ৰকৃত বাটৰ সন্ধান দিছে। মৌলানা মহম্মদ আলীয়েও কাকতখনৰ প্ৰতি আদৰণি জনাইছিল। হাকিম আজমল খান, হসৰত মহানি প্ৰমুখ্যে লোকসকল সেই কাকতৰ পৃষ্টপোষক আছিল। ডঃ জাকিৰ হুছেইনে কৈছিল যে, 'আল্ হিলালে' তেওঁৰ অন্তৰত এটি ফিৰিঙতি জ্বলাই তুলিছিল আৰু সময়ত সিয়েই একুৰা প্ৰকাণ্ড জুইত পৰিণত হৈ গোটেই জীৱন তেওঁক প্ৰেৰণা যোগাইছিল।

'আল্ হিলাল' কাকতখনে মুছলীম লীগৰ সাম্প্ৰদায়িক নীতিৰ বিৰোধিতা কৰিছিল। মুছলমান সমাজত এই কাকতখনে জাতীয়তাবাদৰ ভাব সৃষ্টি

কৰাত যথেষ্ট সহায় কৰিছিল। প্ৰথম মহাযুদ্ধৰ সময়ত গৱৰ্ণমেণ্টে এই কাকতখন বন্ধ কৰি দিয়ে। ১৯২৭ চনত 'আল্‌হিলাল' আকৌ প্ৰকাশ কৰা হৈছিল।

১৯১৬ চনৰ ২২ মাৰ্চ তাৰিখে বেঙ্গল গৱৰ্ণমেণ্টে আজাদক বঙ্গপ্ৰদেশ এৰি থৈ যাবলৈ আদেশ দিয়ে। এনেকৈ বহিষ্কৃত হৈ সেই চনৰ মাৰ্চ মাহৰ ৩০ তাৰিখে তেওঁ কলিকতা এৰি থৈ ৰাঁচীলৈ যায়। ৰাঁচীত তেওঁ মৰহাবাদী নামে এখন গাঁৱত থাকিবলৈ লয়। সেই গাঁৱত কোল, ওৰাং, মুণ্ডা আদি জনজাতীয় লোকসকলৰ বসতি আছিল। কিছু বঙালী মানুহৰ ঘৰো তাত আছিল। এচবৰে পাহাৰ এখনত কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ বঙলা এটাও আছিল। সেই গাঁৱত থকাৰ বিষয়ে আজাদে লিখিছে: "সৰ্বশক্তিমান ঈশ্বৰে ৰহস্যজনকভাৱে কিছুমান কাম কৰে। কিছুদিনৰ পৰা মই অন্তৰত শান্তি আৰু মোৰ চিন্তা আৰু কামৰ স্বাধীনতা বিচাৰিছিলো। কিন্তু মই এনে কিছুমান কামৰ মেৰপাকত সোমাই পৰিছিলো যে, তাক লাভ কৰা সম্ভৱ হোৱা নাছিল। আনন্দৰ কথা যে এতিয়া মই তাকে পাইছো। পৃথিবীয়ে ভাবিছে যে, মই বহিষ্কৃত হৈছো; কিন্তু প্ৰকৃততে অৱশেষত মই অকলশৰীয়া জীৱনৰ সম্পদ লাভ কৰি সুখী হৈছো।"

আজাদে লিখা 'তৰ্জমান-উল কোৰাণ' নামৰ কোৰাণৰ ভাষ্যখনেই এখন মহাকাব্যৰ দৰে। সময় যেতিয়াই পায় তেতিয়াই তেওঁ এই কিতাপখনৰ কাম কৰিছিল। কলিকতা আৰু ৰাঁচীত পুলিচে তেওঁৰ ঘৰ খানা-তালাচ কৰোঁতে এই কিতাপখনৰ কাৰণে যুগুতোৱা কাগজ-পত্ৰবিলাক লৈ গৈছিল। পিছত সেই কাগজ-পত্ৰখিনি ঘূৰাই দিছিল যদিও, খেলি-মেলি হৈ যোৱা সেই কাগজবিলাক আকৌ নিয়াৰিবলৈ সজোৰা টান হৈ পৰিছিল। আজাদে স্মৃতিৰ পৰাই তাৰ বহুত অংশ আকৌ লিখি ল'বলগীয়া হৈছিল। ১৯৩০ চনত তেওঁ এই কাম শেষ কৰে। এই কিতাপখনৰ সন্দৰ্ভত ঘটা এটা ঘটনাৰ কথা উল্লেখ কৰি আজাদে লিখিছে:

"সম্ভৱতঃ তেতিয়া ১৯১৮ চনৰ ডিচেম্বৰ মাহ। মই ৰাঁচীত অন্তৰীণ বন্দী হৈ আছিলো। এদিন গধূলি মই মচজিদত প্ৰাৰ্থনা কৰি উভতি আহোঁতে মোৰ পাছে পাছে কোনোবা এজন আহি থকা যেন অনুভৱ কৰিলো। উভতি চাই দেখিলো, গাত কম্বল মেৰিয়াই লোৱা এজন মানুহ। সুধিলো: মোৰ লগত আপোনাৰ কিবা সকাম আছেনেকি?

ঃ হয় মহোদয়, মই বহুত দূৰৈৰ পৰা আহিছো।

ঃ তোমাৰনো ঘৰ ক'ত ?

ঃ এই দেশৰ বাহিৰত।

ঃ কেতিয়া পালাহি ?

ঃ আজি গধূলি। মই বৰ দুখীয়া মানুহ। কান্দাহাৰৰ পৰা কোৱেটালৈকে মই খোজ কাঢ়ি আহিছো। তাতে আমাৰ দেশৰ বেপাৰী মানুহ কেইজনমানক লগ পাওঁ। তেওঁলোকৰ লগতে আগ্ৰা পালোহি। আগ্ৰাৰ পৰা আকৌ খোজ কাঢ়ি মই এইখিনি পাইছোহি।

ঃ তুমি এনে কষ্টেৰে অহা বুলি শুনি মই দুখ পাইছো। পিছে ইমান কষ্ট কৰি তুমিনো কিয় ইয়ালৈ আহিলা ?

ঃ মহাশয়। মোৰ ইয়ালৈ এইদৰে অহাৰ কাৰণ হৈছে, কোৰাণৰ কেইটামান খণ্ড মোৰ ভালকৈ বোধগম্য হোৱা নাই। আপোনাৰ পৰা সেইখিনি মই বুজি ল'ব খোজো। 'আল্ হিলাল' আৰু 'আল্ বালাফ'ৰ প্ৰতিটো শব্দ মই পঢ়িছো।

"এই ভদ্ৰলোকজন কেইদিনমান মোৰ লগত থাকি এদিন হঠাতে নোহোৱা হ'ল। মোক মাত নলগোৱাকৈ এইদৰে তেওঁ গুচি যোৱাৰ কাৰণ হয়তো এয়ে যে, মই জানোচা যাবৰ পৰত তেওঁক যোৱাৰ খৰচ যাচোঁ। তেওঁৰ নামটো কি আছিল এতিয়া মোৰ মনত নাই। তেওঁ জীয়াই আছে নে নাই তাকো মই নাজানো। কিন্তু মোৰ স্মৰণ-শক্তি এইদৰে লোপ নোপোৱাহেঁতেনে এই কিতাপখন মই তেওঁৰ নামতে উছৰ্গা কৰিলোহেঁতেন !"

কোৰাণ অধ্যয়ন কৰোঁতে আজাদে বহুত দিন ধৰি অশেষ কষ্টস্বীকাৰ কৰিছিল। আজাদে লিখিছে ঃ

"মোৰ জীৱনৰ তেইশ বছৰ কাল মই কোৰাণ অধ্যয়নত লগাইছিলো। কোৰাণৰ প্ৰতিটো অধ্যায়, প্ৰতিটো শ্লোক, প্ৰত্যেক বাক্যাংশ আৰু শব্দৰ ওপৰত মই চিন্তা কৰিছিলো। প্ৰকাশ হোৱা বা প্ৰকাশ নোহোৱাকৈ থকা কোৰাণৰ প্ৰায়বিলাক টীকা বা ভাষ্যই মই অধ্যয়ন কৰিছিলো বুলি দাবী কৰিব পাৰো। কোৰাণ-দৰ্শনৰ বিভিন্ন দিশ মই অনুসন্ধান কৰিছিলো।"

কিছুদিন পূৰ্বে সাহিত্য অকাডেমিয়ে আজাদৰ 'তৰ্জুমান-উল-কোৰাণ'-খনৰ নতুন সংস্কৰণ তিনিটা খণ্ডত প্ৰকাশ কৰিছে।

১৯২০ চনৰ জানুৱাৰী মাহত মৌলানা আজাদৰ ওপৰত থকা অন্তৰীণৰ আদেশ উঠাই লোৱা হয়। তেওঁ ৰাঁচীৰ পৰা কলিকতালৈ ঘুৰি আহে। ইতিমধ্যে 'ৰাওলাট এক্ট' পাছ হৈছিল। তাৰ প্ৰতিবাদত অমৃতসৰৰ জালিয়ানৱালাবাগত হোৱা জনসমাবেশত, জেনেৰেল 'অ' ডায়াৰ'ৰ নিৰ্দেশত পুলিচে গুলি চলাইছিল। অলেখ নিৰ্দোষী লোকে প্ৰাণ হেৰুৱালে। মৌলানা আজাদ ৰাঁচীৰ পৰা আহিয়েই সেই পৰিস্থিতিত সক্ৰিয় ৰাজনীতিত জঁপিয়াই পৰিব লগা হয়। ১৯২১ চনত তেওঁ কলিকতাৰ পৰা সাপ্তাহিক 'পয়গম' কাকত প্ৰকাশ কৰে। সেই কাগজত নিজৰ মনৰ ভাব প্ৰকাশ কৰি তেওঁ লিখিছিল:

"১৯১৮ চনৰ শেহৰফালে মোৰ সপোনৰ পৃথিৱীখন যেতিয়া চূৰমাৰ হৈ গ'ল আৰু ঘটনাৰ বা-মৰলীয়ে মোৰ পৃথিৱীৰ যিকণ অৱশিষ্ট আছিল তাকো উৰাই লৈ গ'ল, তেতিয়া ৰাঁচীৰ এচুকত বহি মই নতুন আশাৰ এখন পৃথিৱী গঢ়াৰ সপোন দেখিছিলো। আনে যেতিয়া এখন দুৱাৰ বন্ধ হোৱাৰ শব্দ শুনিছিল তেতিয়া মই আন এখন নতুন দুৱাৰ খোলাৰ শব্দ শুনিছিলো।"

আজাদে ১৯২০ চনৰ ১৮ জানুৱাৰীত গান্ধীজীক লগ পায়। সেই সময়ত খিলাফটৰ প্ৰতি কৰা অন্যায়ৰ বিৰুদ্ধে কিবা কাৰ্যপন্থা লোৱা হ'ব নে নহ'ব, সেই সম্পৰ্কে আলোচনা-বিলোচনা হৈ আছিল। মহাত্মাজীয়ে তেতিয়া অসহযোগ-আন্দোলন সম্পৰ্কে তেওঁৰ ধাৰণা ব্যাখ্যা কৰে।

মৌলানা আজাদ আৰু হাকিম আজমল খানে কোনো দ্বিধা-সঙ্কোচ নৰখাকৈ গান্ধীজীৰ অসহযোগৰ ধাৰণাৰ প্ৰতি তেওঁলোকৰ পূৰ্ণ সমৰ্থন জনায়। কলিকতাত বহা কংগ্ৰেছৰ বিশেষ অধিৱেশনত আৰু নাগপুৰত বহা কংগ্ৰেছৰ বাৰ্ষিক অধিৱেশনত গান্ধীজীৰ অহসযোগ-আন্দোলনৰ প্ৰস্তাৱ বিপুল সংখ্যাগৰিষ্ঠতাৰে অনুমোদিত হয়। মৌলানা আজাদ সেইখিনি সময়ত প্ৰায় গান্ধীজীৰ লগে লগেই আছিল। প্ৰতিটো কামৰ কাৰণে উপযুক্ত মানুহ বাছি উলিওৱাত গান্ধীজীৰ অসাধাৰণ ক্ষমতা আছিল। আজাদৰ বুদ্ধিমত্তা, অন্তৰ্দৃষ্টি আৰু সত্যৰ প্ৰতি থকা আগ্ৰহৰ কথা গান্ধীজীয়ে ততালিকে বুজিব পাৰিছিল। গান্ধীজী আৰু আজাদৰ মাজৰ সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক চিৰজীৱন অটুট আছিল।

অসহযোগ আন্দোলনৰ সময়ত মৌলানা আজাদে লিখিছিল:

"বিশ্বাসীসকলে দুখ কৰিবলগীয়া নাই, দুশ্চিন্তা কৰিবলগীয়াও নাই। তেওঁলোকে মনত ৰখা উচিত যে, তেওঁলোকৰ যদি প্ৰকৃত বিশ্বাস থাকে, তেন্তে তেওঁলোকৰ জয় অনিবাৰ্য। আমাৰ জয় চাৰিটা সত্যৰ ওপৰত নিৰ্ভৰ কৰে। সেয়া হৈছে: (১) হিন্দু আৰু মুছলমানৰ ভিতৰত সম্পূৰ্ণ ঐক্য ভাব, (২) শান্তি, (৩) শৃঙ্খলা, (৪) ত্যাগ। সমগ্ৰ দেশক হয়াকে গ্ৰহণ কৰিবলৈ মই আহ্বান কৰোঁ।"

১৯২১ চনৰ দহ ডিচেম্বৰত আজাদক গ্ৰেপ্তাৰ কৰা হয়। সেইবাৰ তেওঁৰ এবছৰ কাটেক হয়। মুছলীম লীগে দেশত সাম্প্ৰদায়িকতাৰ ভেটিত ৰাজনীতি কৰিবলৈ লোৱাত জাতীয়তাবাদী মুছলমানসকলে 'নেচনেলিষ্ট মুছলীম পাৰ্টি' নামেৰে এটা সুকীয়া সংগঠন গঢ় তুলিছিল। মৌলানা আজাদৰ সভাপতিত্বত ইয়াৰ প্ৰথম অধিৱেশন বহে। ডঃ এম. এ. আন্সাৰী, তচুদ্দুক, আহমদ খান, আৰু শ্বেৰৱানি এই দলৰ প্ৰধান উদ্যোক্তা আছিল। ১৯২৯ চনৰ লাহোৰ কংগ্ৰেছত কংগ্ৰেছে পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰাত, ১৯৩০ চনৰ ছয় জানুৱাৰী তাৰিখে মৌলানা আজাদ আৰু ডঃ আন্সাৰীয়ে 'জাতীয়তাবাদী মুছলীম পাৰ্টি'ৰ পৰা এটা বিবৃতি যোগে কৈছিল:

"এতিয়া যিহেতু স্বাধীনতাৰ সংগ্ৰাম আৰম্ভ হৈছে, গতিকে মুছলমান-সকলৰ সুকীয়া দাবী পৰিত্যাগ কৰিবলগীয়া। যুদ্ধ যেতিয়া আৰম্ভ হ'ল, তেতিয়া যিমানেই যুক্তিযুক্ত নহওঁক কিয়, কোনো দাবী কৰা উচিত নহয়। কিয়নো ই সংগ্ৰামৰ প্ৰকৃত উদ্দেশ্যৰ পৰিপন্থী হ'ব।"

কংগ্ৰেছৰ ভিতৰত সময়ে সময়ে দেখা দিয়া দলাদলিবিলাকৰ ভিতৰত আজাদ কেতিয়াও সোমোৱা নাছিল। তেওঁ সেইবিলাকৰ পৰা সদায় আঁতৰত আছিল। ১৯২৩ চনত দিল্লীত বহা কংগ্ৰেছৰ বিশেষ অধিৱেশনত আজাদেই আছিল প্ৰথম নিৰ্বাচিত সভাপতি। সেই সময়ত আইন সভালৈ যোৱা-নোযোৱালৈ কংগ্ৰেছৰ ভিতৰত যি দলাদলিৰ সৃষ্টি হৈছিল, সেই অধিৱেশনতে তাৰ এটা সু-মীমাংসা কৰি সন্তোষজনকভাৱে সমস্যাটোৰ সমাধান কৰাত আজাদ কৃতকাৰ্য হৈছিল। তেওঁ কৈছিল: "যিসকলে গঠনমূলক কাম কৰিব খোজে আৰু যিসকলে আইন-সভালৈ গৈ কাম কৰিব খোজে, এই দুয়োটা দলে নিজৰ নিজৰ মতে দেশৰ সেৱা কৰিব পাৰে।"

১৯৪০ চনত আজাদক পুনৰ কংগ্ৰেছ-সভাপতি পতা হয়। সেইবাৰ কংগ্ৰেছ অধিৱেশন বহিছিল ৰামগড়ত। এই অধিৱেশনত সভাপতি হিচাপে আজাদৰ অভিভাষণখন এখন ঐতিহাসিক খত। ভাৰতত ন কোটি মুছলমানৰ গোটটো সংখ্যালঘিষ্ঠ বুলি হৈ-চৈ লগোৱাটো যে কিমান নিৰৰ্থক সেই কথা তেওঁ প্ৰতিপন্ন কৰিছিল। তেওঁ কৈছিল :

"এজন ভাৰতীয় মুছলমান হিচাপে, আজি প্ৰায় ত্ৰিশ বছৰমান হৈছে, মই এই প্ৰশ্নটো অনুধাৱন কৰিবলৈ চেষ্টা কৰি আহিছো। তেতিয়া মুছলমান-সকলৰ বেছিখিনি ৰাজনৈতিক সংঘাতৰ পৰা আঁতৰি আছিল। ১৮৮৮ চনত তেওঁলোকৰ মাজত ফালৰি কাটি থকাৰ যি মনোভাৱ আছিল সেই মনোভাৱেই এতিয়াও তেওঁলোকক প্ৰভাৱান্বিত কৰিছে। এনেকুৱা হতাশাব্যঞ্জক বাতাবৰণেও এই বিষয়ে চিন্তা কৰাত মোক বাধা দিয়া নাই। শীঘ্ৰেই মই এটা চূড়ান্ত সিদ্ধান্তত উপনীত হ'লো আৰু সেই সিদ্ধান্তই মোৰ বিশ্বাস আৰু কামৰ ওপৰত প্ৰভাৱ কৰি আছে। মই দেখিছো যে, সকলো বোজা সহে ভাৰতবৰ্ষই ভৱিষ্যতৰ ভাগ্য নিৰূপণ কৰিবৰ বাবে সন্মুখৰ পিনে অভিযান কৰি আছে। সেই একেখন নাৱৰে আমি সহযাত্ৰী। ইয়াৰ ক্ষিপ্ৰ গতি আমি অস্বীকাৰ কৰিব নোৱাৰো। এইকাৰণে আমাৰ কাৰ্য-প্ৰণালী সম্পৰ্কে স্পষ্ট আৰু চূড়ান্ত সিদ্ধান্ত গ্ৰহণ কৰা আৱশ্যক হৈ পৰিছে। কেনেকৈ আমি এই কাম কৰিব লাগিব? সমস্যাটো ওপৰে ওপৰে চাই নহয়; তাৰ মূললৈ গৈ, আমাৰ স্থিতি ক'ত সেই বিষয়ে বিবেচনা কৰিব লাগে। মই তাকে কৰিছিলো আৰু মই উপলব্ধি কৰিছিলো যে, এটা প্ৰশ্নৰ মীমাংসাৰ ওপৰত গোটেই সমস্যাটোৰ সমাধান নিৰ্ভৰ কৰে। সেয়া হৈছে আমি ভাৰতীয় মুছলমানসকলে, ভৱিষ্যতৰ স্বাধীন ভাৰতক সন্দেহ আৰু অবিশ্বাসেৰে চাওঁ নে সাহস আৰু বিশ্বাসেৰে চাওঁ। যদি স্বাধীন ভাৰতৰ প্ৰতি আমাৰ দৃষ্টিভঙ্গী ভয় আৰু সন্দেহৰ হয়, তেন্তে সন্দেহ নাই যে আমি এটা পৃথক পথ অনুসৰণ কৰিব লাগিব। বৰ্তমানৰ কোনো ঘোষণা, ভৱিষ্যতৰ কোনো প্ৰতিশ্ৰুতি, সংবিধানৰ কোনো ৰক্ষা কবচ আমাৰ ভয় আৰু সন্দেহৰ প্ৰতিষেধক হ'ব নোৱাৰে। তেতিয়া আমি তৃতীয় পক্ষ থকাটো সহ্য কৰিবলৈ বাধ্য। তৃতীয় পক্ষ ইয়াত আগৰে পৰা খুঁটি পুতি আছেই। তেওঁলোক গুচি যোৱাৰ কোনো ইচ্ছা নাই। যদি আমি ভাৰতীয় মুছলমানসকলে ভয়ৰ পথ অনুসৰণ কৰো, তেন্তে তেওঁলোক ইয়াত থকাটোকে

আমি বিচাৰিব লাগিব। কিন্তু যদি আমি বিশ্বাস কৰো যে, ভয় আৰু সন্দেহৰ কোনো কাৰণ নাই, কেৱল আমি নিজৰ ওপৰত বিশ্বাস আৰু সাহসৰ ভাব ৰাখি ভৱিষ্যতৰ সন্মুখীন হ'ব লাগিব ; তেতিয়া আমাৰ কৰ্তব্য সম্পূৰ্ণ পৰিষ্কাৰ হৈ পৰে। তেতিয়া আমি এনে এখন নতুন পৃথিৱীত উপনীত হওঁ, যিখন, সন্দেহ নিষ্ক্ৰিয়তা, উদাসীনতাৰ ক'লা ডাৱৰৰ পৰা মুক্ত ; য'ত বিশ্বাস, দৃঢ়তা, কাম আৰু উদ্যমৰ কেতিয়াও অভাৱ নহয়। সময়ৰ যিবিলাক বিশৃঙ্খলা, আমাৰ বাটত যি উত্থান-পতন, আমাৰ কাঁইটীয়া পথৰ যিবিলাক অসুবিধা, সেই-বিলাক একোৱেই আমাৰ গতি পৰিৱৰ্তন কৰিব নোৱাৰে। তেতিয়া আমাৰ কৰ্তব্য হ'ব ভাৰতৰ জাতীয় লক্ষ্যত উপনীত হ'বলৈ নিশ্চিত পদক্ষেপেৰে আগবঢ়া।"

১৯৪০ চনৰ পৰা ১৯৪৬ চনলৈকে ঘটনাবহুল এই সময়ছোৱাত মৌলানা আবুল কালাম আজাদে কংগ্ৰেছ সভাপতিৰ গধুৰ দায়িত্বভাৰ বহন কৰিছিল। যুদ্ধ-প্ৰচেষ্টাত ভাৰতৰ সহযোগিতা লাভৰ অৰ্থে কংগ্ৰেছৰ লগত এটা ৰাজনৈতিক মীমাংসা কৰিবৰ অৰ্থে, ছাৰ ষ্টেফৰ্ড ক্ৰীপছ সেই সময়ত ভাৰতলৈ আহিছিল।

১৯৪২ চনৰ ২৯ মাৰ্চত ক্ৰীপছৰ লগত আজাদৰ প্ৰথম আলোচনা হয়। কংগ্ৰেছ ৱৰ্কিং কমিটিও ২৯ মাৰ্চৰ পৰা ১২ এপ্ৰিললৈকে বহিছিল। নেতাসকলৰ ভিতৰত সেই সময়ত দৃষ্টিভঙ্গীৰ পাৰ্থক্য আছিল। মহাত্মা গান্ধী নীতিগত হিচাপেই যুদ্ধৰ বিৰোধী আছিল। সভাপতি আজাদে সেই সময়ৰ আলোচনাত পৰিষ্কাৰকৈ কৈছিল যে মহাত্মা গান্ধী তেওঁলোকৰ সৰ্বোচ্চ নেতা ; কিন্তু তেওঁৰ অংহিসা-নীতি কংগ্ৰেছৰ সকলোৱেই এটা ধৰ্ম-বিশ্বাসৰ দৰে লোৱা নাই। ক্ৰীপছৰ প্ৰস্তাৱ সম্পৰ্কে নেতাসকলৰ ব্যক্তিগত পৃথক পৃথক মত যাতে প্ৰকাশ নেপায়, তাৰ কাৰণে আজাদে কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্যসকলক, ভিতৰুৱাকৈ তেওঁক লগ পোৱা বন্ধ কৰি দিছিল ; আৰু তেওঁ নিৰ্দেশ দিছিল যে, তেওঁৰ অনুমতি নোলোৱাকৈ কোনো সদস্যই ক্ৰীপছক লগ পাব নোৱাৰিব। এই আলোচনাত বিভিন্ন মতৰ সদস্যসকলকো সভাপতি হিচাপে মৌলানা আজাদে এক মুঠিত ৰাখিবলৈ চেষ্টা কৰি তেওঁৰ নেতৃত্বৰ বিশেষ ক্ষমতাৰ পৰিচয় দিছিল।

চক্ৰৱৰ্তী ৰাজাগোপালাচাৰীয়ে ৱৰ্কিং কমিটিৰ সিদ্ধান্তৰ বিৰুদ্ধে মাদ্ৰাজ লেজিছলেটিভ পাৰ্টিত এটা প্ৰস্তাৱ গ্ৰহণ কৰাইছিল এইবুলি যে, ক্ৰীপছৰ প্ৰস্তাৱ গ্ৰহণ কৰা উচিত আছিল। সভাপতি আজাদে অবিলম্বে ৰাজাজীৰ

পৰা এই কৈফিয়ৎ বিচাৰিছিল যে, কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্য হৈ কেনেকৈ এনেকুৱা প্ৰস্তাৱ লোৱাত তেওঁ সহায় কৰিব পাৰে? ৰাজাজীয়ে আজাদৰ ওচৰত ক্ষমা-প্ৰাৰ্থনা বিচাৰিলে আৰু লগে লগে কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সভ্যপদ ইস্তফা দিলে।

ক্ষিপ্ৰ গতিত পৰিস্থিতিৰ পৰিৱৰ্তন হ'বলৈ ধৰিলে ১৯৪২ চনৰ পাঁচ জুলাই তাৰিখে মহাত্মা গান্ধীয়ে কংগ্ৰেছ সভাপতি মৌলানা আজাদক তেওঁৰ পৰিকল্পিত ঐতিহাসিক 'ভাৰত ত্যাগ' আন্দোলন সম্পৰ্কে সম্ভেদ দিয়ে। ১৯৪২ চনৰ আঠ আগষ্টত ভাৰত-ত্যাগ প্ৰস্তাৱ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বোম্বে অধিৱেশনত গৃহীত হয়। তাৰ পিছ মুহূৰ্ত্তেই ন আগষ্ট তাৰিখৰ পুৱতি নিশা মহাত্মা গান্ধী, আৰু সৰোজিনী নাইডুক গ্ৰেপ্তাৰ কৰি পুনৰ আগা-খাঁ পেলেচলৈ নিয়া হয়। আনফালে মৌলানা আজাদ, জৱাহৰলাল নেহৰু, আছফ আলী প্ৰমুখ্যে নেতাসকলক আহমদনগৰ ফৰ্টত আটক কৰি ৰখা হয়। জেলত থাকোঁতে নেহৰুৱে তেওঁৰ বিখ্যাত গ্ৰন্থ Discovery of India কিতাপখন লিখিছিল। আহমদনগৰ ফৰ্টৰ পৰা আজাদে বন্ধু এজনলৈ লিখা চিঠি-বিলাক Ghubar-E Khatir (Dust on the Heart) নামে কিতাপ আকাৰে প্ৰকাশ হৈছিল।

'ভাৰত-ত্যাগ' প্ৰস্তাৱৰ সন্দৰ্ভত দেশৰ সকলো মুখিয়াল নেতা কাৰাৰুদ্ধ হোৱাত বিয়াল্লিছৰ ঐতিহাসিক গণ-বিপ্লৱত আসমুদ্ৰ হিমাচল উদ্বেলিত হৈ উঠিল।

১৯৪৫ চনৰ মে' মাহত বৰলাট লৰ্ড ৱাভেলে ইংলণ্ড পাই ঘোষণা কৰিলে যে, বৃটিছ গৱৰ্ণমেণ্ট এতিয়া ক্ষমতা হস্তান্তৰ কৰিবলৈ ইচ্ছুক আৰু সেই উদ্দেশ্যে চিমলাত এখন সন্মিলন পতা হ'ব। কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্যসকলক তেতিয়া মুক্তি দিয়া হয়। মুক্তি পোৱাৰ পিছদিনাই সভাপতি মৌলানা আজাদে বৰলাটৰ পৰা চিমলা সন্মিলনত যোগ দিবলৈ নিমন্ত্ৰণ পায়। কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে কংগ্ৰেছৰ হৈ চিমলাৰ আলোচনাত ভাগ লবলৈ আজাদক অধিকাৰ দিছিল।

সেই সময়তে ইংলণ্ডৰ সাধাৰণ নিৰ্বাচনত শ্ৰমিক দল ক্ষমতালৈ আহে। পাৰ্লিয়ামেণ্টৰি প্ৰতিনিধি দল এটা ইংলণ্ডৰ পৰা ভাৰতবৰ্ষলৈ পঠোৱা হ'ল। এই সময়ছোৱাত মৌলানা আজাদে বৰ দক্ষতাৰে ৰাজনৈতিক প্ৰশ্নবিলাক

মীমাংসা কৰিবলৈ যত্ন কৰিছিল। মুছলীম লীগ আৰু জিন্নাই প্ৰস্তাৱিত গণ-পৰিষদৰ আঁচনি গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰিলে। কেবিনেট মিছনৰ প্ৰস্তাৱো তেওঁলোকে অস্বীকাৰ কৰিলে।

১৯৪৬ চনৰ ১৬ আগষ্টৰ দিনটো মুছলীম লীগে 'ডাইৰেক্ট একচন ডে' হিচাপে পালন কৰে। ইয়াৰ ফলত কলিকতা, নোৱাখালী আৰু বিহাৰত দুৰ্ভাগ্য-জনক সাম্প্ৰদায়িক অশান্তিয়ে দেখা দিয়ে। ইতিমধ্যে লৰ্ড মাউণ্টবেটেনে ১৯৪৭ চনৰ ২৩ মাৰ্চ তাৰিখে ভাৰতৰ বৰলাট হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰে। তেওঁ আহি দেশ-বিভাজনৰ ভেটিত ভাৰতবৰ্ষৰ স্বাধীনতাৰ প্ৰশ্ন মীমাংসা কৰিবলৈ লয়। সেইমতে দেশ-বিভাজন কৰা হ'ল। ভাৰত আৰু পাকিস্থান, দুখন স্বাধীন ৰাষ্ট্ৰ হিচাপে গঢ়ি উঠিল। দেশ-বিভাজনে আজাদক বিশেষ আঘাত দিছিল। ধৰ্মৰ ভেটিত দেশ-বিভাজনৰ তেওঁ বিৰোধী আছিল। তেওঁ অখণ্ড ভাৰতৰ হকে আজীৱন কাম কৰিছিল।

সাম্প্ৰদায়িক অশান্তিৰ মাজতো বৰলাটে নেহৰুক অন্তৰ্বৰ্তী চৰকাৰ গঠন কৰিবলৈ আহ্বান কৰে। কংগ্ৰেছ দলে সেই চৰকাৰ গঠন কৰে। মুছলীম লীগে প্ৰথমে অন্তৰ্বৰ্তী চৰকাৰত যোগ দিয়া নাছিল। পিছত, ১৯৪৬ চনৰ অক্টোবৰ মাহতহে তেওঁলোকে যোগ দিয়ে। মৌলানা আবুল কালাম আজাদে ১৯৪৭ চনৰ ১৫ জুলাই তাৰিখে অন্তৰ্বৰ্তী চৰকাৰত শিক্ষা-মন্ত্ৰী হিচাপে যোগদান কৰে। য়ুনিভাৰ্ছিটি এডুকেশ্যন কমিচন, ছেকেণ্ডাৰী এডুকেশ্যন কমিচন, অল ইণ্ডিয়া কাউন্সিল ফৰ টেকনিকেল এডুকেশ্যন, খড়গপুৰ ইনষ্টিটিউট অৱ হায়াৰ টেকনলজি, য়ুনিভাৰ্ছিটি গ্ৰাণ্টছ কমিছন,— এই আটাই-কেইটা বিশেষ অনুষ্ঠানেই মৌলানা আজাদৰ কেন্দ্ৰীয় শিক্ষা-মন্ত্ৰীত্বৰ কালছোৱাত স্থাপন হয়।

মৌলানা আজাদে যেতিয়া প্ৰথম শিক্ষা দপ্তৰৰ দায়িত্বভাৰ গ্ৰহণ কৰে, তেতিয়া বাজেটত শিক্ষাৰ শিতানত আছিল মাত্ৰ দুই কোটি টকা। তেওঁৰ চেষ্টাতেই শিক্ষাৰ শিতানত টকাৰ পৰিমাণ বাঢ়ি গৈ ত্ৰিশ কোটি টকা হৈছিলগৈ। আজাদে কৈছিল যে, কৃষি আৰু শিল্পৰ উৎপন্ন বৃদ্ধি আৰু শক্তি আদিৰ ক্ষেত্ৰত উন্নতি কৰাই আমাৰ পৰিকল্পনাৰ একমাত্ৰ উদ্দেশ্য হ'ব নোৱাৰে। ইয়াৰ উদ্দেশ্য হ'ব লাগিব জনসাধাৰণক, বিশেষকৈ যুৱক-যুৱতীসকলৰ কাৰণে উপযুক্ত মানসিক বাতাবৰণ সৃষ্টি কৰা আৰু প্ৰয়োজনীয় প্ৰশিক্ষণ দিয়া।

১৯৫৮ চনৰ ২২ ফেব্ৰুৱাৰী তাৰিখে মৌলানা আবুল কালাম আজাদৰ পৰলোক হয়। দিল্লীৰ জমা মচজিদৰ ওচৰত তেওঁক কবৰ দিয়া হয়।

আজাদৰ মৃত্যুত শোক প্ৰকাশ কৰি পণ্ডিত নেহৰুৱে কৈছিল: "আজাদ আছিল অতীত আৰু বৰ্তমানৰ সকলো মহৎ গুণৰ মূৰ্তিমান প্ৰকাশ।"

ডঃ জাকিৰ হুচেইনে কৈছিল: "মৌলানা আবুল কালাম আজাদৰ ব্যক্তিত্ব বহুমুখী। তেওঁ কেৱল এজন স্বাধীনতা-যুঁজাৰু আৰু ৰাজনীতিজ্ঞ পুৰুষেই নাছিল, তেওঁ আছিল ধৰ্মৰো এজন ডাঙৰ পণ্ডিত। সাহিত্য আৰু কলাৰ ক্ষেত্ৰতো তেওঁৰ বিশেষ বৰঙণি আছে। তেওঁ আছিল এজন সুৰুচি-সম্পন্ন লোক। বেছি মানুহৰ লগত তেওঁ মিলা-মিছা নকৰিছিল। জীৱনৰ শেষৰফালে তেওঁ নিজকে আৰু সঙ্কুচিত কৰি আনি নিজৰ ভাগেই থাকিবলৈ লৈছিল। কম মানুহৰ লগত মিলা-মিছা কৰিলেও তেওঁ আছিল সকলোৰে বন্ধু।"

আজাদ আছিল এজন বিপ্লৱী। চিন্তাৰ ক্ষেত্ৰত সংস্কাৰ বিমুক্ত হোৱাৰ ওপৰত তেওঁ জোৰ দিছিল। তেওঁ ঘোষণা কৰিছিল যে মানুহৰ মানসিক উন্নতিৰ আটাইতকৈ ডাঙৰ বাধা হৈছে মানুহৰ চিৰাচৰিত বিশ্বাসবিলাক। কোনো গতানুগতিক কথাকে তেওঁ মানি নলৈছিল। ৰাজনৈতিক কথাতেই হওঁক, বা সামাজিক কথাতেই হওঁক, আজাদে নিজৰ বিচাৰবুদ্ধিৰে আপোন পথ বাছি লৈছিল।

# মহাত্মা গান্ধী

( ১৮৬৯-১৯৪৮ )

মোহনদাস কৰমচাঁদ গান্ধীৰ দৰে, কোনো ধৰণৰ ক্ষমতাৰ অধিকাৰী নোহোৱা এজন মানুহে কেৱল মাথোন জনসাধাৰণৰ অকুণ্ঠ সহযোগৰ বলত সুদীৰ্ঘকাল এখন দেশৰ ৰাজনৈতিক ক্ষেত্ৰত আৰু জাতীয় জীৱনত কৰ্ণধাৰ হৈ থকাৰ দৃষ্টান্ত মানুহৰ ইতিহাসত পাবলৈ নাই। ১৯২০ চনতে ভাৰতত গান্ধী-যুগৰ আৰম্ভণি। ১৯২১ চনৰ অসহযোগ আন্দোলনৰ পৰা ১৯৪২ চনৰ 'ভাৰত-ত্যাগ' আন্দোলনলৈকে, ভাৰতত ব্ৰিটিছ সাম্ৰাজ্য-বাদৰ কৱলৰ পৰা মুক্তিৰ কাৰণে কৰা কেউটা গণ-আন্দোলনৰ তেৱেঁই সৰ্বোচ্চ অধিনায়ক। সবৰমতী, সেৱাগ্ৰাম বা যেতিয়া কেইদিনমানৰ কাৰণে হ'লেও, তেওঁ য'তে আছিল সেয়ে হৈ পৰিছিল ভাৰতৰ বেচৰকাৰী ৰাজধানী। দেশ-দেশান্তৰৰ সাংবাদিকসকলে তেওঁ য'তে আছিল তালৈকে গৈ তেওঁৰ পৰা ভাৰতৰ ৰাজনৈতিক পৰিস্থিতি সম্পৰ্কে ভু লৈছিল আৰু তেওঁৰ মতামতৰ ওপৰতে বিশেষকৈ নিৰ্ভৰ কৰিছিল। গান্ধী-যুগত ভাৰতৰ বিভিন্ন প্ৰদেশত বিশেষ প্ৰতিভাশালী আৰু সংগ্ৰামী নেতাসকল ওলাইছিল। এওঁলোকৰ প্ৰত্যেকেই নিজৰ নিজৰ কামেৰে জনসাধাৰণৰ মাজত প্ৰতিষ্ঠা পোৱা লোক। এওঁলোকেও গান্ধীজীৰ নেতৃত্ব মানি লৈছিল। তেওঁৰ ইঙ্গিত-লৈকে সকলোৱে বাট চাই আছিল। গান্ধী-যুগত ভাৰতত যেতিয়া যি হৈছিল সেই সকলোৰে কেন্দ্ৰ আছিল গান্ধী। ১৯২০ চনৰ পৰা স্বাধীনতা পোৱাৰ সময়লৈকে ভাৰতৰ ইতিহাস গান্ধীকে কেন্দ্ৰ কৰি ৰচিত হৈছে। গান্ধীজীৰ ইমান প্ৰভাৱ-প্ৰতিষ্ঠাৰ উৎস হৈছে তেওঁৰ নৈতিক শক্তি। সত্য অন্বেষ-ণেই তেওঁৰ জীৱনৰ কাহিনী।

১৮৬৯ চনৰ দুই অক্টোবৰত গুজৰাটৰ পোৰবন্দৰত গান্ধীজীৰ জন্ম হয়। তেওঁৰ দেউতাক কৰমচাঁদ উত্তমচাঁদ গান্ধী আছিল পোৰবন্দৰ আৰু ৰাজকোটৰ দেৱান। তেওঁৰ ককাকো দেৱান আছিল। গান্ধী অৱস্থাপন্ন পৰিয়ালৰ মানুহ।

তেওঁৰ মাক পুতলীবাঈ আছিল এগৰাকী ধৰ্মপ্ৰাণা মহিলা। পূজা-সেৱা, ব্ৰত-উপবাসতে তেওঁ বেছিখিনি সময় কটাইছিল।

গান্ধী পৰিয়াল বৈষ্ণৱ আছিল। অন্য ধৰ্মৰ বিশিষ্ট লোকসকলো প্ৰায়ে তেওঁলোকৰ ঘৰলৈ আহিছিল আৰু ধৰ্মালোচনা কৰিছিল। ঘৰত নিতৌ ভাগৱত আৰু ৰামায়ণ পাঠ হৈছিল। বাল্যকালত শ্ৰৱণৰ পিতৃভক্তি আৰু ৰজা হৰিশ্চন্দ্ৰৰ ত্যাগ আৰু কষ্ট-বৰণৰ কাহিনীয়ে গান্ধীৰ ওপৰত বিশেষ প্ৰভাৱ পেলাইছিল।

১৮৮১ চনত পোৰবন্দৰৰ এজন ব্যৱসায়ীৰ জীয়েক কস্তুৰবাক গান্ধীয়ে বিয়া কৰায়। গান্ধী আৰু কস্তুৰবাৰ তেতিয়া বয়স আছিল ১২ বছৰমানহে। গান্ধীজীয়ে তেওঁৰ আত্ম-জীৱনীত লিখিছে যে বিয়াখন তেওঁৰ কাৰণে আছিল উমলিবলৈ এজনী ছোৱালীৰ লগ, মিঠাই আৰু ঢোল-খোল। তেওঁলোকৰ চাৰিটা ল'ৰা— হৰিলাল, মতিলাল, ৰামদাস আৰু দেৱদাস।

১৮৮১ চনৰ পৰা ১৮৮৭ চনলৈকে গান্ধীয়ে স্কুলত পঢ়ে। তাৰ পিছত ন মাহ কলেজত কটাই ১৮৮৮ চনত তেওঁ বেৰিষ্টাৰী পঢ়িবলৈ ইংলণ্ডলৈ যায়। বেৰিষ্টাৰী পাছ কৰি ১৮৯১ চনত তেওঁ ভাৰতলৈ উভতি আহে।

গান্ধীজীৰ গীতা অধ্যয়ন প্ৰথম আৰম্ভ হয় ইংলণ্ডত। ঘৰলৈ অহাৰ পিছত তেওঁ ৰায়চাঁদ ভাই নামেৰে এজন সন্ন্যাসীৰ সংস্পৰ্শলৈ আহে। গান্ধীজীৰ আধ্যাত্মিক জীৱনত এওঁ বিশেষ প্ৰভাৱ পেলাইছিল।

১৮৯৩ চনত শেঠ আব্দুল্লা নামেৰে এজন ব্যৱসায়ীৰ মকৰ্দমা এটা লৈ তেওঁ দক্ষিণ আফ্ৰিকাৰ নেটাললৈ যায়। তাত শ্বেতবৰ্ণৰ লোকসকলে অন্যবৰ্ণৰ মানুহৰ ওপৰত কৰা ৰূঢ় ব্যৱহাৰ সম্পৰ্কে তেওঁৰ অভিজ্ঞতা হয়। ঋষি টলষ্টয়ৰ 'The Kingdom of God is Within You' (ঈশ্বৰৰ ৰাজ্য তোমাৰ ভিতৰতে আছে) নামৰ কিতাপখন গান্ধীয়ে তাতে পঢ়ে। কিতাপ-খন পঢ়ি গান্ধী অভিভূত হয়। তেওঁ লোৱা মকৰ্দমাটোৰ আপোচ মীমাংসা কৰি গান্ধীজীয়ে ১৮৯৪ চনৰ এপ্ৰিল মাহত ভাৰতলৈ ঘূৰি আহিবলৈ স্থিৰ কৰে। কিন্তু সেই সময়তে তালৈ যোৱা এছিয়াবাসীসকলৰ বিৰুদ্ধে শ্বেতবৰ্ণৰ চৰকাৰে এখন আইন কৰাৰ কথা ওলালত তেওঁ ভাৰতলৈ অহাটো স্থগিত ৰাখি তাতে এছিয়াবাসী ৰাইজৰ পক্ষ লৈ কাম কৰিবলৈ থাকি যায়। প্ৰস্তা-ৱিত আইনখন আছিল তালৈ যোৱা এছিয়াবাসীসকলৰ ভোটৰ অধিকাৰ ৰদ কৰা, বসতিস্থানৰ পৃথকীকৰণ, প্ৰচলিত ভাৰতীয় বিবাহ বাতিল কৰা আৰু 'পলটেক্স' বহুওৱা।

১৮৯৪ চনৰ পৰা ১৯১৪ চনলৈকে গান্ধীজীৰ নেতৃত্বত দক্ষিণ আফ্ৰিকাত যি আন্দোলন চলে তাক তিনিটা ভাগত ভগাব পাৰি: ১৮৯৪–১৮৯৯, ১৯০২–১৯০৬ আৰু ১৯০৭-১৯১৪। সভা-সমিতি কৰি, কাগজত লিখি স্থানীয় আৰু সম্ৰাটৰ গৱৰ্ণমেণ্টৰ ওচৰলৈ সজাতি দল পঠিয়াই সাংবিধানিক আন্দোলন চলোৱা হৈছিল। যুদ্ধৰ সময়ত ইংলণ্ডক দিগদাৰী নিদিয়াৰ ভাবেৰে বুৱৰযুদ্ধ (১৮৯৯-১৯০২) আৰু জলো বিদ্ৰোহৰ সময়ত আন্দোলন বন্ধ ৰখা হৈছিল। তেতিয়া গান্ধীয়ে যুদ্ধত আহতসকলৰ সেৱা-শুশ্ৰূষাৰ কাৰণে স্বেচ্ছা-সেৱক বাহিনী সংগঠন কৰিছিল। ১৯০৩ চনত 'Indian Opinion' (ভাৰ-তীয় মত) নামৰ সাপ্তাহিক কাকতখন প্ৰচাৰৰ প্ৰধান মাধ্যম আছিল। ১৯০৪ চনত ডাৰবানৰ পৰা ১৪ মাইল দূৰৰ ফনিক্স আশ্ৰমলৈ কাকতখন স্থানান্তৰিত কৰা হয়। ফনিক্স আশ্ৰমত অতি সৰল–সহজ সেৱাব্ৰতী জীৱন যাপনৰ শিক্ষা দিয়া হৈছিল। তাত থকা প্ৰত্যেকজনেই সমূহৰ সেৱাত শাৰীৰিক শ্ৰম কৰাটো নিয়ম আছিল। ৰাস্কিনৰ 'আনটু দিছ লাষ্ট' নামৰ কিতাপখন পঢ়ি গান্ধীয়ে এনে জীৱন যাপনৰ প্ৰেৰণা পাইছিল।

সাংবিধানিক আৰু আইনৰ প্ৰণালীৰে কাম কৰি ভাৰতীয় মানুহৰ অভি-যোগবিলাক দূৰ কৰা সম্ভৱ নোহোৱা দেখি গান্ধীয়ে নিষেধাজ্ঞা উলঙ্ঘা কৰি ট্ৰান্সভাললৈ শান্তিপূৰ্ণ শোভাযাত্ৰা এটাৰ নেতৃত্ব কৰে। তেওঁৰ লগত আছিল ২০৩৭ জন পুৰুষ, ১২৯ গৰাকী মহিলা আৰু ৫৭ জন ল'ৰা-ছোৱালী। চৰকাৰে এওঁলোকৰ ওপৰত অত্যাচাৰ চলায়। সত্যাগ্ৰহী আৰু তেওঁলোকৰ পৰিয়ালৰ লোকক আশ্ৰয় দিবলৈ লওলীত টলষ্টয় ফাৰ্ম বুলি জনাজাত এটা সত্যাগ্ৰহী শিবিৰ ১৯১০ চনৰ ৩০ মে'ত স্থাপন কৰা হয়। অৱশেষত চৰকাৰ সেও হ'ল আৰু এটা মীমাংসাও হ'ল। দক্ষিণ আফ্ৰিকাৰ ইংৰাজ শাসক-গোষ্ঠীৰ প্ৰতিনিধি স্মাটছৰ লগত গান্ধীৰ চুক্তি হয়। দক্ষিণ আফ্ৰিকাত গান্ধীয়ে এনেকৈ বৰ্ণ-বৈষম্যৰ বিৰুদ্ধে সত্যাগ্ৰহৰ নীতি অনুসৰণ কৰি প্ৰথম শান্তিপূৰ্ণ আন্দোলন কৰে। কোনো হিংসাৰ ভাব নাৰাখি, নিৰু-পদ্ৰৱভাৱে আন্দোলন কৰি প্ৰবল প্ৰতিপক্ষকো আপোচ মীমাংসালৈ আনিব পৰাটো সেই সময়ৰ পৰিস্থিতিত এটা বিশেষ কৃতকাৰ্যতা আছিল। সমূহীয়াভাৱে সত্যাগ্ৰহ প্ৰণালীৰে যুঁজি সত্যাগ্ৰহ কাৰ্যকৰী কৰি তোলাৰ

দক্ষিণ আফ্রিকাৰ অভিজ্ঞতা লৈ গান্ধী ভাৰতলৈ আহিল। ১৯১৫ চনৰ জানুৱাৰীত তেওঁ বোম্বে পালেহি। তাৰ পিছত তেওঁ গুজৰাটলৈ আহিল। ১৯১৫ চনৰ ২৫ মে'ত তেওঁ ফনিক্সৰ সহযোগীকেইজনমান লৈ আহমদাবাদত সত্যাগ্ৰহী আশ্ৰম স্থাপন কৰে। ১৯১৭ চনৰ জুনত এই আশ্ৰম সবৰমতী নদীৰ পাৰলৈ তুলি নিয়া হয়। ইয়াৰেপৰাই গান্ধীয়ে ভাৰতত তেওঁৰ যুগান্তকাৰী কাৰ্যাৱলী আৰম্ভ কৰে।

১৯১৭ আৰু ১৯১৮ চনৰ ভিতৰত গান্ধীয়ে বিহাৰৰ চম্পাৰণত আৰু গুজৰাটৰ কৈৰাত কৃষক আন্দোলনত যোগ দিয়ে। চম্পাৰণত নীল বাগিচাৰ মালিকসকলে কৃষকসকলক নানা প্ৰকাৰে শোষণ কৰিছিল আৰু তেওঁলোকৰ ওপৰত অমানুষিক অত্যাচাৰ চলাইছিল। গান্ধী চম্পাৰণলৈ আহে আৰু কৃষকসকলৰ ওপৰত চলি থকা অন্যায়ৰ বিৰুদ্ধে সক্ৰিয় ব্যৱস্থা লয়। শেষত বিষয়টোৰ এটা মীমাংসা কৰিবলৈ চৰকাৰ ৰাজী হ'ব লগা হয়। আহমদাবাদত কাপোৰ কলৰ শ্ৰমিকসকলৰ ন্যায্য দাবী পূৰণৰ কাৰণে গান্ধীয়ে শ্ৰমিকৰ ধৰ্মঘট সমৰ্থন কৰে। সেই সম্পৰ্কত গান্ধীয়ে অনশন কৰিবলৈ লয় আৰু শেষত তেওঁৰ মধ্যস্থতাত বিষয়টোৰ নিষ্পত্তি হয়। এনেকৈ গান্ধীয়ে ভাৰতত দেশৰ আটাইতকৈ দলিত আৰু শোষিত শ্ৰমিক শ্ৰেণীৰ সমস্যা লৈ তেওঁৰ ৰাজহুৱা জীৱন আৰম্ভ কৰে।

১৯১৮ চনৰ ১১ নৱেম্বৰত প্ৰথম মহাযুদ্ধৰ অন্ত পৰে। সেই যুদ্ধত ভাৰতে ধনে-জনে ব্ৰিটিছৰ যুদ্ধ-প্ৰচেষ্টাত সহায় কৰিছিল। গান্ধীয়েও সেই যুদ্ধত তেওঁৰ সহায়ৰ হাত আগবঢ়াইছিল এই বিশ্বাসত যে ইংৰাজে যুদ্ধৰ পিছত ভাৰতৰ জাতীয় আশা-আকাংক্ষা পূৰণ কৰিব। কিন্তু যুদ্ধত জিকাৰ পিছত ভাৰতত জাতীয় জাগৰণৰ যি ভাব দেখা গৈছিল, তাক গজালিতে মষিমূৰ কৰিবলৈহে ইংৰাজে নানাভাৱে চেষ্টা কৰিবলৈ ধৰিলে। ৰাজদ্ৰোহৰ ঢৌ ৰোধ কৰিবলৈ ৰাওলাট আইন নামৰে এখন নিগ্ৰহমূলক আইন প্ৰৱৰ্তন কৰা হ'ল। ইংৰাজৰ এনেবিলাক অন্যায়ে ৰাজভক্ত গান্ধীক বিদ্ৰোহী গান্ধী কৰি তুলিলে। জাগ্ৰত ভাৰতৰ নেতৃত্ব কোনেও মন নকৰাকৈ আপোনাআপুনি গান্ধীৰ ওপৰত ন্যস্ত হ'ল। ৰাওলাট আইনৰ প্ৰতিবাদকল্পে গান্ধীয়ে সমগ্ৰ ভাৰতত ছয় এপ্ৰিল তাৰিখে হৰতাল পালন কৰিবলৈ আহ্বান জনালে। ই আছিল শান্তিপূৰ্ণভাৱে দেশব্যাপী গণ-বিক্ষোভ প্ৰদৰ্শনৰ প্ৰথম আহ্বান। দুই-এঠাইত শান্তি ভঙ্গ

হৈছিল যদিও সাধাৰণতে সকলো ঠাইতে ই শান্তিপূৰ্ণ হৈয়ে আছিল। কিন্তু এই দিৱস পালন সম্পৰ্কে পঞ্জাৱত চৰকাৰে কঠোৰ দমনমূলক ব্যৱস্থা ল'লে। অমৃতসৰৰ জালিয়ানৱালাবাগত ১৩ এপ্ৰিল বৈশাখীৰ দিনা ল'ৰা-ছোৱালী-তিৰোতা লৈ সমবেত হোৱা মানুহৰ ওপৰত কোনো ওলাই যাব নোৱাৰাকৈ বাট বন্ধ কৰি মেচিন গানেৰে গুলি চলালে। অসংখ্য মানুহ হতাহত হ'ল। কলিকতাৰ অন্ধকূপ হত্যাৰ দৰে জালিয়ানৱালাবাগৰ হত্যাকাণ্ড ভাৰতত ইংৰাজ শাসনৰ কলঙ্ক। জালিয়ানৱালাবাগ হত্যাকাণ্ডই ভাৰতৰ জনসাধাৰণৰ আগত বিদেশী শাসনৰ নগ্নৰূপ পৰিষ্কাৰকৈ দেখুৱাই দিলে।

প্ৰথম মহাযুদ্ধৰ আগভাগতে ব্ৰিটিছ গৱৰ্ণমেণ্টে ভাৰতৰ মুছলমানসকলক আশ্বাস দিছিল যে তুৰস্ক যুদ্ধত মিত্ৰপক্ষৰ লগত নেথাকিলেও মুছলমানসকলৰ ধৰ্মৰ কেন্দ্ৰস্থান তুৰস্কৰ খিলাফটৰ ওপৰত তেওঁলোকৰ বিশ্বাস আৰু শ্ৰদ্ধাৰ ভাবলৈ চাই খিলাফটৰ অখণ্ডতা আৰু মৰ্যাদা কোনো ৰকমে ক্ষুণ্ণ হ'বলৈ নিদিয়ে। কিন্তু যুদ্ধত জিকি ব্ৰিটিছে এই প্ৰতিশ্ৰুতি ৰক্ষা নকৰি তুৰস্কৰ খিলাফট কেইবাখনতো বিভক্ত কৰি পেলালে। এই কথাত ভাৰতৰ মুছলমান-সকল বিশেষ ক্ষুব্ধ হৈছিল। ভাৰতৰ মুছলমানসকলৰ এই অনুভূতিৰ প্ৰতি গান্ধীয়ে বিশেষ শ্ৰদ্ধা দেখুৱাইছিল। ১৯১৯ চনৰ ২৪ নৱেম্বৰত নিখিল ভাৰত খিলাফট সন্মিলনত গান্ধীয়ে খিলাফট অন্যায়ৰ বিৰুদ্ধে আন্দোলন কৰাৰ কথা কয় আৰু তাত দিয়া বক্তৃতাতে তেওঁ প্ৰথম 'অহিংস অসহযোগ' কথাটো ব্যৱহাৰ কৰে।

গান্ধীয়ে তিনিটা অন্যায়ৰ (ৰাওলাট আইন, পঞ্জাৱত হোৱা জালিয়ান-ৱালাবাগ আদিৰ অত্যাচাৰ আৰু খিলাফট প্ৰতিকাৰৰ কাৰণে স্বৰাজ) ওপৰত জোৰ দি ভাৰতীয় জাতীয় কংগ্ৰেছৰ মঞ্চত তেওঁৰ অসহযোগৰ আঁচনি দাঙি ধৰিলে। প্ৰথম ১৯২০ চনৰ ছেপ্টেম্বৰত কংগ্ৰেছৰ কলিকতা অধিৱেশনত অসহযোগৰ প্ৰস্তাৱ গৃহীত হয়। কিন্তু তাত কম ভোটতহে সেই প্ৰস্তাৱ গৃহীত হৈছিল। ১৯২০ চনৰে ডিচেম্বৰত নাগপুৰৰ কংগ্ৰেছ অধি-ৱেশনত এই প্ৰস্তাৱ বিপুল সংখ্যাধিক্যত গৃহীত হয়।

নাগপুৰ কংগ্ৰেছে গান্ধীক অসহযোগ আন্দোলনৰ পৰিচালনাৰ দায়িত্ব দিয়ে। গান্ধীক কংগ্ৰেছৰ অবিসম্বাদী নেতা হিচাপে সকলোৱে মানি লয়। গান্ধীয়ে কংগ্ৰেছৰ নতুন সংবিধান ৰচনা কৰে। এই সংবিধান

মতে ভাষাৰ ভিত্তিত ২১খন কংগ্ৰেছ প্ৰদেশত দেশখন বিভক্ত কৰা হয়। তেতিয়াৰ প্ৰদেশৰ সীমাৰেখা ভাষাৰ ভিত্তিত নাছিল কাৰণে চৰকাৰী প্ৰদেশ আৰু কংগ্ৰেছৰ প্ৰদেশ সদায় একে নাছিল। গান্ধীয়ে এবছৰৰ ভিতৰত সমগ্ৰ দেশৰ পৰা তিলক স্বৰাজ পুঁজিলৈ এক কোটি টকা সংগ্ৰহ কৰিবলৈ কংগ্ৰেছ কমিটিবিলাকক ভাৰ দিলে। কেইজনমানৰ পৰা মোটা মোটা চান্দা তুলি নহয়, প্ৰতিঘৰৰ পৰা তিলক স্বৰাজ পুঁজিলৈ এটকাকৈ আৰু কংগ্ৰেছৰ মেম্বৰ হোৱাৰ যিজ হিচাপে চাৰিজনাকৈ লইছা তুলি তেওঁ গাৱেঁ-ভূঞে, নগৰে-চহৰে কংগ্ৰেছৰ শাখা-প্ৰশাখা খুলি পুঁজি সংগ্ৰহৰো ব্যৱস্থা কৰিছিল। শিক্ষিত আৰু নগৰৰ কিছু মানুহৰ ভিতৰত সীমাবদ্ধ থকা কংগ্ৰেছ জনসাধাৰণৰ অনুষ্ঠান হিচাপে এনেকৈ সুদৃঢ় ভেটিত প্ৰতিষ্ঠিত হয়। অকল এয়ে নহয় কংগ্ৰেছক বৈধ আৰু শান্তিপূৰ্ণ উপায়ে যুদ্ধ কৰা এটা সংগ্ৰামী অনুষ্ঠান হিচাপে নতুনকৈ গঢ় তোলাৰ কামত তেওঁ জোৰ দিছিল।

অসহযোগ আন্দোলনত চৰকাৰী অনুষ্ঠান আৰু বিদেশী বস্ত্ৰ বৰ্জনৰ আঁচনি লোৱা হৈছিল। মহাত্মাজীয়ে সেইমতে ছাত্ৰ-ছাত্ৰীক চৰকাৰী স্কুল-কলেজ বৰ্জন কৰিবলৈ আৰু অধিবক্তাসকলক আদালত বৰ্জন কৰিবলৈ আহ্বান জনাইছিল। ইয়াৰ লগতে গঠনমূলক আঁচনি হিচাপে লোৱা হৈছিল জাতীয় শিক্ষানুষ্ঠানৰ প্ৰতিষ্ঠা, পঞ্চায়ত-প্ৰণালীৰে বিবাদ নিষ্পত্তি, আৰু হাতেৰে যঁতৰত সূতা কাটি কাপোৰ বৈ লোৱা আৰু কানি-মদ আদি ৰাগিয়াল বস্তু নিবাৰণৰ কাৰণে কানি-মদ আদিৰ দোকানত পিকেটিং কৰা। সৰ্বোপৰি গান্ধীজীয়ে তেওঁৰ পৰিচালিত অসহযোগ আন্দোলনত অহিংসাৰ নীতিৰ ওপৰত সৰ্বাধিক গুৰুত্ব দিছিল। যুদ্ধ মানেই হিংসাৰ অস্ত্ৰ বা শাৰীৰিক বলপ্ৰয়োগ অনিবাৰ্য বুলি ভবা হয়। অন্যায় যুদ্ধত বা প্ৰতিশোধমূলক কন্দলত নীতি-অনীতিৰ, হিংসা-অহিংসাৰ বাচ-বিচাৰ কৰা নহয়। আনকি পৃথিৱীৰ ইতিহাসত, স্বাধীনতা বা আন ন্যায়পূৰ্ণ যুদ্ধতো সদায় অস্ত্ৰ ধাৰণ কৰিব লগা হৈছে। ন্যায়পূৰ্ণই হওক বা অন্যায়েই হওক যুদ্ধত বল প্ৰয়োগ কোনেও দোষণীয় বুলি ভবা নাছিল। গান্ধীজীয়ে ভাৰতৰ স্বাধীনতাৰ যুদ্ধত এক নতুন যুদ্ধ-প্ৰণালী প্ৰৱৰ্তন কৰে। এই প্ৰণালীৰ মূলমন্ত্ৰই হৈছে সত্য আৰু অহিংসা। প্ৰতিপক্ষৰ লগত হোৱা সংঘাতত

কোনো ৰকমে বল প্ৰয়োগৰ নীতি নলৈ, কোনো ক্ষেত্ৰতে হিংসা-অস্ত্ৰ প্ৰয়োগ নকৰি অসৎ বা অন্যায়ৰ লগত অসহযোগ কৰাই এই যুদ্ধৰ মূল শিক্ষা। এনেকৈ অসহযোগ কৰোঁতে যিমানেই ক্ষতি নহওক, যিমানেই নিপীড়ন কৰা নহওক, সকলো বীৰোচিত সাহ আৰু ধৈৰ্যৰে সহ্য কৰিব কিন্তু প্ৰতিপক্ষৰ ওচৰত সেও হৈ অসতৰ লগত কেতিয়াও সহযোগিতা নকৰিব। অহিংস অসহযোগ আন্দোলনৰ এয়ে আছিল শিক্ষা। গান্ধীজীৰ কাৰণে ই আছিল মৌলিক নীতি আৰু আদৰ্শৰ কথা। সেই দিনত ব্ৰিটিছৰ সাম্ৰাজ্য পৃথিৱী ব্যাপী আছিল। তেওঁলোক আছিল পৃথিৱীৰ সকলোতকৈ প্ৰবল সামৰিক শক্তি। সেইকাৰণে বাস্তৱ ৰাজনীতিৰ পিনৰপৰা চাই নিৰস্ত্ৰ ভাৰতবাসীয়ে বাধ্য হৈ তেওঁলোকৰ লগত অহিংস অসহযোগৰ বাট ল'ব লগা হৈছে বুলি গান্ধীজীয়ে ভবা নাছিল। অহিংসা নীতিগত হিচাপে আৰু কাৰ্যকৰী হিচাপেও বেছি উপযোগী বুলি তেওঁৰ অচল-অটল বিশ্বাস আছিল। অহিংসাৰ শক্তিৰ কথা বুজাই গান্ধীজীয়ে কৈছিল :

"মই বিশ্বাস কৰোঁ যে অহিংসা হিংসাতকৈ অনন্ত গুণে শ্ৰেষ্ঠ। ক্ষমা শাস্তি বিধানতকৈ বেছি বীৰত্বপূৰ্ণ। ক্ষমা সৈনিকৰ অলঙ্কাৰ ; কিন্তু শাস্তি দিবৰ ক্ষমতা থাকিও তাৰ পৰা বিৰত থকাহে ক্ষমা। অসহায় প্ৰাণীয়ে ক্ষমা কৰা যেন দেখুওৱাটো অৰ্থহীন। ...কিন্তু মই ভাৰতবৰ্ষক অসহায় বুলি নেভাবো। মই কেৱল ভাৰতবৰ্ষৰ আৰু মোৰ শক্তি এটা শ্ৰেষ্ঠ উদ্দেশ্যত নিয়োগ কৰিব খোজো।"

গান্ধীজীৰ নীতিমতে অহিংস যুদ্ধৰ বাবে জনসাধাৰণক প্ৰস্তুত কৰিবলৈ গাঁৱে-ভূঞে প্ৰশিক্ষণ দি কৰ্মীদল গঢ়ি তোলা হৈছিল। জনসাধাৰণে ভাৰতৰ ঐতিহ্য আৰু পুৰণি সংস্কৃতিৰ লগত অহিংসা-বাণীৰ মিল দেখিছিল। তেওঁলোকক ই অনুপ্ৰাণিত কৰিছিল। কিন্তু ভাৰতৰ ইতিহাসত, ঋষি-মুনি, সাধু-সন্তৰ ব্যক্তিগত জীৱনত এই নীতি প্ৰয়োগ হ'লেও সৰ্বসাধাৰণ ৰাইজে সামূহিকভাৱে প্ৰথম এইবাৰহে অহিংস আন্দোলনত নামিছিল। সেইদিনা যিমান শৃঙ্খলা আৰু উৎসাহ-উদ্দীপনাৰে ভাৰতৰ জনসাধাৰণে দেশৰ মুক্তিৰ কাৰণে ব্ৰিটিছ সাম্ৰাজ্যবাদে ভাৰতৰ প্ৰতি কৰা অন্যায়ৰ প্ৰতিকাৰৰ উদ্দেশ্যে অসহযোগ আন্দোলনত হিলদল ভাঙি আহি যোগ দিলেহি সি অকল ভাৰতৰে নহয় পৃথিৱীৰ ইতিহাসতে এক অভূতপূৰ্ব ঘটনা।

ভাৰতৰ জন-সমুদ্ৰত অসহযোগ আন্দোলনৰ পৰ্বত প্ৰমাণ ঢৌ উঠিল। প্ৰথমবাৰ সাধাৰণ মানুহৰ মাজতো জাগৰণ দেখা দিলে আৰু তেওঁলোক দেশ—মাতৃকাৰ শৃঙ্খল-মোচনৰ উদ্দেশ্যে নতুনভাৱে গান্ধীজীৰ নেতৃত্বত জাতীয় কংগ্ৰেছৰ পতাকাৰ তলত সমবেত আৰু সজ্ঘবদ্ধ হ'ল।

বীৰ অসমীয়া জাতিক নিস্তেজ আৰু দুৰ্বল কৰি পেলোৱা কানি বৰ-বিহৰ বিৰুদ্ধে গান্ধীজীৰ পৰামৰ্শমতে অসমত অসহযোগ আন্দোলনত বিশেষ আঁচনি লোৱা হৈছিল। সেইমতে অসমত অসহযোগৰ সময়ত কানীয়াসকলৰ মাজতে কানি এৰিবলৈ প্ৰচাৰ কৰাৰ উপৰিও, চৰকাৰে খুলি দিয়া কানি দোকানবিলাকত কংগ্ৰেছ স্বেচ্ছাসেৱকসকলে পিকেটিং কৰিছিল। চৰকাৰে কানি বিক্ৰী বন্ধ কৰা আন্দোলন দমন কৰিবলৈ অশেষ নিৰ্যাতন চলাই-ছিল। কিন্তু এনে চৰকাৰী বাধা সত্ত্বেও ১৯২১ চনত এবছৰৰ ভিতৰত অসমত কানি বিক্ৰী ৬০১ মোন কমি গৈছিল। চৰকাৰৰ প্ৰবল বাধা সত্ত্বেও ৰাজনৈতিক উদ্দেশ্য সাধনৰ উপৰিও ৰাইজৰ চেষ্টাত কেনেকৈ জনহিতকৰ মহৎ কাম হ'ব পাৰে, অসমত অসহযোগৰ কানি বন্ধৰ আন্দোলন তাৰেই এটা উজ্জ্বল দৃষ্টান্ত।

১৯২১ চনৰ অসহযোগ আন্দোলনত বিদেশী বস্ত্ৰ বৰ্জন এটা প্ৰধান কাৰ্যক্ৰম আছিল। সেইমতে বিদেশী বৰ্জন আৰু স্বদেশী গ্ৰহণৰ কাৰণে মানুহৰ ভিতৰত তেতিয়া প্ৰতিযোগিতা হৈছিল। মহাত্মাজী য'লৈকে গৈছিল তাতে আগৰে পৰা সংগ্ৰহ কৰা বিলাতী কাপোৰৰ উপৰিও তেওঁৰ সভালৈ যোৱা জনতাই গাৰ পৰাও বিদেশী কাপোৰ খুলি দিছিল। সেইদৰে গোটখোৱা বিদেশী বস্ত্ৰৰ বিৰাট একোটা স্তূপত মহাত্মা গান্ধীয়ে নিজেই জুই জ্বলাই দিছিল। ১৯২১ চনত অসম ভ্ৰমণলৈ আহোঁতে মহাত্মাজীয়ে দেশভক্ত তৰুণৰাম ফুকনৰ ঘৰৰ সন্মুখৰ পথাৰত বিদেশী বস্ত্ৰৰ বিৰাট স্তূপত জ্বলাই দিয়া জুই দুদিনমানলৈকে আছিল।

অসহযোগ আন্দোলনে ভাৰতত ব্ৰিটিছ শাসনৰ ভেটি লৰাই দিলে। গুজৰাটৰ বৰদলীত মহাত্মাজীয়ে অসহযোগৰ চূড়ান্ত পৰ্যায় আৰম্ভ কৰি আইন অমান্য আন্দোলন আৰম্ভ কৰিবলৈ প্ৰস্তুত হ'ল। কিন্তু দুৰ্ভাগ্যক্ৰমে সেই সময়তে যুক্তপ্ৰদেশৰ চৌৰিচৌৰাত পুলিচৰ অত্যাচাৰত অতীষ্ঠ হৈ বিক্ষুব্ধ জনতাই পুলিচ থানা ঘেৰাও কৰি জুই জ্বলাই দিলে আৰু তাতে

কেইজনমান পুলিচৰ মানুহ দগ্ধ হৈ মৃত্যু-মুখত পৰিল। এই খবৰ পাই মহাত্মাজী মৰ্মাহত হ'ল। তেওঁ যি অহিংস নীতিৰ ওপৰত নিৰ্ভৰ কৰি অসহযোগ আন্দোলন পৰিচালনা কৰিছিল, সেই নীতি উলঙ্ঘন হোৱাত তেওঁ ভাবিলে যে দেশ এতিয়াও স্বাধীনতা আন্দোলনৰ চূড়ান্ত পৰ্যায়ত অৱতীৰ্ণ হ'বৰ কাৰণে প্ৰস্তুত হোৱা নাই। নীতি আৰু আদৰ্শৰ ওপৰত গান্ধীজীৰ আছিল অবিচলিত বিশ্বাস আৰু নিষ্ঠা। গান্ধীজীৰ কাৰণে ই আছিল সকলোতকৈ জৰুৰী প্ৰশ্ন। সেইফালৰ পৰা বিচাৰ কৰি তেওঁ কংগ্ৰেছৰ সৰ্বাধিনায়ক হিচাপে অসহযোগ আন্দোলন স্থগিত ৰাখিবলৈ সিদ্ধান্ত কৰিলে। মহাত্মাজীৰ এই সিদ্ধান্তত কংগ্ৰেছৰ নেতাসকলৰ ভিতৰতো বহুতো আচৰিত আৰু অসন্তুষ্ট হৈছিল যদিও শেষত তেওঁৰ পৰামৰ্শ মতে কংগ্ৰেছে ১৯২২ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখে অসহযোগ আন্দোলন স্থগিত কৰিলে। জৱাহৰলাল নেহৰুৱে লিখিছে যে এই কাৰ্যত তেওঁ সেই সময়ত বৰ বেয়া পাইছিল যদিও আৰু মহাত্মাজীক সমালোচনা কৰিছিল যদিও পিছত তেওঁ বুজিছিল যে মহাত্মাজীৰ বিচাৰ শুদ্ধ আছিল। ভাৰতৰ জনসাধাৰণৰ মনৰ ভাব বুজিবৰ ক্ষমতা মহাত্মা গান্ধীৰ আছিল অসাধাৰণ আৰু অভ্ৰান্ত। চৌৰিচৌৰাৰ ঘটনাৰ পৰা মহাত্মাজীয়ে অহিংস প্ৰণালীৰে আইন অমান্য আন্দোলন কৰাৰ সময় তেতিয়াও নৌ হয় বুলি বুজিছিল।

১৯২২ চনৰ ১০ মাৰ্চত গান্ধীজীক গ্ৰেপ্তাৰ কৰা হ'ল। আহমদাবাদত তেওঁৰ বিচাৰ হৈছিল। বিচাৰপতি আছিল এজন ইংৰাজ। আচামী হিচাপে গান্ধীজী যেতিয়া আদালতৰ বিচাৰ কক্ষত সোমাল, তেতিয়া ইংৰাজ আদালতৰ সাধাৰণ দস্তুৰ পাহৰি ইংৰাজ জজকে ধৰি সকলোৱে আপোনা-আপুনি স-সম্ভ্ৰমে থিয় দি গান্ধীক অভিবাদন জনালে। বিচাৰত গান্ধীজীয়ে সত্যাগ্ৰহীৰ নিয়ম অনুসৰি আত্মপক্ষ সমৰ্থন নকৰিলে আৰু এটা ঐতিহাসিক বিবৃতিৰে তেওঁৰ ওপৰত ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ যি অভিযোগ কৰা হৈছিল তাক মানি ললে। বিচাৰত তেওঁৰ ছয় বছৰ জেল হয়। কিন্তু জেলত তেওঁক এপেণ্ডিছাইটিছৰ কাৰণে অস্ত্ৰোপচাৰ কৰিব লগা হৈছিল। তাৰ পিছত ১৯২৪ চনৰ ৫ ফেব্ৰুৱাৰীত তেওঁক মুক্তি দিয়া হয়।

অসহযোগ আন্দোলন স্থগিত ৰখাত দেশবন্ধু চিত্তৰঞ্জন দাস, পণ্ডিত মতিলাল নেহৰু, দেশভক্ত তৰুণৰাম ফুকন প্ৰমুখ্যে কংগ্ৰেছৰ কিছু ৰথমূৰীয়া

নেতাই কাউন্সিল প্ৰবেশৰ আঁচনিৰ পৃষ্ঠপোষকতা কৰিলে। মহাত্মাজী এই আঁচনিৰ পক্ষপাতী নাছিল যদিও, তাত বাধা দিয়া নাছিল। তেওঁ গঠনমূলক কাৰ্যসূচীমতে দেশৰ জনসাধাৰণৰ মাজত কাম কৰাৰ ওপৰত জোৰ দিলে। সেই সময়ত তেওঁৰ বিশ্বাস আছিল যে গঠনমূলক কেন্দ্ৰবিলাকৰ জৰিয়তে জনহিতকৰ কাম কৰাৰ উপৰিও দেশবাসীক দ্বিতীয়বাৰ স্বাধীনতা যুদ্ধৰ কাৰণে প্ৰস্তুত আৰু সংগঠিত কৰাই প্ৰকৃষ্ট পন্থা। সেই সময়ত কংগ্ৰেছৰ ভিতৰৰে এটা দলে স্বৰাজ্য দল গঠন কৰি নিৰ্বাচনত নামি কাউন্সিললৈ গ'ল। স্বৰাজ্য দল গঠন কৰি কাউন্সিললৈ যোৱাৰ বিৰোধী ৰাজা গোপালা-চাৰী প্ৰমুখ্যে নেতা আৰু গাঁৱে-ভূঞে থকা কংগ্ৰেছৰ কৰ্মীসকলে মহাত্মাজীৰ প্ৰণালীমতে গঠনমূলক কামত আত্মনিয়োগ কৰিলে।

১৯২৪ চনৰ ডিচেম্বৰ মাহৰ শেষৰ পিনে কংগ্ৰেছৰ ৩৯ তম অধিবেশনত গান্ধীজীয়ে সভাপতিত্ব কৰে। গান্ধীজীয়ে সদায় পৰিষ্কাৰ-পৰি-চ্ছন্নতাৰ ওপৰত অত্যধিক গুৰুত্ব দিছিল। তেওঁ নিজে অকলে গৈ কংগ্ৰেছ অধিবেশনৰ প্ৰতিনিধি আৰু দৰ্শকৰ কাৰণে নতুনকৈ সজা পায়খানাৰ ব্যৱস্থা আৰু সেইবিলাক বিমান পৰিষ্কাৰকৈ ৰখা হৈছে তাক পৰিদৰ্শন কৰিছিল। বেলগাঁও কংগ্ৰেছৰ পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ তেওঁ শলাগ লৈছিল যদিও তাতো তেওঁ পূৰা সন্তুষ্ট হোৱা নাছিল। তেওঁ কৈছিল যে স্বাস্থ্য ৰক্ষাৰ ব্যৱস্থাবিলাক আৰু বেছি বিজ্ঞানসন্মত হ'ব লাগে। তেওঁ এনে সভা-সমিতিবিলাকত খৰছ কম কৰাতো জোৰ দিছিল। বেলগাঁও কংগ্ৰেছত গান্ধীজীৰ কাৰণে সুকীয়াকৈ হাতেকটা আৰু হাতেবোৱা কাপোৰৰ এটি জুপুৰি ঘৰ তৈয়াৰ কৰা হৈছিল। তেওঁৰ কাৰণে খাদীৰ জুপুৰি ঘৰ তৈয়াৰ কৰাত গান্ধীজীয়ে ভাল পাইছিল; কিন্তু তাক আৰু সাধাৰণভাৱে কৰিব লাগিছিল বুলি মন্তব্য কৰি কৈছিল যে, তেওঁক এটা খাদীৰ কাৰেংঘৰ সাজি দি অপমান কৰা হৈছে। বেলগাঁও কংগ্ৰেছৰ কাৰণে ডাঃ হাৰ্ডিকাৰে স্বেচ্ছাসেৱক বাহিনীৰ সংগঠন কৰিছিল। সেই সংগঠন দেখি গান্ধী বিশেষ সন্তুষ্ট হৈছিল। গান্ধীয়ে সদায় নিয়মানুবৰ্তিতা মনা শৃঙ্খলাবদ্ধ কৰ্মীদলৰ ওপৰত বিশেষ জোৰ দিছিল।

কেইবছৰমানৰ ৰাজনৈতিক স্তব্ধতাৰ পিছত, ভাৰতৰ মূল দাবী অগ্ৰাহ্য কৰি ব্ৰিটিছ গবৰ্ণমেণ্টে ১৯২৭ চনত চাইমন কমিছন ভাৰতলৈ পঠোৱাত দেশত

তীব্ৰ বিৰোধিতাৰ ভাব দেখা দিয়ে। কংগ্ৰেছে চাইমন কমিছন বৰ্জন কৰিবলৈ স্থিৰ কৰে। সেই কমিছন প্ৰত্যাখ্যান কৰি ভাৰতত সৰ্বদলীয় সন্মিলন পতা হয় আৰু ঔপনিবেশিক স্বায়ত্ত-শাসনৰ ভেটিত সংবিধান ৰচনা কৰা হয়। ১৯২৮ চনৰ ডিচেম্বৰ মাহত কলিকতাত বহা কংগ্ৰেছত গান্ধীজীৰ পৰামৰ্শ মতেই ব্ৰিটিছ চৰকাৰক এখন চৰম-পত্ৰ দিয়া হয়। সেইমতে ১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ ভিতৰত ভাৰতক ঔপনিবেশিক স্বায়ত্ত-শাসন নিদিলে আইন অমান্য আন্দোলন কৰিবলৈ স্থিৰ হয়। ব্ৰিটিছ গৱৰ্ণমেণ্টে তাৰ প্ৰতি সঁহাৰি নিদিয়াত ১৯৩০ চনৰ ১ জানুৱাৰী তাৰিখে কংগ্ৰেছে পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰে। সেই উদ্দেশ্য সাধনৰ কাৰণে কংগ্ৰেছে গান্ধীজীক আন্দোলনৰ নেতৃত্ব-ভাৰ বহন কৰিবৰ কাৰণে আহ্বান জনায় আৰু তাৰ কাৰণে গান্ধীজীক সম্পূৰ্ণ দায়িত্ব আৰু অধিকাৰ প্ৰদান কৰে।

১৯৩০ চনৰ ১২ মাৰ্চ তাৰিখে গান্ধীজীয়ে চৰকাৰৰ লোণ আইন ভঙ্গ কৰিবৰ কাৰণে সবৰমতী আশ্ৰমৰ পৰা লগত আঠসত্তৰজন সত্যাগ্ৰহী লৈ সমুদ্ৰৰ উপকূলত থকা দাণ্ডী নামে ঠাইলৈ যাত্ৰা কৰে। সবৰমতী আশ্ৰমৰ পৰা দাণ্ডীলৈ ২৪০ মাইল পথ খোজ কাঢ়ি গান্ধীজীয়ে যি অভিযান কৰে, সি পৃথিৱীৰ স্বাধীনতা যুদ্ধৰ ইতিহাসত অভিনৱ। দাণ্ডীত সাগৰৰ পাৰত লোণ আইন ভঙ্গ কৰি গান্ধীজীয়ে লোণ তৈয়াৰ কৰে। তাৰ পিছত সমগ্ৰ দেশতে য'ত যেনেকৈ সম্ভৱ আইন ভঙ্গ আন্দোলনৰ হেন্দোলনি উঠে। গৱৰ্ণমেণ্টে আন্দোলন ধ্বংস কৰিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাছিল।

১৯৩০ চনৰ ৫ মে'ত গান্ধীজীক গ্ৰেপ্তাৰ কৰা হয়। কিন্তু অৱশেষত তেওঁলোকে এটা আপোচ মীমাংসা কৰিবলৈ বাধ্য হয়। ১৯৩১ চনৰ ২৬ জানুৱাৰীত গান্ধীজীক মুক্তি দিয়া হয়। বৰলাট লৰ্ড আৰউইনৰ লগত গান্ধীৰ চুক্তি হয় আৰু তাৰ পিছত অহিংস আন্দোলনৰ ৰাজনৈতিক বন্দী-সকলক মুক্তি দিয়া হয়। ভগৎ সিং আদি যিসকলে অস্ত্ৰ প্ৰয়োগ কৰিছিল তেওঁলোকক মুক্তি দিবলৈ গান্ধীজীয়ে অনুৰোধ কৰিছিল যদিও সেইসকলৰ মুক্তি চুক্তিৰ এটা চৰ্ত কৰিব পৰা নাছিল। তেওঁলোকৰ প্ৰাণ ৰক্ষা কৰিব নোৱাৰাত গান্ধীজীৰ বিৰুদ্ধে তেতিয়া কিছু লোক বিক্ষুব্ধ হৈ উঠিছিল। গান্ধী-আৰউইন চুক্তিৰ পিছত আন্দোলন বন্ধ কৰা হয় আৰু গান্ধী কংগ্ৰেছৰ একমাত্ৰ প্ৰতিনিধি হিচাপে দ্বিতীয় মেজ-মেলত যোগ দিবলৈ লণ্ডনলৈ যায়।

দ্বিতীয় মেজ-মেলত ভাৰতৰ দৰিদ্ৰ নিষ্পেষিত জনসাধাৰণৰ হৈ মহাত্মাজীয়ে যি ভাষণ দিছিল, সি ইতিহাসত ৰাজনৈতিক সন্মিলনৰ ভাষণৰ ভিতৰত সুবিখ্যাত। ই আছিল ভাৰতৰ মানুহৰ অন্তৰাত্মাৰ বাণী। কিন্তু দ্বিতীয় মেজ-মেল সফল কৰি তোলাত ব্ৰিটিছৰ আন্তৰিকতা নাছিল। তেওঁলোকে ভাৰতৰ সাম্প্ৰদায়িক ভাবৰ মানুহক প্ৰশ্ৰয় দিছিল আৰু বিভেদমূলক নীতি লৈছিল। ইফালে আৰউইনৰ পিছত ভাৰতৰ বৰলাট হৈ আহিল লৰ্ড উইলিংডন। তেওঁ গান্ধী-আৰউইন চুক্তিৰ অন্তৰ্নিহিত ভাব আৰু ধাৰা-বিলাক ভঙ্গ কৰি নিৰ্যাতন আৰম্ভ কৰিলে। গান্ধীজী লণ্ডনৰপৰা ঘুৰি আহি পোৱাৰ আগতেই পণ্ডিত নেহৰুকে আদি কৰি বিশিষ্ট নেতাসকলক গ্ৰেপ্তাৰ কৰা হ'ল। ১৯৩১ চনৰ ২৮ ডিচেম্বৰত গান্ধী বিলাতৰপৰা ঘুৰি ভাৰত পালেহি। ১৯৩২ চনৰ জানুৱাৰীত আন্দোলন আকৌ আৰম্ভ কৰা হ'ল। গান্ধীজীক গ্ৰেপ্তাৰ কৰি পুনৰ জেললৈ নিয়া হ'ল। ইতিমধ্যে ব্ৰিটিছ প্ৰধানমন্ত্ৰী ৰামজে মেকডনাল্ডে ১৯৩১ চনৰ আগষ্টত 'সাম্প্ৰদায়িক বাটোৱাৰা' (Award) ঘোষণা কৰিলে। সেইমতে নিৰ্বাচন ব্যৱস্থাত মুছলমান-সকলৰ কাৰণে কৰাৰ দৰে অনুন্নত সম্প্ৰদায়ৰ লোকৰ কাৰণেও সুকীয়া নিৰ্বাচক মণ্ডলীৰ ব্যৱস্থা কৰিলে। হিন্দু সম্প্ৰদায়ক এনেকৈ বিভক্ত কৰিবলৈ চেষ্টা কৰাত গান্ধীজীয়ে তাৰ বিৰোধিতা কৰিছিল। জেলত বন্দী হৈ থকা অৱস্থাতে ১৯৩২ চনৰ ২০ ছেপ্টেম্বৰৰ পৰা গান্ধীজীয়ে আমৰণ অনশন আৰম্ভ কৰে। অকল ভাৰততে নহয়, পৃথিৱীৰ বহুতো ঠাইত গান্ধীজীৰ এই আমৰণ অনশনৰ বাতৰি শুনি সকলো উদ্বিগ্ন হৈ পৰিল। গান্ধীজীৰ যাতে প্ৰাণ ৰক্ষা পৰে তাৰ কাৰণে মীমাংসাৰ কিবা এটা উপায় উলিয়া-বলৈ সকলো ব্যগ্ৰ হৈ পৰিল। অৱশেষত সকলোৰে চেষ্টাত আৰু অনুন্নত সম্প্ৰদায়ৰ নেতা ডাঃ আম্বেদকাৰেও মানি লোৱাত ১৯৩২ চনৰ ১৫ ছেপ্টেম্বৰত পুণা চুক্তি সম্পন্ন হয়। পুণা চুক্তি মতে অনুন্নত সম্প্ৰদায়ৰ লোকৰ কাৰণে অধিক সংৰক্ষিত আসনৰ ব্যৱস্থা হ'ল। কিন্তু সেয়ে সুকীয়া নিৰ্বাচক মণ্ডলীত নহৈ উমৈহতীয়া নিৰ্বাচক মণ্ডলীৰ জৰিয়তে হোৱাৰ কথা হ'ল। ব্ৰিটিছ চৰকাৰে পুণা চুক্তি মানি ল'লে। গান্ধীজীয়ে তেওঁৰ অনশন ভঙ্গ কৰিলে। লগে লগে দেশ-বাসীয়েও পুনৰ জীৱন পোৱা যেন পালে।

আইন অমান্য আন্দোলন তেতিয়াও চলি আছিল। কিন্তু গান্ধীজীয়ে

ক্ৰমে বেছিকৈ অস্পৃশ্যতা নিবাৰণৰ কামত মন দিলে। ১৯৩৩ চনৰ ৮ মে' তাৰিখে গান্ধীজীয়ে জেলত পুনৰ ২১ দিনীয়া অনশন ঘোষণা কৰে। এই অনশনৰ উদ্দেশ্য আছিল হৰিজনসকলৰ প্ৰতি হিন্দু সমাজত চলি থকা অন্যায়-অবিচাৰৰ প্ৰতিকাৰৰ কাৰণে দেশবাসীৰ মাজত নতুন প্ৰেৰণা সৃষ্টি কৰা। অনশন আৰম্ভ কৰাৰ লগে লগে চৰকাৰে গান্ধীজীক মুক্তি দিয়ে। জেলৰ পৰা ওলাই গান্ধীজীয়ে হৰিজনসকলৰ কামত আত্ম-নিয়োগ কৰিলে। তেওঁৰ 'ইয়ং ইণ্ডিয়া' কাগজখনৰ নাম 'হৰিজন' কৰা হ'ল। হিন্দু সমাজত কিছুমান জাতিৰ মানুহক অস্পৃশ্যকৈ ৰখাটো গান্ধীয়ে মানৱতাৰ বিৰুদ্ধে আৰু ঈশ্বৰৰ বিৰুদ্ধে এটা অপৰাধ বা পাপ কাম বুলি ভাবিছিল। ভাৰতৰ পৰা এই জাতি-বৰ্ণ বিভেদৰ ভাব দূৰ কৰিবলৈ তেওঁ আপ্ৰাণ চেষ্টা কৰিছিল।

১৯৩৪ চনৰ ১৭ ছেপ্টেম্বৰত গান্ধীজীয়ে কংগ্ৰেছৰ লগত সাংবিধানিক সম্পৰ্ক ছেদ কৰিলে। তেওঁ নোহোৱাকৈও কংগ্ৰেছখন চলাবলৈ যাতে নেতা ওলাব পাৰে আৰু কংগ্ৰেছৰ বিচাৰত যাতে তেওঁৰ ব্যক্তিগত প্ৰভাৱে হকা-বাধা কৰিব নোৱাৰে সেই উদ্দেশ্যেই তেওঁ কংগ্ৰেছৰ পৰা নিজকে আঁতৰাই ৰাখিব খুজিছিল। কিন্তু দৰাচলতে কংগ্ৰেছৰ সাধাৰণ মেম্বৰ নহ'লেও তেৱেঁই কংগ্ৰেছৰ প্ৰতিটো মুখ্য কথাত সিদ্ধান্ত গ্ৰহণ কৰাত আৰু আন্দোলন পৰিচালনা কৰাত আগৰদৰেই সৰ্বাধিনায়ক হৈ আছিল। কংগ্ৰেছে সদায় তেওঁৰ ওপৰতে নিৰ্ভৰ কৰিছিল। তেৱেঁই আছিল কংগ্ৰেছৰ প্ৰাণবস্তু।

১৯৩৪ চনৰ ১৭ ছেপ্টেম্বৰৰ পৰা গান্ধীজীয়ে ৱাৰ্দ্ধাৰ ওচৰত নতুনকৈ পতা তেওঁৰ আশ্ৰম সেৱাগ্ৰামত থাকিবলৈ লয়। স্বৰাজ নোপোৱালৈকে আগৰ সবৰমতী আশ্ৰমলৈ উভতি নেযায় বুলি তেওঁ দাণ্ডী যাত্ৰালৈ ওলাও-তেই প্ৰতিজ্ঞা কৰিছিল।

১৯৩৯ চনত আন্তৰ্জাতিক পৰিস্থিতি বৰ বেয়ালৈ যাবলৈ ধৰিলে। ইউৰোপত যুদ্ধৰ দুন্দুভি বাজি উঠিল। হিটলাৰে পোলাণ্ডক চৰম-পত্ৰ দিলে। পোলাণ্ডত জাৰ্মান সৈন্য সোমাই গ'ল। ইংলণ্ডে তেতিয়া ১৯৩৯ চনৰ ৩ ছেপ্টেম্বৰত নাজী জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। সেইদিনাই ভাৰ-তৰ বৰলাটে ভাৰতৰ নেতাসকলৰ লগত বা আইন-সভাৰ লগত কোনো পৰামৰ্শ নকৰাকৈয়ে ঘোষণা কৰিলে যে, ভাৰতো ইংলণ্ডৰে সৈতে জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধত লিপ্ত হৈছে। ভাৰতৰ জনসাধাৰণৰ মতামতলৈ ভ্ৰূক্ষেপ নকৰি,

ব্ৰিটিছ গৱৰ্ণমেণ্টে ভাৰত যুদ্ধত অৱতীৰ্ণ হৈছে বুলি পৃথিৱীক জনাই ভাৰতক অপমান কৰিলে। ভাৰতৰ জনসাধাৰণ ক্ষুব্ধ হৈ পৰিল। ভাৰতৰ জনসাধাৰণৰ অবিসম্বাদী নেতা হিচাপে সেই সঙ্কটত গান্ধীয়ে এক বিশেষ বৈপ্লৱিক ভূমিকা ল'লে। ব্যক্তিগত সত্যাগ্ৰহ আন্দোলন আৰম্ভ হ'ল। গান্ধীজীয়ে প্ৰথম সত্যাগ্ৰহী হিচাপে মনোনীত কৰা সন্ত বিনোৱাজীয়ে ১৯৪০ চনৰ ১৭ অক্টোবৰত ৱাৰ্দ্ধাৰ ওচৰৰ এখন গাঁৱত ইংৰাজৰ যুদ্ধ প্ৰচেষ্টাত ধন জন দি সহায় নকৰিবলৈ বক্তৃতা দি সত্যাগ্ৰহ কৰে। তাৰ পিছতে গোটেই দেশতে ব্যক্তিগত সত্যাগ্ৰহ হয়।

যুদ্ধ যেতিয়া প্ৰশান্ত মহাসাগৰলৈকে বিয়পি পৰিল আৰু জাপানে দক্ষিণ-পূব এছিয়া দখল কৰিলে তেতিয়া ভাৰত যুদ্ধৰ মুখা-মুখি হৈ পৰিল। ব্ৰিটিছ গৱৰ্ণমেণ্টে ছাৰ ষ্টেফৰ্ড ক্ৰীপছক ভাৰতীয় নেতাসকলৰ লগত কথা হবলৈ ভাৰতলৈ পঠালে। তেওঁ ভাৰতৰ আগত যি আঁচনি দাঙি ধৰিছিল, গান্ধীজীয়ে একে আষাৰতে গ্ৰহণযোগ্য নহয় বুলি মন্তব্য কৰি কৈছিল যে, সি এখন "পিছৰ তাৰিখ দি দিয়া চেক।"

কংগ্ৰেছ আৰু গান্ধী নাজীজম আৰু ফেচিজমৰ সম্পূৰ্ণ বিৰোধী আছিল। যুদ্ধত নাজী জাৰ্মানীক সুবিধা দিয়াৰ আৰু যুদ্ধৰ মাজত মিত্ৰপক্ষৰ বিপদৰ সময়ৰ সুযোগ লোৱা তেওঁলোকৰ অভিপ্ৰায় নাছিল। কংগ্ৰেছে পৰিষ্কাৰকৈ কৈছিল যে, স্বাধীন ভাৰতেহে যুদ্ধ প্ৰচেষ্টাত প্ৰকৃত পক্ষে সহায় কৰিব পাৰে। পৰাধীন ভাৰতে যুদ্ধত সহায় কৰাৰ প্ৰশ্ন নুঠে। কিন্তু ব্ৰিটিছ গৱৰ্ণমেণ্টে ভাৰতীয় জনমতক সন্তুষ্ট কৰিব পৰাকৈ অবিলম্বে ভাৰতৰ মানুহৰ হাতলৈ প্ৰকৃত ক্ষমতা হস্তান্তৰ কৰাৰ কোনো প্ৰতিশ্ৰুতি দিব খোজা নাছিল। বহুত আলাপ-আলোচনা হ'ল; কিন্তু সকলো ব্যৰ্থ হ'ল। তেতিয়া ১৯৪২ চনৰ ৮ আগষ্ট তাৰিখে নিখিল ভাৰত কংগ্ৰেচ কমিটিৰ বোম্বে অধিৱেশনত ঐতিহাসিক 'ভাৰত-ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰা হয়। কংগ্ৰেছে গান্ধীক আন্দোলন পৰিচালনাৰ সৰ্বময় কৰ্তৃত্ব দিয়ে। তাৰ পিছদিনা ৯ আগষ্ট তাৰিখে পুৱা গান্ধী আৰু কংগ্ৰেছৰ বহুতো মুখিয়াল নেতাক গ্ৰেপ্তাৰ কৰি নিয়া হয়। গ্ৰেপ্তাৰ হোৱাৰ আগতে গান্ধীজীয়ে দেশবাসীৰ উদ্দেশ্যে দিয়া বাণীত কৈছিলঃ "হয় মুক্তি নহয় মৃত্যু।" এই বাণী সাৰোগত কৰি দেশবাসী বিয়াল্লিছৰ গণ-বিপ্লৱত জঁপিয়াই পৰিল। গান্ধী, কস্তুৰবা আৰু

মহাদেৱ দেশাইক একেলগে আগাখাঁ পেলেচত বন্দী কৰি ৰখা হ'ল। বন্দী অৱস্থাতে প্ৰথম গান্ধীৰ বিশ্বস্ত চেক্ৰেটৰী মহাদেৱ দেশাই ঢুকায় আৰু কিছুদিন পিছত পত্নী কস্তুৰবাবো পৰলোক হয়। বন্দী অৱস্থাত গান্ধীৰ কাৰণে এই দুয়োজনাৰে মৃত্যু আছিল অতি দুখৰ কাহিনী। এনে ব্যক্তিগত দুখৰ উপৰি গান্ধীজী মৰ্মাহত হৈছিল, ভাৰত চৰকাৰে ১৯৪২ চনৰ বিপ্লৱৰ সম্পৰ্কে গান্ধী আৰু কংগ্ৰেছক মিছাতে কিছুমান কথাৰ কাৰণে জগৰীয়া কৰি প্ৰকাশ কৰা 'শ্বেত পত্ৰিকা'খন পঢ়ি। সেই পত্ৰিকাত বিয়াল্লিছৰ বিপ্লৱত হোৱা হিংসাত্মক কামৰ কাৰণে গান্ধীজীক আৰু কংগ্ৰেছক জগৰীয়া কৰা হৈছিল। গান্ধীজীয়ে তাৰ উত্তৰত লিখিছিল, জনসাধাৰণৰ মাজত যি হিংসাত্মক কাম হৈছিল সি আছিল চৰকাৰৰ পশুবল প্ৰয়োগৰ ফলত দেখা দিয়া সামান্য প্ৰতিক্ৰিয়াহে। চৰকাৰে গান্ধীৰ যুক্তি-যুক্ত তথ্য-পাতিৰ যথোচিত উত্তৰ দিব পৰা নাছিল। গান্ধীয়ে জাতিৰ ওপৰত হোৱা মিছা অভিযোগ খণ্ডনৰ কাৰণে ৭৪ বছৰ বয়সত আগাখাঁ পেলেচত ২১ দিনীয়া অনশন আৰম্ভ কৰে। তেওঁৰ জীৱন সম্পৰ্কে দেশবাসী বিশেষ উৎকণ্ঠিত হৈ পৰিছিল। তেওঁক মুক্তি দিবলৈ সকলো ৰাজনৈতিক দলৰ ফালৰ পৰা সম্মিলিত প্ৰচেষ্টা চলিল। অৱশেষত ১৯৪৪ চনত গান্ধীজীক মুক্তি দিয়া হয়।

১৯৪৫ চনত জাৰ্মানী আৰু জাপানে আত্মসমৰ্পণ কৰিলে। ব্ৰিটেইনত যুদ্ধৰ পিছৰ সাধাৰণ নিৰ্বাচনত ১৯৪৫ চনত শ্ৰমিক দল সংখ্যাগৰিষ্ঠ দল হৈ নিৰ্বাচিত হ'ল। ইংলণ্ডত শ্ৰমিক দলৰ গৱৰ্ণমেণ্ট গঠিত হোৱাৰ পিছত ভাৰতৰ স্বাধীনতাৰ প্ৰশ্ন মীমাংসা কৰিবলৈ তেওঁলোক আগবাঢ়ি আহিল। ভাৰতৰ স্বাধীনতাৰ বাবে ক্ষমতা হস্তান্তৰ কৰাৰ এখন আঁচনি লৈ 'কেবিনেট মিছন' ভাৰতলৈ আহিল। এই আঁচনিত অসমক বঙ্গৰ লগত একেটা সমষ্টিত ভুক্ত কৰা হৈছিল। অসমৰ কাৰণে ই আছিল জীৱন-মৰণৰ প্ৰশ্ন। অসমে ইয়াৰ বিৰুদ্ধে আন্দোলন কৰিলে। গান্ধীজীয়ে অসমৰ এই আন্দোলন পূৰাকৈ সমৰ্থন কৰিছিল আৰু অসম কেতিয়াও সমষ্টিত সোমোৱা উচিত নহ'ব বুলি পৰিষ্কাৰকৈ মত দি অসমক বল দিছিল।

স্বাধীনতাৰ প্ৰাক্ মুহূৰ্তত, ভাৰতীয় নেতাসকলৰ লগত আলোচনা হোৱাৰ সময়ত মুছলীম লীগে আৰু জিন্না চাহাবে ভাৰতখন ভাগ কৰি মুছলমান প্ৰধান অঞ্চলবিলাক লৈ পাকিস্থানৰ দাবী তুলিলে। দেশ বিভাজন নকৰাকৈ

স্বাধীনতাৰ প্ৰশ্নটো মীমাংসা কৰিবলৈ গান্ধীজীয়ে আৰু কংগ্ৰেছে বহুতো চেষ্টা কৰিছিল। কিন্তু সেই সকলো চেষ্টা ব্যৰ্থ হৈছিল। ১৯৪৬ চনৰ ১৬ আগষ্টৰ দিনটো, মুছলীম লীগে তেওঁলোকৰ পাকিস্থানৰ দাবীত 'প্ৰত্যক্ষ সংগ্ৰামৰ দিন' হিচাপে পালন কৰে। ইয়াৰ প্ৰতিক্ৰিয়া হিচাপে কলিকতাত, পূৰ্ববঙ্গৰ নোৱাখালীত সাম্প্ৰদায়িক অশান্তি আৰম্ভ হয়। ফলত বহুতো মানুহ হত আৰু আহত হয়। এনে সময়ত গান্ধীজীয়ে নোৱাখালীলৈ গৈ হিন্দু-মুছলমানৰ ভিতৰত সাম্প্ৰদায়িক সম্প্ৰীতিৰ ভাব ঘূৰাই আনিবলৈ তাতে থাকি লৈ গাঁৱে গাঁৱে খোজ কাঢ়ি ফুৰিছিল। তেওঁ তাত শান্তিৰ দূত হিচাপে কাম কৰিছিল।

সকলো পক্ষৰ গ্ৰহণীয় নোহোৱাত 'কেবিনেট মিছন আচান' বাতিল কৰা হয়। শ্ৰমিক গৱৰ্ণমেণ্টে নিৰ্দিষ্ট তাৰিখৰ ভিতৰত ক্ষমতা হস্তান্তৰ কৰা হ'ব বুলি দৃঢ়ভাৱে ঘোষণা কৰি সেইমতে কাম কৰিবলৈ লড মাউণ্টবেটেনক ভাৰতৰ বৰলাট কৰি পঠায়। তেওঁ আহি কাৰ্যভাৰ গ্ৰহণ কৰি ১৯৪৭ চনৰ জুনত দেশ বিভাজনৰ প্ৰস্তাৱ দিলে। সেইমতে ভাৰত আৰু পাকিস্থান এই দুখন দেশ হ'ল। ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰতত কংগ্ৰেছৰ হাতলৈ আৰু পাকিস্থানত মুছলীম লীগৰ হাতলৈ নিয়ম মতে ক্ষমতা হস্তান্তৰ কৰা হ'ল। ভাৰত আৰু পাকিস্থান দুখন পৃথক সাৰ্বভৌম ৰাষ্ট্ৰ হিচাপে জন্ম ল'লে।

স্বাধীনতা পোৱাৰ আগমুহূৰ্তত স্বাধীনতাৰ প্ৰশ্নলৈ হোৱা আলোচনা-বিলোচনাত গান্ধীজীয়ে বিশেষ ভাগ লোৱা নাছিল। দেশ বিভাজনৰ তেওঁ সম্পূৰ্ণ বিৰোধী আছিল যদিও, স্বাধীনতা পোৱাৰ বেলিকা সেই প্ৰশ্নলৈ তেওঁ আহুকাল সৃষ্টি কৰিব খোজা নাছিল। ভাৰতৰ স্বাধীনতা যুদ্ধৰ কেউটা গণ-আন্দোলনৰ সৰ্বাধিনায়ক গান্ধীয়ে স্বাধীনতা পোৱাৰ সময়ত স্বাধীনতাৰ আলোচনাৰ দায়িত্ব জৱাহৰলাল নেহৰু, মৌলানা আজাদ আৰু ছৰ্দাৰ পেটেলৰ ওপৰত এৰি দি নিজে যেন কোনোবা বেলেগ এখন পৃথিৱীলৈ গুচি গৈছিল।

সেইখন পৃথিৱী কোনো দেশ বা জাতি-ধৰ্মৰ নহয়। সি আছিল সৰ্ব-ধৰ্মৰ সৰ্বমানৱৰ মিলনভূমি। মানৱতাৰ সৰ্বোচ্চ তুঙ্গত উঠি সেইদিনা তেওঁ মানুহৰ প্ৰতি তেওঁৰ কৰ্তব্য কৰিছিল। ভাৰতে স্বাধীনতা লাভ কৰাৰ দিনা তেওঁ কলিকতাৰ মুছলমান বসতি প্ৰধান অঞ্চল বেলিয়াঘাটাত আছিল আৰু

কলিকতাৰ শান্তি ৰক্ষা কৰিবলৈ অনশন কৰিছিল। ১৯৪৬-৪৭ চনৰ সাম্প্ৰদায়িক হত্যাকাণ্ডৰ পিছত তেওঁ বিভিন্ন ঠাইত সাম্প্ৰদায়িক শান্তি ঘূৰাই আনিবলৈ চেষ্টা কৰাই গান্ধীজীৰ জীৱনৰ শেষ সময়ৰ প্ৰধান কাম আছিল।

১৯৪৭ চনৰ ৭ ছেপ্টেম্বৰত তেওঁ কলিকতাৰ পৰা দিল্লীলৈ আহিল। দিল্লী তেতিয়া পাকিস্থানৰ পৰা ভাগি অহা শিখ আৰু হিন্দুসকলেৰে ভৰি পৰিছিল। পাকিস্থানত তেওঁলোকৰ ওপৰত হোৱা অত্যাচাৰৰ কাহিনীবিলাকে ভাৰতৰ হিন্দুসকলৰ বহুতকে বিচলিত কৰি তুলিলে। তেওঁলোকে পাকিস্থানৰ অত্যাচাৰৰ প্ৰতিশোধ ল'বলৈ চেষ্টা কৰিলে। দিল্লী অশান্ত হৈ পৰিল। সেই অৱস্থাত দিল্লীত সাম্প্ৰদায়িক সম্প্ৰীতিৰ ভাব ঘূৰাই আনিবলৈ আৰু সাম্প্ৰদায়িক অশান্তিৰ বিৰুদ্ধে কাম কৰিবলৈ হিন্দু, শিখ আৰু মুছলমান নেতা আৰু কৰ্মী-সকলক লৈ গান্ধীজীয়ে কাম আৰম্ভ কৰে। কিন্তু মুছলমানক ৰক্ষা কৰিবলৈ গান্ধীয়ে সদায় অনশন আদি কৰি চেষ্টা কৰে বুলি হিন্দু সাম্প্ৰদায়িকতাৰ উগ্ৰপন্থী কিছু লোক অতীষ্ঠ হৈ উঠিছিল। তেওঁলোকৰ ভিতৰৰে নাথুৰাম বিনায়ক গডছে নামেৰে এজন মাৰাঠী যুৱকে ১৯৪৮ চনৰ ৩০ জানুৱাৰী তাৰিখে দিল্লীৰ তেওঁৰ বাসস্থান প্ৰাঙ্গণত সন্ধিয়া প্ৰাৰ্থনা সভাত যোগ দিবলৈ আহোঁতে গান্ধীজীক বুকুত গুলি কৰি হত্যা কৰে। 'হে ৰাম' বুলি তেওঁ প্ৰাণ ত্যাগ কৰে।

জাতিৰ জনক, ল'ৰা-ছোৱালী, বুঢ়া-বুঢ়ী, দেশৰ সকলো ধৰ্মগোষ্ঠী, বৰ্ণৰ মানুহৰ বাপু মহাত্মা গান্ধীৰ কৰ্মময় শাৰীৰিক জীৱনৰ সেইদিনা অন্ত পৰিল। কিন্তু এক মহান উদ্দেশ্য লৈ গান্ধীজী শ্বহীদ হ'ল। তেওঁৰ এই আত্মোৎসৰ্গই সদ্যজাত স্বাধীনতাৰ শিশুটো ৰক্ষা কৰিলে।

পণ্ডিত নেহৰুৱে তেওঁৰ মৃত্যুৰ দিনা শোকত অভিভূত হৈ কৈছিল :

"আজি পোহৰ অন্তৰ্হিত হ'ল।" কিন্তু তাৰ পিছতে নিজৰ ভুল শুধৰাই তেওঁ কৈছিল যে, গান্ধীজীয়ে যি পোহৰ দিছিল সেই পোহৰ কেতিয়াও নোহোৱা হ'ব নোৱাৰে। সেই পোহৰে যুগযুগান্তৰ পোহৰ দি থাকিব।

গান্ধীজীয়ে তেওঁৰ আত্মজীৱনী লিখিবলৈ গৈ তাৰ নাম দিছিল—"মোৰ সত্য অন্বেষণৰ কাহিনী।" দৰাচলতে গান্ধীজী আছিল এজন সত্যৰ সাধক। গান্ধীজীয়ে কৈছিল, "মোৰ জীৱনেই মোৰ বাণী।" সমগ্ৰ জীৱন তেওঁ সত্যৰ অনুসন্ধান কৰিছিল। মনৰ ভাব বা চিন্তন, কোৱা কথা আৰু কৰা

কাম—এই তিনিটাৰ ভিতৰত কোনো পাৰ্থক্য নথকা খোলা তেওঁৰ জীৱন। তেওঁৰ জীৱনৰ কাহিনী কৈ অন্ত নপৰে।

বিশাল ব্যক্তিত্বৰ সেইজনা ক্ষণজন্মা মহাপুৰুষৰ জীৱনৰ শিক্ষা আমি যেন শ্ৰদ্ধাৰে অনুধাৱন কৰোঁ।

# সৰোজিনী নাইডু

(১৮৭৯—১৯৪৯)

ভাৰতৰ যিগৰাকী মহিয়সী নাৰী বুলবুল বুলি পৃথিৱী বিখ্যাত ; যি গৰাকী সৌন্দৰ্য আৰু কবিতাৰ উপাসক ; আকৌ যিগৰাকীয়ে ধৰ্ষণা সত্যাগ্ৰহত পশুবলৰ ওপৰত আত্মবলৰ বিজয়-দুন্দুভি বজাই ইতিহাসৰ শ্ৰেষ্ঠ বীৰাঙ্গনা হিছাপে থিয় দিছিল, তেৱেঁই হৈছে আমাৰ পূজ্য। সৰোজিনী নাইডু।

১৮৭৯ চনৰ ১৩ ফেব্ৰুৱাৰীত সৰোজিনী নাইডুৰ জন্ম হয়। তেওঁৰ দেউতাক অঘোৰনাথ চট্টোপাধ্যায়। মাক বৰদা সুন্দৰী দেৱী। তেওঁলোকৰ ল'ৰা-ছোৱালী আছিল আঠটি। সৰোজিনী আছিল সবলোতকৈ ডাঙৰ। তেওঁলোকৰ কেউটি ল'ৰা-ছোৱালীয়ে জীৱনত নিজৰ নিজৰ ক্ষেত্ৰত বিশেষ প্ৰতিভা দেখুৱাইছে। সৰোজিনীৰ নুমলীয়া ভায়েক হৰীন্দ্ৰনাথো এজন যশস্বী কবি। তেওঁলোকৰ পূৰ্বৰ ঘৰ আছিল পূৰ্ব বঙ্গৰ ব্ৰহ্মনগৰ গাঁৱত।

বিয়াৰ পিছত সৰোজিনীৰ দেউতাক অঘোৰনাথে 'গিলক্ৰাইষ্ট' বৃত্তি লাভ কৰি ইংলণ্ডত পঢ়িবলৈ যায়। ১৮৭৭ চনত তেওঁ এডিনবাৰ্গৰ পৰা পদাৰ্থ বিজ্ঞানত ডিগ্ৰী লাভ কৰে আৰু ৰসায়নত 'Baxter' আৰু 'Hope' পুৰস্কাৰ পায়। যিমানদূৰ জনা যায়, বিজ্ঞানত ডক্টৰেট পোৱা তেৱেঁই প্ৰথম ভাৰতীয়। ইংলণ্ডৰ পৰা আহি অঘোৰনাথ নতুনকৈ পতা হাইদৰাবাদ কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষ হ'ল। অঘোৰনাথ আছিল আদৰ্শ শিক্ষক। সমাজ-সংস্কাৰৰ কামতো তেওঁ মন দিছিল। ভাৰতৰ জাতীয় কংগ্ৰেছ স্থাপনৰ সময়ত তেওঁ তাৰ এজন আগৰণুৱা আছিল। সৰুতেই সৰোজিনীৰ জীৱনত দেউতাকৰ বিশেষ প্ৰভাৱ পৰিছিল। আৰ্থাৰ চাইমন নামেৰে এজন ইংৰাজ সাহিত্যিকলৈ সৰোজিনীয়ে দেউতাকৰ সম্পৰ্কে লিখিছিল : "আমাৰ পূৰ্ব-পুৰুষসকল ডাঙৰ সপোন দেখোতা, ডাঙৰ পণ্ডিত আৰু বৈৰাগী ভাবৰ। মোৰ দেউতাও এজন সপোন দেখোঁতা। তেওঁ এজন মহৎ পুৰুষ, যাৰ জীৱন এক মহিমামণ্ডিত ব্যৰ্থতাৰ জীৱন। মই ভাবোঁ যে ভাৰতত তেওঁতকৈ জনা-বুজা মানুহ] কমেইহে আছে। তেওঁ মানুহৰ যিমান ভালপোৱা

পাইছে তাতকৈ বেছি ভালপোৱা মানুহ বেছি আছে বুলি মই নেভাবো। দীঘল বগা ডাড়িৰে তেওঁৰ চেহেৰা হোমাৰৰ দৰে। তেওঁৰ হাঁহিয়ে ঘৰৰ মূধচ উৰুৱাই নিব পাৰে। তেওঁ টকা বে-হিছাপত দুটা কামত খৰছ কৰিছে। এটা হৈছে আনক সহায় কৰাত আৰু আনটো 'এলকেমিত'।

"কিন্তু আপুনি জানেই এই 'এলকেমি' হৈছে সৌন্দৰ্যৰ প্ৰতি—অনন্ত সৌন্দৰ্যৰ কাৰণে কবিৰ হাবিয়াসৰ পাৰ্থিব দিশ মাথোন। সোণ তৈয়াৰ কৰোঁতাসকল আৰু কবিতা ৰচনা কৰাসকল হৈছে যুগ্ম স্ৰষ্টা; পৃথিবীৰ গুপুত ৰহস্য উদ্ঘাটনৰ ভাবেৰে প্ৰভাৱান্বিত। মোৰ দেউতাৰ কাৰণে সকলো বৈজ্ঞানিক প্ৰতিভাৰ মূল যি কৌতুহলৰ বিষয়, মোৰ মনত সিয়েই হৈছে সৌন্দৰ্যৰ স্পৃহা।"

মন কৰিবলগীয়া যে ২৫ বছৰ বয়সতে সৰোজিনীয়ে দেউতাকৰ 'এলকেমি' আৰু তেওঁৰ কবিতাৰ উৎস মূলতে একেটাই বুলি বুজিব পাৰিছিল।

অৱশ্যে সৰোজিনীৰ দেউতাক সাধাৰণ ধাতু পদাৰ্থ সোণত পৰিণত কৰাত কৃতকাৰ্য হ'ব পৰা নাছিল। কিন্তু সৰুকালতে জীয়েক সৰোজিনীৰ ওপৰত তেওঁৰ প্ৰভাৱ পৰিছিল। সৰোজিনীয়ে তেওঁৰ দেশপ্ৰেম আৰু বিশ্ব-মানৱতাৰে হাজাৰ হাজাৰ দেশবাসীক সাধাৰণ সাংসাৰিক জীৱনৰ পৰা মুক্তি-যোদ্ধালৈ পৰিবৰ্তিত কৰিছিল।

সৰোজিনীৰ এজন ভায়েক বীৰেন্দ্ৰনাথ বিপ্লৱী কমিউনিষ্ট আছিল। জাৰ্মানীত থাকি তেওঁ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে কাম কৰিছিল। ভাৰত আৰু বিশ্ববিপ্লৱ সম্পৰ্কে তেওঁ লেনিনলৈও লিখিছিল। তেওঁ ভাৰতলৈ অহা নাছিল। সৰোজিনীৰ লগত ভায়েকৰ জীবনৰ বিশেষ পাৰ্থক্য আছিল।

১৯০৮ চনত সৰোজিনীয়ে 'কেইজাৰ-ই-হিন্দ' সোণৰ পদক লাভ কৰে। ভায়েক বৈপ্লৱিক ৰাজনীতিত দেশৰ বাহিৰত প্ৰখ্যাত হৈছিল। সৰোজিনী সম্পূৰ্ণৰূপে অন্য পথেৰে দেশত যশস্বী হৈ উঠিছিল।

দেউতাকে সৰোজিনী আৰু বাকী ল'ৰা-ছোৱালীকেইটাক ইংৰাজী পঢ়াবলৈ ঘৰতে 'গভাৰ্নেছ' ৰাখি দিছিল। হায়দৰাবাদত সেইকালত ছোৱালীৰ মেট্ৰিকুলেশ্যনলৈ পঢ়িবলৈ সুবিধা নথকাত সৰোজিনীয়ে মাদ্ৰাজত পঢ়িবলৈ যাব লগা হৈছিল। তাৰ ইংৰাজী শিক্ষকে সৰোজিনীৰ বিষয়ে কৈছিল যে তেওঁ

ইমান প্ৰখৰ বুদ্ধিৰ আছিল যে, তিনিবছৰৰ কাম এবছৰতে কৰিব পাৰিছিল। সৰোজিনীয়ে বাৰ বছৰ বয়সতে প্ৰথম বিভাগত মেট্ৰিকুলেশ্যন পৰীক্ষা পাছ কৰে। চৌদ্ধ বছৰ বয়সতে ব্ৰাউনিং, শ্যেলী, টেনিছন প্ৰমুখ্যে ইংৰাজ কবি-সকলৰ কবিতা পঢ়ি তেওঁ শেষ কৰিছিল। মেট্ৰিকুলেশ্যান পৰীক্ষা পাছ কৰাৰ পিছত তেওঁ অসুস্থ হৈ পৰে আৰু নিয়মীয়া পঢ়া–শুনাত বাধা পৰে। কিন্তু তেওঁ নিজেই লিখিছে যে ডাক্তৰে কিতাপ চুবলৈকে মানা কৰা সত্ত্বেও তেওঁ যিমান পাৰে বেছিকৈ পঢ়িবলৈ লৈছিল। তেওঁ লিখিছে যে, তেওঁৰ বেছিখিনি পঢ়া-শুনা চৌদ্ধ আৰু ষোল্ল বছৰৰ ভিতৰতে কৰা হৈছিল। সেই সময়তে তেওঁ এখন উপন্যাস লিখি উলিয়ায় আৰু আলোচনী আদিতো বহুতো প্ৰবন্ধ-পাতি লিখে।

১৮৯৪ চনৰ নৱেম্বৰ মাহত তেওঁ এটা প্ৰেমৰ কবিতা লিখে। তাৰ কিছুদিন আগতে ডঃ গোবিন্দৰাজালু নাইডু নামেৰে এজন ডেকা ল'ৰাক সৰোজিনীয়ে দেউতাকৰ ওচৰলৈ আহোঁতে লগ পায়। ডঃ নাইডু নিজামৰ সৈন্য-বাহিনীৰ চিকিৎসা বিভাগৰ ভাৰপ্ৰাপ্ত বিষয়া আছিল। তেওঁৰ প্ৰতি সৰোজিনীৰ যি অনুৰাগ জন্মিছিল তাকে তেওঁৰ কবিতাত প্ৰকাশ কৰিছিল বুলি সেই সময়ত মানুহে ধৰি লৈছিল। ডঃ নাইডুৰ লগত ইয়াৰ তিনি-বছৰ মান পিছতে ১৮৯৮ চনৰ ডিচেম্বৰ মহিত সৰোজিনীৰ বিয়া হয়। তেওঁলোকৰ চাৰিটি সন্তান—জয়সূৰ্য, পদ্মজা, ৰণধীৰ আৰু লীলামণি। সৰো-জিনীয়ে ল'ৰা-ছোৱালীকেইটাৰ বিষয়ে সিহঁতৰ কেঁচুৱা অৱস্থাতে প্ৰতিটোৰ গুণাগুণ বৰ্ণনা কৰি একোটা কবিতা লিখিছিল।

সৰোজিনীয়ে 'মেহেৰ মুনীৰ' নামে এখন পাৰ্ছিয়ান নাটকো লিখে। এই নাটকখন পঢ়ি হাইদৰাবাদৰ নিজাম অতিশয় সন্তুষ্ট হৈছিল। ১৮৯৫ চনত তেওঁ সৰোজিনীৰ কাৰণে বিলাতত পঢ়িবলৈ এটা বৃত্তি মঞ্জুৰ কৰে। বিলাতলৈ যোৱা খৰচৰ উপৰি বছৰি ৩০০ পাউণ্ডকৈ মঞ্জুৰ কৰা হয়। কুৰি শতিকাৰ প্ৰথম ভাগতে এনী বেছান্তৰ লগত সৰোজিনী বিলাতলৈ যায়। তেতিয়া তেওঁৰ বয়স আছিল ষোল্ল বছৰ। তাত সৰোজিনীয়ে শিক্ষা-সংস্কৃতিৰ বিষয়ে আলোচনা কৰা বিশেষ ব্যক্তিসকলৰ সংস্পৰ্শলৈ আহিবলৈ সুযোগ পায়। তেওঁ কেম্ব্ৰিজৰ গিৰ্টন কলেজত পঢ়িবলৈ লয়। কিন্তু বিশ্ববিদ্যালয়ৰ ধৰা-বন্ধা জীৱনত তেওঁ ক্লান্তি অনুভৱ কৰিছিল। সেই সময়ত তেওঁ কবিতা লিখাত

বেছি মন দিছিল। তেওঁৰ এজন সহপাঠীয়ে সৰোজিনীৰ বিষয়ে লিখিছিল: "ইয়াত এজনী ভাৰতীয় সৰু ছোৱালী আছে। তেওঁ কবিতা লিখাৰ বাহিৰে আন একো নকৰে।"

এডমাণ্ড গছে সৰোজিনীক কবিতা লিখাৰ বিষয়ত নতুন এটা দিশৰ পৰামৰ্শ দিয়ে। তেওঁ সৰোজিনীক ইংলণ্ডৰ প্ৰাকৃতিক দৃশ্যাদিৰ বিষয়ে লিখাতকৈ নিজৰ দেশৰ বিষয়ে প্ৰকৃত অনুভূতিৰে লিখিবলৈ উদ্‌গনি দিয়ে।

ইংলণ্ডত কলেজীয়া শিক্ষাত সৰোজিনী কৃতকাৰ্য হ'ব নোৱাৰিলে আৰু কোনো ডিগ্ৰী নোলোৱাকৈয়ে তেওঁ ভাৰতলৈ উভতিল। কিন্তু দেশৰ বাহিৰত থকা এই তিনি বছৰ কালত তেওঁ কবিতা লিখাত বিশেষ উচ্চ পৰ্যায়লৈ উঠে। ১৯১৭ চনলৈকে তেওঁৰ জীৱনৰ এই অধ্যায়ত লিখা কাম পূৰাভাৱে চলে। তাৰ পিছতো তেওঁ লিখিছিল যদিও মাজে মাজেহে। ১৯০৫ চনত সৰোজিনীৰ 'দ্য গোল্ডেন থ্ৰেছহ'ল্ড' নামৰ কবিতাৰ কিতাপখন প্ৰকাশ পায়। ইংলণ্ডত সেই সময়ত তেওঁৰ এই কিতাপখনৰ বিক্ৰীয়েই সৰ্বাধিক। ১৯১২ চনত 'দ্য বাৰ্ড অৱ টাইম' আৰু ১৯১৭ চনত 'দ্য ব্ৰকেন উইং' নামৰ তেওঁৰ কবিতাৰ কিতাপ প্ৰকাশ পায়। কলিকতাৰ নেশ্যনেল লাইব্ৰেৰীৰ আৰ্কাইভত সৰোজিনীয়ে ১৮৯৬ চনত তেৰ বছৰ বয়সতে লিখা কিছুমান কবিতাও ৰখা আছে।

১৮৯৮ চনত বিয়া কৰোৱাৰ পিছৰপৰা ১৯১৫ চনত ৰাজহুৱা জীৱনত জঁপিয়াই নপৰালৈকে সৰোজিনীৰ জীৱন আছিল গৃহিণী, মাতৃ আৰু কবিৰ। হায়দৰাবাদত তেওঁলোকৰ দেউতাকৰ ঘৰ আৰু তেওঁৰ নিজৰ ঘৰো নগৰৰ গণ্য-মান্য লোকৰ অহা-যোৱাৰ কেন্দ্ৰস্থলৰ দৰে আছিল। নানা আলোচনা আৰু হাঁহি-ধেমালিৰে ঘৰকেইখন মুখৰিত হৈ আছিল। সৰোজিনীয়ে ঘৰখন ধুনীয়াকৈ সজাই-পৰাই ৰাখিছিল। ফুল আদিৰে সু-সজ্জিত ঘৰখন সুৰুচি আৰু সৌন্দৰ্য-স্পৃহাৰ পৰিচায়ক আছিল। মুখত জুতি লগাকৈ ভালকৈ ৰন্ধা-বঢ়া কৰাতো সৰোজিনীৰ বিশেষ ৰাপ আছিল।

উপযুক্ত, সুদক্ষ গৃহিণী আৰু মাতৃ হৈ থকা সত্ত্বেও তেওঁৰ মনৰ মাজত এটা সংঘাতে দেখা দিছিল। কেৱল গৃহিণী হিচাপে ঘৰুৱা কামৰ ব্যস্ততাৰ মাজত থাকি সেই জীৱনৰ নিৰাপত্তা, সুখ-সুবিধা আৰু ৰং-ৰহইছত সৰোজিনীয়ে মনত শান্তি নোপোৱা হৈছিল। মানুহ-দুনুহ লগ পাই, কথা-বতৰা পাতি, হাঁহিৰ খলকনি উঠা ৰগৰৰ গল্প কৈ তেওঁ ভাল

পাইছিল। কিন্তু ঘৰৰ বাহিৰত জনসেৱা আৰু সংস্কাৰমূলক কাম কৰাৰ আহ্বান তেওঁ অন্তৰত গভীৰভাৱে অনুভৱ কৰিবলৈ ধৰিছিল।

ছাৰ চি. পি. ৰামস্বামীয়ে বিশ্বাস কৰিছিল যে সৰোজিনী মূলতে এগৰাকী কল্পনা-প্ৰৱণ সপোনদ্ৰষ্টা। তেওঁৰ সেই সপোনৰ ভাব কাৰ্যত পৰিণত কৰাৰ জীৱন তেওঁ আৰম্ভ কৰিছিল ১৯১০ চনৰ পৰা ১৯১৬ চনৰ ভিতৰত। সেইসময়ৰ পৰা তেওঁ হায়দৰাবাদৰ ঘৰত থাকিবলৈ সময়কে উলিয়াব নোৱাৰা হৈছিল। ভাৰতৰ স্বাধীনতা যুদ্ধত যোগ দিয়াৰ পিছত বছৰত বিশ দিনমানৰ কাৰণেহে তেওঁ হায়দৰাবাদৰ ঘৰলৈ যাব পাৰিছিল।

ৰাজহুৱা সভাত তেওঁ দিয়া বক্তৃতাত শ্ৰোতাসকল অভিভূত হৈছিল আৰু তেওঁৰ বাগ্মিতাৰ শক্তি দেখি আচৰিত হৈছিল। মাদ্ৰাজৰ এখন সভাত বক্তৃতা দি তেওঁ কৈছিল:

"দেশ-দেশান্তৰ পৰিভ্ৰমণ কৰি, দেখি-শুনি, মোৰ প্ৰেমৰ পৰিধি বিস্তাৰিত কৰি, বিভিন্ন জাতি সম্প্ৰদায় ধৰ্মীয় লোক, বন্ধু-বান্ধৱ আৰু সভা-তাৰ সংস্পৰ্শলৈ আহি মোৰ দৃষ্টি পৰিষ্কাৰ হৈছে। জাতি-বৰ্ণ ধৰ্মবিশ্বাস লৈ কাৰো প্ৰতি মোৰ কোনো সংস্কাৰ নাই। ...... যেতিয়ালৈকে আপোনা-সকলে সেই ভাতৃত্বৰ ভাব আয়ত্ত কৰিব নোৱাৰিব, তেতিয়ালৈকে আপোনা-সকলৰ ধৰ্মনিৰপেক্ষতাৰ ভাব জন্মিব বুলি ক'ব নোৱাৰি। ...... আপোনা-সকল জাতীয়তাৰ ভাৱত উদ্বুদ্ধ হব বুলিও ক'ব নোৱাৰি।"

জাতীয় ঐক্যৰ ওপৰত দিয়া প্ৰথম অৱস্থাৰ এই বক্তৃতা সৰোজিনীৰ ৰাজহুৱা জীৱনৰ মূলমন্ত্ৰ আছিল। ভাৰতৰ বিভিন্ন ধৰ্মালম্বীৰ মাজত সন্দেহ আৰু অনৈক্যৰ আচল কাৰণ সম্পৰ্কে আলোচনা কৰি তেওঁ কৈছিল যে, ধৰ্ম-সহিষ্ণুতা সকলো ধৰ্মৰে স্বীকৃত মত হ'ব পাৰে, কিন্তু প্ৰতিটো সম্প্ৰদায়ে পৰস্পৰৰ লগত সম্পৰ্ক নৰখাকৈ বসবাস কৰে আৰু সেইকাৰণে এটা আনটোৰ লগত মানসিকভাৱে পৃথক হৈ পৰে।

প্ৰথম অৱস্থাত সৰোজিনীয়ে বিশেষকৈ নাৰী-জাগৰণৰ কাৰণে কাম কৰিছিল। কলিকতা আৰু বম্বেত বিৰাট ৰাজহুৱা সভাত তেওঁ স্ত্ৰী-শিক্ষাৰ ওপৰত বিশেষ জোৰ দিছিল। তিৰোতাৰ সামাজিক অব্যৱস্থা, নাবালক অৱস্থাতে বিয়া-বাৰু হোৱা প্ৰথা, বিধবাৰ পুনৰ বিবাহৰ বাধ্যতামূলক নিষিদ্ধ-কৰণ আৰু বহু-বিবাহ প্ৰথাই নাৰীৰ প্ৰতি কৰা অন্যায়ৰ প্ৰতিকাৰৰ দাবী

জনাই তেওঁ বক্তৃতা দিছিল। সৰোজিনীৰ বক্তৃতাই শ্ৰোতাসকলৰ মনত তোলপাৰ লগাইছিল। তেওঁৰ শব্দত যেন যাদু আছিল। তেওঁ যি কৈছিল তাতকৈও তেওঁৰ ওজস্বিনী বক্তৃতাটোৰ সামগ্ৰিক ভাবৰ এনে কিবা এটা শক্তি আছিল যি সকলোকে মুগ্ধ কৰি, দূৰ দূৰান্তৰৰ কোনো এখন সপোনৰ ৰাজ্যলৈ যেন উটুৱাই লৈ গৈছিল।

সৰোজিনীৰ ৰাজহুৱা জীৱনৰ আৰম্ভণি কালত গোপালকৃষ্ণ গোখলেৰ লগত তেওঁৰ দেখা-দেখি হোৱা সেই দিনটো তেওঁৰ কাৰণে আছিল এটা বিশেষ দিন। সৰোজিনীৰ ৰাজনৈতিক জীৱনত প্ৰথম প্ৰভাৱ পেলায় গোখলেই। গোখলেই সৰোজিনীৰ ওপৰত কেনেকৈ প্ৰভাৱ পেলাইছিল সেই সম্পৰ্কে তেওঁ লিখিছে :

"১৯১৩ চনৰ দুই আগষ্ট তাৰিখে গোখলেই লণ্ডনৰ কেক্সটন হলত ছাত্ৰসকলৰ এখন বিৰাট সভাত স্বদেশ-প্ৰেম আৰু আত্মোৎসৰ্গৰ ওপৰত গুৰুত্ব দি বক্তৃতা দিছিল। তেওঁৰ সময়ত এই বিষয়ে কৰ্তৃত্বৰে সৈতে কথা কবৰ অধিকাৰ তেওঁতকৈ আন কাৰো বেছি নাছিল।"

গোখলেৰ আন এখন সভাৰ কথা উল্লেখ কৰি সৰোজিনীয়ে লিখিছে :

"আমি সমজুৱাৰ মাজতে নিস্তব্ধ হৈ আছিলো। গোখলেই তেওঁৰ মিঠা মাতেৰে নিস্তব্ধতা ভঙ্গ কৰি, শ্ৰোতাসকলৰ অন্তৰত গভীৰ আবেগৰ সৃষ্টি কৰিলে। তেওঁৰ কথাবিলাক ইমান গাম্ভীৰ্যপূৰ্ণ, ইমান প্ৰেৰণাদায়ক, ইমান সুন্দৰ যে সি মোক সদায় প্ৰেৰণা যোগাই আছিছে। তেওঁ কৈছিল : ভাৰতক সেৱা কৰাতকৈ ডাঙৰ সুখ আৰু সৌভাগ্য আন একো হ'ব নোৱাৰে। মোৰ লগত থিয় দিয়া। আকাশৰ তৰা আৰু পৃথিৱীৰ পৰ্বতক সাক্ষী ৰাখি তোমালোকৰ জীৱন, বুদ্ধি, চিন্তা-ভাবনা, সপোন, সঙ্গীত, ভাষণ সকলো দেশ-মাতৃকাৰ চৰণত উৎসৰ্গা কৰা। হে কবিসকল, পৰ্বতৰ উচ্চ শৃঙ্গৰ পৰা সুদূৰপ্ৰসাৰী দৃষ্টি পেলোৱা আৰু তলৰ উপত্যকাৰ, হাড়ক মাটি, তেজক পানী কৰি পৰিশ্ৰম কৰাসকললৈ আশাৰ বাণী প্ৰচাৰ কৰা।"

দেউতাকৰ পিছতে গোখলেই হৈছে সৰোজিনীৰ ওপৰত প্ৰভাৱ পেলোৱা দ্বিতীয়জন পুৰুষ। ১৯০২ চনৰ পৰা ১৯১৫ চনলৈকে গোখলেই আছিল সৰোজিনীৰ পথ-প্ৰদৰ্শক। তৃতীয়জন আছিল জিন্না চাহাব। প্ৰথম জীৱনত

জিন্নাৰ জাতীয়তাৰ ভাৱত মুগ্ধ হৈ সৰোজিনীয়ে ভাবিছিল যে হিন্দু-মুছলমানৰ ঐক্য বাস্তৱত ৰূপ দিয়া সম্ভৱ হ'ব।

গোখলেৰ ৰাজনীতি আছিল দাদাভাই নৌৰজী, বদৰুদ্দিন তৈয়বজী, দিনশ্বা মেহটা প্ৰমুখ্যে জাতীয় কংগ্ৰেছৰ প্ৰতিষ্ঠাপকসকলৰ ৰাজনীতি। সৰোজনীৰ ভাবধাৰাও এই আদৰ্শবাদীসকলৰ লগত মিলিছিল। তেওঁ গোখলেৰ দৰেই উদাৰনৈতিক আৰু মানৱধৰ্মী আছিল।

লণ্ডনত ছাত্ৰসকলৰ মাজত কাম কৰা দিনৰে পৰা জিন্নাৰ লগত সৰোজিনীৰ বন্ধুত্ব আছিল। ৰাজনৈতিক কাৰণত পিছলৈ তেওঁলোকৰ দৃষ্টিভঙ্গীৰ পাৰ্থক্য ঘটিলেও দুয়োৰে বন্ধুত্ব অক্ষুণ্ণ আছিল। হিন্দু-মুছলমানৰ ভিতৰত মিলন সংঘটিত কৰাৰ আগ্ৰহত সৰোজিনীয়ে জিন্নাৰ বন্ধুত্বৰ ওপৰত জোৰ দিছিল। তদুপৰি পুৰণি বন্ধুত্বৰ মৰ্যাদা তেওঁ সদায় ৰক্ষা কৰিব খুজিছিল।

১৯১৫ চনত গোখলেৰ মৃত্যুৰ কিছুদিন আগতে সৰোজিনীও অসুস্থ হৈ পৰে। কিন্তু জিন্নাই লণ্ডনত ছাত্ৰসকলৰ এখন এছোছিয়েছন কৰাৰ খবৰ পাই নিজৰ অসুখৰ কথা পাহৰিও সেই সভাত গোখলেৰে সৈতে যোগ দিব বুলি ছাত্ৰসকলক কথা দিছিল। গোখলেৰ পৰা আগতে সম্মতি নোলোৱাকৈয়ে সৰোজিনীয়ে কথা দিয়াত অসুস্থ গোখলেই কিছু বিব্ৰত বোধ কৰিছিল। কিন্তু সৰোজিনীয়ে গোখলেক সেই সভাত কেইষাৰমান কবলৈ মান্তি কৰাইছিল। ভাৰতত সাম্প্ৰদায়িক ঐক্যৰ ভেটি সুদৃঢ় কৰাৰ ভাবেৰে এনেবিলাক কামত সৰোজিনীয়ে বিশেষ মন দিছিল। ১৯১৪ চনত সৰোজিনী ভাৰতলৈ ওভতে। গোখলেই তেওঁক কোৱা শেষ কথাকেইষাৰ আছিল: "আমি আকৌ লগ হ'ব পাৰিম বুলি নাভাবো। মনত ৰাখিবা, তোমাৰ জীৱন দেশৰ কাৰণে উৎসৰ্গীকৃত। মোৰ কাম শেষ হৈছে।"

১৯১৫ চনত হায়দৰাবাদত সৰোজিনীৰ দেউতাক অঘোৰনাথৰ মৃত্যু হয়। দেউতাকৰ শ্ৰাদ্ধৰ দিনাই সৰোজিনীয়ে পুণাত গোখলেৰ পৰলোক হোৱাৰ খবৰ পাই মৰ্মাহত হৈছিল। তেতিয়াৰে পৰা আধুনিক ভাৰতৰ নিৰ্মাতাসকলৰ ভিতৰত এগৰাকী হিছাপে সৰোজিনীৰ নতুন জীৱন আৰম্ভ হয়। ১৯১৩ চনৰ ২২ মাৰ্চত লক্ষ্ণৌত মুছলীম লীগৰ ঐতিহাসিক সম্মিলনত হিন্দু-মুছলমান মিলনৰ দূত হিছাপে সৰোজিনীয়ে ভাৰতীয় ৰাজনীতিত এক বিশেষ স্থান অধিকাৰ কৰে। কংগ্ৰেছৰ অধিৱেশনত আগতে যোগ দিলেও ১৯১৬ চনত চাৰ এছ. পি.

সিংহৰ সভাপতিত্বত বহা কংগ্ৰেছ অধিবেশনত স্বায়ত্ব শাসনৰ প্ৰস্তাৱ দাঙি ধৰাৰ পৰাহে তেওঁৰ ৰাজনৈতিক জীৱন প্ৰকৃততে আৰম্ভ হয় বুলি ক'ব পাৰি। ১৯১৭ চনত এনী বেছান্তৰ সভাপতিত্বত বহা কংগ্ৰেছ অধিৱেশনত আবেগময়ী ভাষাত বক্তৃতা দি তেওঁ কৈছিল :

"মই এজনী তিৰোতা মাথোন। মই আপোনালোকক ক'ব খোজো যে নিৰ্দিষ্ট ক্ষণত যেতিয়া অন্ধকাৰত জোৰ-বাতি লৈ আপোনাসকলক বাট দেখুওৱা মানুহৰ প্ৰয়োজন হয় আৰু আপোনাসকলৰ পতাকাখন কঢ়িয়াই নিবলৈ পতাকাবাহীৰ প্ৰয়োজন হয়, আৰু বিশ্বাস হেৰুৱাই আপোনাসকলৰ পতন হোৱাৰ ভয় দেখা দিয়ে তেতিয়া ভাৰতৰ নাৰী আপোনাসকলৰ সঙ্গী হৈ থাকিব—আপোনালোকৰ পতাকাবাহী আৰু আপোনাসকলৰ প্ৰেৰণা দিওঁতা হিচাপে।"

কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ লগত কবিতাৰ পূজাৰিনী সৰোজিনীৰ আন্তৰিক যোগসূত্ৰ আছিল। ১৯৪২ চনত কবিগুৰুৰ ঠাইত সৰোজিনী P.E.N. ৰ সভানেত্ৰী হয়। পিছত শান্তি নিকেতনৰ বিশ্বভাৰতীৰ আচাৰ্য হিচাপে তেওঁক নিয়োগ কৰা হৈছিল।

ৰবি ঠাকুৰে 'গীতাঞ্জলী'ৰ বাবে সাহিত্যৰ নবেল বঁটা পাইছিল ১৯৩০ চনত। তেতিয়া সৰোজিনী নাইডু ইংলণ্ডত আছিল। তেওঁ 'গীতাঞ্জলী'ৰ ইংৰাজী ভাঙনি পঢ়িছিল। বঙালীৰ ঘৰত জন্ম যদিও সৰোজিনীয়ে বঙালী পঢ়িব নেজানিছিল। সৰুৰে পৰা হায়দৰাবাদত থাকি তেওঁ ইংৰাজী মাধ্যমত পঢ়িছিল। ১৯১৫ চনৰ পৰা ১৯১৭ চনলৈকে, এইখিনি সময় এনী বেছান্ত আৰু চি. পি. ৰামস্বামী আয়াৰৰ লগত দেশৰ বিভিন্ন অঞ্চলত ঘূৰি-মেলি তেওঁ বক্তৃতা দি ফুৰিছিল। ১৯২০-২১ চনৰ অসহযোগ আন্দোলনৰ পৰা সৰোজিনীয়ে মহাত্মা গান্ধীৰ ওচৰত সম্পূৰ্ণভাৱে আত্ম-সমৰ্পণ কৰিছিল। গান্ধীজীৰ প্ৰতি তেওঁৰ ভালপোৱা আৰু আনুগত্য আছিল অকৃত্ৰিম আৰু অবিচ্ছিন্ন। মহাত্মাজীৰ লগত হোৱা তেওঁৰ প্ৰথম সাক্ষাৎ সম্বন্ধে সৰোজিনীয়ে শব্দৰে এখন ছবি আঁকি বৰ্ণনা কৰিছে :

"মহাত্মাজীৰ লগত মোৰ প্ৰথম সাক্ষাৎ হয় প্ৰথম মহাযুদ্ধৰ আৰম্ভণিতে—১৯১৪ চনত। ...... *দক্ষিণ আফ্ৰিকাত নিৰুপদ্ৰৱ প্ৰতিৰোধৰ নীতি প্ৰয়োগ কৰি তেওঁ দেশবাসীৰ কাৰণে ( যিসকল সেই সময়ত প্ৰধানতে ঠিকা বন্দবস্তত নিয়া মজদুৰ আছিল ) জেনেৰেল স্মাটছৰ দৰে প্ৰতিপক্ষৰ*

লগত কৰা আন্দোলনত জয়লাভ কৰি প্ৰথম ইংলণ্ড আহি পাওঁতে, তেওঁক জাহাজত লগ ধৰিব নোৱাৰি, পিছদিনা আবেলি তেওঁৰ থকা ঠাই বিচাৰি কেচিঙ্‌টনৰ কোনো অজ্ঞাত অংশত ঘূৰি-মেলি শেষত মই পুৰণি-কলীয়া ঘৰ এটাৰ থিয় গড়াৰ নিচিনা চিৰিয়েদি উঠি খোলা দৰজা এখন পাই দেখিলোঁ, টকলা মূৰৰ সৰুফুটীয়া মানুহ এজনে মজিয়াতে ফাটেকিয়ালক দিয়া ক'লা কম্বল এখনত বহি জেলৰে কাঠৰ পাত্ৰ এটাত অলিভ তেলত বিলাহীৰ স্কোৱাচ খাই আছে। ······ এজন বিখ্যাত নেতাৰ এনে অভাৱনীয় দৃশ্য দেখি স্বাভাৱিকতে মোৰ হাঁহি উঠিল। তেওঁ চকু ওপৰলৈ তুলি চাই হাঁহি মাৰি ক'লে, "অ' তুমি শ্ৰীমতী নাইডু হ'ব লাগিব। আন কোন ইমান শ্ৰদ্ধাবিহীন হ'ব? আহা, মোৰ আহাৰৰ ভাগ লোৱা।"

মই ক'লো, "ধন্যবাদ। নেলাগে। এইবিলাকো খাবলগীয়ানে?"

এইদৰে সেই মুহূৰ্ততে আমাৰ বন্ধুত্ব আৰম্ভ হ'ল, তাৰপৰা প্ৰকৃত সহযোগিতাৰ ধাৰা ব'লে আৰু তাৰপৰা সুদীৰ্ঘ কাল শিষ্যত্বৰ ফল ধৰিলে। ভাৰতৰ স্বাধীনতাৰ উদ্দেশ্যে ত্ৰিশ বছৰৰো ওপৰ কালৰ সেৱা-কাৰ্যত এই সম্পৰ্ক এঘণ্টাৰ কাৰণেও কেতিয়াও অলপো লৰচৰ হোৱা নাই।"

গান্ধীজীৰ সান্নিধ্যলৈ আহি আৰু গান্ধীজীৰ শিষ্যত্ব গ্ৰহণ কৰি সৰোজিনীয়ে সবৰমতী আশ্ৰমত 'ৰাওলাট বিল'ৰ বিৰুদ্ধে থিয় দিবলৈ সত্যাগ্ৰহ প্ৰতিজ্ঞা-পত্ৰত চহী কৰে। ১৯১৯ চনৰ জুলাইত সৰোজিনী 'নিখিল ভাৰত হ'মৰুল লীগ'ৰ সভ্যা হিচাপে ইংলণ্ডলৈ গৈছিল। মণ্টেগু-চেমছফৰ্ড শাসনত তিৰোতাৰ ভোটাধিকাৰ নেথাকিব পাৰে বুলি তেতিয়া ভয় হৈছিল। ১৯১৯ চনৰ ছয় আগষ্টত ভাৰতীয় সংস্কাৰৰ যুটীয়া সমিতিৰ আগত তেওঁ তিৰোতাৰ ভোটাধিকাৰ দাবী কৰি এখন স্মাৰক-পত্ৰ দিছিল। ১৯২০ চনৰ ১৫ জুলাইত সৰোজিনীয়ে গান্ধীজীলৈ লিখে:

"মোৰ স্বাস্থ্য বৰ বেয়া ······ বিশেষজ্ঞসকলে ভাবে যে, মোৰ কলিজাৰ বেমাৰ বেছি আগ বাঢ়িছে আৰু ই বিপদজনক অৱস্থাত আছে। কিন্তু তথাপিও মই তেতিয়ালৈকে জিৰণি ল'ব নোৱাৰো, যেতিয়ালৈকে সৰ্বস্ব হেৰুওৱা ভাৰতৰ দুখজনক অৱস্থা সম্পৰ্কে পৃথিবীৰ অন্তৰত মই অনুশোচনা সৃষ্টি কৰিব নোৱাৰো।"

গান্ধীজীয়ে 'ইয়ং ইণ্ডিয়া'ত লিখিছিল:

"সৰোজিনী নাইডুক কৰা কোনো প্ৰশংসাই অতিৰঞ্জিত বুলি মই নেভাবো। তেওঁৰ ব্যৱহাৰৰ শালীনতা চমৎকাৰ আৰু তেওঁ তেওঁৰ কৰ্তব্য কৰাত কেতিয়াও ক্লান্তি বোধ নকৰে।...... মই তেওঁক মীৰাবাঈৰ লগত তুলনা কৰিছোঁ। তেওঁৰ মনৰ বল অসাধাৰণ। দেশমাতৃকাৰ প্ৰতি তেওঁৰ ইমান মৰম যে প্ৰয়োজন হ'লেই তেওঁ উপস্থিত হয়। ঈশ্বৰেহে জানে তেওঁ ইমান শক্তি ক'ৰ পৰা পায়।"

১৯২১ চনত সৰোজিনী ইংলণ্ডৰ পৰা উভতি আহে আৰু অসহযোগ আন্দোলনত জঁপিয়াই পৰে। অসহযোগ আন্দোলন স্থগিত কৰাৰ পিছত সৰোজিনীয়ে দক্ষিণ আৰু পূব আফ্ৰিকাত বসবাস কৰি থকা ভাৰতীয় সকলৰ সমস্যা সম্পৰ্কে বুজ-বাজ লবলৈ মহাত্মা গান্ধীৰ দূত হিচাপে ১৯২৪ চনত মোম্বাছালৈ যায়। তেওঁ তাত পূব আফ্ৰিকাৰ ভাৰতীয় কংগ্ৰেছত সভানেত্ৰীত্ব কৰে। মোম্বাছাৰ উপৰিও তেওঁ জোহান্সবাৰ্গ, ট্ৰান্সভাল, ডাৰ্বান, নেটাল আৰু ৰোডেছিয়া পৰিভ্ৰমণ কৰে। সকলো ঠাইতে তেওঁক বিপুলভাৱে সম্বৰ্দ্ধনা কৰা হৈছিল। জোহান্সবাৰ্গত এখন সভাত ভাষণ দি সৰোজিনীয়ে কৈছিল:

"ভাৰতীয় জাতিৰ পৰা এটা বাণী লৈ মই ইয়াত আপোনাসকলৰ সন্মুখত থিয় দিছো। ভাৰতীয় জাতি আজি শুই থকা নাই। তেওঁলোক বিভক্তও নহয়। ভাৰতৰ সীমান্তৰ ভিতৰত আৰু সাগৰৰ সিপাৰে ভাৰতৰ নিজৰ ভৱিষ্যত ভাগ্য সম্পৰ্কে আজি তেওঁলোকৰ কোনো সন্দেহ বা সংশয় নাই। মোৰ জাতিৰ হৈ মই আপোনাসকললৈ এই আশ্বাসৰ বাণী লৈ আহিছো যে যিমানেই শক্তিশালী নহওক কিয়, কোনো জাতি বা গৱৰ্ণমেণ্টে আন সকলোৰে সৈতে সমান মৰ্যাদা ভোগ কৰাৰ আপোনাসকলৰ যি জন্মস্বত্ব, তাক মষিমূৰ কৰিবলৈ সাহ কৰিব নোৱাৰে।"

১৯২৪ চনৰ মে' মাহত সৰোজিনীয়ে জেনেৰেল স্মাটছক দেখা কৰি দক্ষিণ আফ্ৰিকাত থকা ভাৰতীয়সকলে নৈতিক আৰু আইন সম্পৰ্কীয় যিবিলাক দুৰ্ভোগ ভোগ কৰিছিল, সেই সম্পৰ্কে আলোচনা কৰিছিল। সৰোজিনীৰ আফ্ৰিকা ভ্ৰমণৰ সবিশেষ বিৱৰণ গান্ধীজীলৈ দিয়া ৰিপোৰ্টৰ ভেটিত 'ইয়ং ইণ্ডিয়াত' প্ৰকাশ হৈছিল।

১৯২৫ চনত সৰোজিনীয়ে কংগ্ৰেছৰ কানপুৰ অধিবেশনত সভাপতিত্ব কৰে। সভানেত্ৰীৰ অভিভাষণ আৰম্ভ কৰি তেওঁ কৈছিল:

"মই ভালকৈ জানো যে, আপোনাসকলে, আপোনাসকলৰ হাতত থকা আটাতকৈ মূল্যবান যি দান মোলৈ আগবঢ়াইছে, সি দেশৰ বাহিৰত বা ভিতৰত মই যি সামান্য সেৱা কৰিছোঁ অকল তাৰ কাৰণেই নহয়; ই হৈছে ভাৰতীয় নাৰীসকলৰ প্ৰতি আপোনাসকলৰ সন্মান প্ৰদৰ্শনৰ চিন আৰু জাতিৰ দৰবাৰত নাৰীৰ উপযুক্ত স্থান লাভৰ অধিকাৰৰ স্বীকৃতি। আপোনাসকল মাথোন এক পুৰণি প্ৰথালৈ উলটি গৈছে আৰু ভাৰতীয় নাৰীয়ে আমাৰ দেশৰ গৌৰৱৰ যুগত যি স্থান অধিকাৰ কৰিছিল সেই স্থানলৈ তেওঁলোকক লৈ গৈছে।...... আপোনাসকলে মোক যি গধুৰ দায়িত্ব দিছে তাক পালন কৰোঁতে বনবাস খাটোতে যি অচল-অটল অবিনশ্বৰ বিশ্বাসে সীতাৰ দৃষ্টি সমুজ্জ্বল কৰিছিল আৰু যমৰাজৰ সন্মুখতো যিয়ে সাৱিত্ৰীক ভয়-শূন্য কৰি ৰাখিছিল তাৰ অকণমানো যেন মই পাব পাৰোঁ এয়ে মোৰ প্ৰাৰ্থনা।... যিখন হাতেৰে মই কেঁচুৱাৰ দোলনাখন দুলাইছো; গুণগুণাই নিচুকনি গীত গাই কেঁচুৱা শুৱাইছো, ভাৰত মাতৃৰ প্ৰতীক, সেই মযে় এতিয়া আকৌ মুক্তিৰ জোৰবাতিগছিও জ্বলাব লাগিব।

"গৃহিণী এগৰাকীৰ দৰে মোৰ কাৰ্যসূচীও তেনেই সাধাৰণ আৰু ঘৰুৱা ধৰণৰ। ই হৈছে ভাৰত মাতৃক তেওঁৰ নিজৰ ঘৰত সৰ্বোচ্চ স্থানত অধিষ্ঠিত কৰা। তেওঁৰ অভগন অজস্ৰ ঐশ্বৰ্যৰ তেৱেঁই একমাত্ৰ গৰাকী বুলি সাব্যস্ত কৰা। ভাৰত মাতৃৰ অনুগতা জীয়ৰী হিচাপে মোৰ কৰ্তব্য হ'ব মোৰ আইৰ ঘৰখন শৃঙ্খলা লগাই পৰিপাটিকৈ ৰখা। তেওঁৰ বিভিন্ন সম্প্ৰদায় আৰু ধৰ্মাৱলম্বীৰ পুৰণি যুটীয়া পৰিয়ালৰ সংহতি নষ্ট কৰিব খোজা দুঃখজনক কাজিয়া-পেচালবিলাকৰ মীমাংসা কৰা আৰু তেওঁৰ আটাইতকৈ দুৰ্বল, তলত পৰি থকা সন্তানকো অতি শক্তিশালী সন্তানেৰে সৈতে একেদৰে উপযুক্ত স্থান যোগোৱাৰ ব্যৱস্থা কৰা।"

হিন্দু-মুছলমানৰ ঐক্যৰ ওপৰত সৰোজিনীয়ে সদায় সবাতোকৈ বেছি গুৰুত্ব দিছিল। সভানেত্ৰীৰ অভিভাষণতো ভাৰতৰ আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰৰ কাৰণে সাম্প্ৰদায়িক ঐক্যৰ ওপৰত তেওঁ বিশেষ জোৰ দিছিল। কানপুৰ কংগ্ৰেছৰ সভানেত্ৰী হিচাপে, তেওঁ কংগ্ৰেছৰ মহিলা শাখা এটা গঠন কৰিবলৈ দিছিল। তিৰোতাক জাতীয় জীৱনত উপযুক্ত ভাগ লবলৈ তেওঁৰ ভাষণে অনুপ্ৰেৰণা যোগাইছিল। ১৯২৬ চনত কেবাটাও মহিলা সংগঠন নিখিল ভাৰত মহিলা সন্মিলনৰ লগত মিলি গৈছিল।

১৯৩৩ চনত বোম্বাইত সৰোজিনীয়ে 'টেগ'ৰ উইক' পালন কৰাৰ ব্যৱস্থা কৰে। কবিগুৰু ৰবীন্দ্ৰনাথে সৰোজিনীলৈ লিখিছিল :

"তোমাৰ আচৰিত ক্ষমতা আছে। ই তোমাৰ প্ৰতি মোক ঈৰ্ষান্বিত কৰিবও পাৰিলেহেঁতেন ; কিন্তু মই তোমাক ভাল পাওঁ আৰু সি মোক তাৰ পৰা ৰক্ষা কৰিছে।"

১৯২৮ চনত নিখিল ভাৰত মহিলা সম্মিলনৰ প্ৰতিনিধি হিচাপে তেওঁ হনলুলুত 'পান-পেচিফিক মহিলা সম্মিলন'ত যোগ দিছিলগৈ। সেই সময়তে ভাৰতক হেয় প্ৰতিপন্ন কৰিবলৈ মিছ মেয়ৰ 'মাদাৰ ইণ্ডিয়া' কিতাপখন ওলাইছিল। এই কিতাপখনে সৃষ্টি কৰা ভুল ধাৰণাবিলাক দূৰ কৰিবলৈ, গান্ধীজীয়ে সৰোজিনীক হনলুলু সম্মিলনৰ পিছত আমেৰিকা আৰু কানাডালৈ যাবলৈ পৰামৰ্শ দিছিল। সেইমতে তেওঁ সেই সেই দেশলৈ গৈছিল। তেতিয়া 'নিউইয়ৰ্ক টাইমছে' তেওঁৰ সম্পৰ্কে মন্তব্য কৰি লিখিছিল :

"শ্ৰীমতী নাইডু ব্যক্তিগত গুণৰাশিৰ এক বিশেষ সংমিশ্ৰণ। ৰাজনীতিক হিচাপে তেওঁ কঠোৰ মূৰ্তি ধাৰণ কৰে, স্বৰাজ দাবী কৰি বৃটিছক চৰম-পত্ৰ দিয়ে আৰু তিৰোতাৰ কাৰণে সমান ভোটাধিকাৰ দাবী কৰি সজাতি দলৰ নেতৃত্ব কৰে। আনহাতে, তেওঁৰ গীত আৰু কবিতাই প্ৰকৃতি আৰু মানুহৰ সৌন্দৰ্যহে প্ৰকাশ কৰে।"

ভ্ৰমণৰ সকলো কথাৰে তেওঁ মহাত্মাজীলৈ ৰিপোৰ্ট পঠাইছিল। 'ইয়ং ইণ্ডিয়া' কাকতত সেই সকলো প্ৰকাশ হৈছিল। সৰোজিনীয়ে তেওঁৰ সেই ভ্ৰমণৰ উদ্দেশ্য ব্যাখ্যা কৰি কৈছিল যে সি আছিল 'এগৰাকী ভ্ৰমিফুৰা গায়িকাই ব্যাখ্যা কৰা মতে এজনা ৰহস্যজনক সূতাকটা পুৰুষৰ বাণী বা মতবাদ।'

নাইডুৱে সকলো ঠাইতে তেওঁৰ বিশেষত্বৰ ছাপ ৰাখি গৈছিল। 'এলায়েন্স ফৰ পিছ' সম্মিলনত প্ৰাচ্য দেশসমূহৰ শুভেচ্ছা জনাবলৈ নাইডুক আহ্বান জনালত তেওঁ প্ৰথমতেই প্ৰশ্ন কৰিলে সেই আন্তৰ্জাতিক সম্মিলনত ভাৰতৰ পতাকাখন নাই কিয়? তেওঁ কৈছিল : "যেতিয়া পৃথিবীৰ এক পঞ্চমাংশ মানুহ পৰাধীন হৈ আছে, তেতিয়া বিশ্বশান্তিৰ কথা কোৱাৰ অৰ্থ কি ?' তেওঁ তেওঁৰ কথাৰ মোখনি মাৰি কৈছিল : "আশাৰে হালধীয়া সাহসেৰে সেউজীয়া আৰু বিশ্বাসেৰে শুভ্ৰ ভাৰতৰ জাতীয় পতাকাখন পৃথিৱীৰ

আন দেশৰ স্বাধীনতাৰ প্ৰতীকৰ লগত একেলগে তেওঁলোকে যদি উৰাব নোৱাৰে তেন্তে পৃথিৱীত প্ৰকৃত শান্তি হ'ব নোৱাৰে।"

নাইডুৰ জীৱনৰ বহুত মূল্যবান, বিচিত্ৰ কাহিনী আছে। তাৰ ভিতৰত বিশেষকৈ উল্লেখ কৰিবলগীয়া এটা প্ৰধান ঘটনা হৈছে ১৯৩০ চনৰ লোণ আইন ভঙ্গৰ আন্দোলনত চৰকাৰৰ ধৰ্সনা নিমখৰ গুদাম আক্ৰমণ। সেই আক্ৰমণত সত্যাগ্ৰহী দলটোৰ নেতৃত্ব কৰি সৰোজিনীয়ে যি বীৰত্ব, সাহস আৰু বিচক্ষণতাৰ পৰিচয় দিলে, পৃথিৱীৰ সকলো যুদ্ধৰ বীৰাঙ্গনাৰ কাহিনীৰ ভিতৰতে সি বিশেষ আৰু অবিস্মৰণীয়। ধৰ্সনা অস্ত্ৰৰ লগত অস্ত্ৰৰ সংঘাতৰ কাহিনী নহয়। ইয়াত আছিল এফালে পাশৱিক বলৰ নিষ্ঠুৰ প্ৰয়োগ আৰু আনফালে নীৰৱে, হাত এখনো নলৰোৱাকৈ লাঠিৰ নিষ্ঠুৰ কোব শিৰ পাতি লোৱাৰ অপূৰ্ব মহীয়ান দৃশ্য! গান্ধীজীৰ অহিংস নীতি সম্পূৰ্ণ ৰক্ষা কৰি সৰোজিনীয়ে তেওঁৰ নিৰস্ত্ৰ সৈন্যবাহিনীটো লৈ প্ৰৱল পৰাক্ৰমী বৃটিছ চৰকাৰৰ বিৰুদ্ধে ধৰ্সনা আক্ৰমণ সফল কৰি তুলিছিল। ধৰ্সনা সত্যাগ্ৰহত নাইডুক গ্ৰেপ্তাৰ কৰি জেললৈ নিয়া হয়।

গান্ধী আৰউইন চুক্তিৰ পিছত সৰোজিনী নাইডু আৰু অন্যান্য নেতা-সকল খালাচ হ'য়। দ্বিতীয় ঘূৰণীয়া মেজ-মেলত নাইডুও গান্ধীৰ লগতে আছিল। তাৰপৰা তেওঁ দক্ষিণ আফ্ৰিকালৈ গৈছিল। দক্ষিণ আফ্ৰিকাৰ পৰা ঘূৰি অহাৰ পাছত ১৯৩২ চনত নাইডুৱে কংগ্ৰেছৰ অস্থায়ী সভা-নেত্ৰীৰ দায়িত্ব গ্ৰহণ কৰে। সেইবাৰো তেওঁৰ জেল হয়।

য়াৰবাদা জেলত গান্ধীজীয়ে বৃটিছ প্ৰধান মন্ত্ৰী ৰামজে মেকডোনাল্ডৰ 'সাম্প্ৰদায়িক বাটোৱাৰা'ৰ প্ৰতিবাদত আমৰণ অনশন আৰম্ভ কৰে। সৰোজিনী নাইডু তেতিয়া সেই জেলতে আছিল। পুণা চুক্তিৰ ফলত সাম্প্ৰদায়িক বাটোৱাৰা ৰদ হ'ল। গান্ধীজীয়ে কস্তুৰবা, সৰোজিনী আৰু ৰবি ঠাকুৰৰ সন্মুখত অলপ কমলাটেঙাৰ ৰস খাই অনশন ভঙ্গ কৰিলে। গান্ধীজী তেতিয়া যথেষ্ট দুৰ্বল হৈ পৰিছিল। নাইডুৱে যথেষ্ট সাৱধানতা অৱলম্বন কৰি গান্ধীজীক কোনেও যাতে ব্যতিব্যস্ত কৰিব নোৱাৰে তাৰ বাবে সতৰ্ক দৃষ্টি ৰাখিবলগা হৈছিল।

তাৰ পিছত জেলৰপৰা ওলাই আহি দেশবাসী আৰু কংগ্ৰেছৰ লগতে সৰোজিনী গুৰুত্বপূৰ্ণ ৰাজনৈতিক পৰিস্থিতিৰ সন্মুখীন হ'ব লগা হ'ল।

গান্ধীজীৰ হৰিজন আন্দোলন, দ্বিতীয় মহাযুদ্ধ, ক্ৰীপছ মিছন, ভাৰত-ত্যাগ প্ৰস্তাৱ, মহাত্মা গান্ধী প্ৰমুখ্যে কংগ্ৰেছৰ নেতাসকল আচম্বিতে আটক বন্দী, বিয়াল্লিছৰ গণ-বিপ্লৱ, যুদ্ধৰ অৱসান, মিত্ৰপক্ষৰ জয়, জাৰ্মানী-জাপানৰ পৰাজয় ইংলণ্ডৰ সাধাৰণ নিৰ্বাচন, শ্ৰমিক দলৰ জয়লাভ আৰু চৰকাৰ গঠন, কেবিনেট মিছন, ১৯৪৫ চনত কংগ্ৰেছৰ নেতাসকলৰ মুক্তি, বৰলাট লৰ্ড ৱাভেলৰ লগত ভাৰতৰ স্বাধীনতাৰ প্ৰশ্ন লৈ আলোচনা, কংগ্ৰেছ আৰু মুছলীম লীগৰ পাকিস্তানৰ প্ৰশ্ন লৈ মৌলিক পাৰ্থক্য, কলিকতা আৰু নোৱাখালীত সাম্প্ৰদায়িক অশান্তি, শান্তিৰ দূত হিচাপে গান্ধীজীৰ নোৱাখালী ভ্ৰমণ, পণ্ডিত জৱাহৰলাল নেহৰুৰ প্ৰধানমন্ত্ৰীত্বত ভাৰতত মধ্যকালীন গৱৰ্ণমেণ্ট গঠন, নতুন বৰলাট লৰ্ড মাউণ্টবেটেনৰ দেশ বিভাজনৰ আঁচনি, ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত আৰু পাকিস্তান দুখন সাৰ্বভৌম স্বাধীন ৰাষ্ট্ৰৰ অভ্যুত্থান, এনেকৈ এটাৰ পিছত আনটো ঐতিহাসিক ঘটনাৱলীৰ ফলত দেখা দিয়া পৰিস্থিতিত, সৰোজিনীয়ে দেশৰ ঐক্য আৰু স্বাধীনতাৰ কাৰণে যেতিয়া যেনেকৈ প্ৰয়োজন হৈছিল তাতে গুৰুত্বপূৰ্ণ ভূমিকা লৈছিল।

১৯৪৭ চনৰ ২২ মাৰ্চত সৰোজিনী নাইডুৱে নতুন দিল্লীত 'এছিয়ান ৰিলেছন কনফাৰেঞ্চ'ৰ সভানেত্ৰীত্ব কৰিছিল। সভানেত্ৰীৰ আসনৰপৰা তেওঁ কৈছিল :

"এজন বন্ধুৱে মোক মনত পেলাই দিছে যে, বাইবেলৰ এটা ভৱিষ্যত-বাণী মতে পূৰ্ব ভূখণ্ডৰ জাতিসমূহৰ এখন মহামেলা হ'ব আৰু মানুহৰ ইতিহাসত সি নতুন যুগৰ সূচনা কৰিব। আজিৰ সমাবেশেই তাৰ সূচনা কৰিছে বুলি ধৰি ল'লে, মোৰ কাৰণে অহঙ্কাৰ কৰা হ'ব পাৰে। কিন্তু তথাপি মোৰ আশা যে ভাৰতৰ পক্ষৰ পৰা মই এছিয়াৰ জনসাধাৰণলৈ এই যে বন্ধুত্বৰ ইঙ্গিত কৰিছো, তাৰ ফল ধৰিব।"

স্বাধীন ভাৰতত আটাইতকৈ ডাঙৰ ৰাজ্য যুক্তপ্ৰদেশৰ সৰোজিনী ৰাজ্যপাল নিযুক্ত হয়। ৰাজ্যসমূহৰ ভিতৰত তেওঁৱেই প্ৰথম মহিলা গৱৰ্ণৰ। ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে উত্তৰ প্ৰদেশৰ গৱৰ্ণৰ হিচাপে ইংৰাজীত বক্তৃতা দি নাইডুৱে কৈছিল :

"পৃথিৱীৰ ৰাষ্ট্ৰসমূহ। আজি আমাৰ স্বাধীনতাৰ দিনত আমি সৰ্বকালৰ কাৰণে আমাৰ স্বাধীনতাৰ কাৰণে প্ৰাৰ্থনা কৰো। আমাৰ এখন স্বাধীনতা-

যুদ্ধ এখন ঐতিহাসিক যুদ্ধ। ইয়াত বহুত বছৰ লাগিছিল। বহুতে নিজৰ প্ৰাণ আহুতি দিব লগা হৈছিল। যি সকলৰ নামটোকে জনা নেযায়, এনে কোটি কোটি মানুহৰ এইখন যুদ্ধ। যি শক্তি তিৰোতাই পূজা কৰে, সেই শক্তিত পৰিণত হোৱা তিৰোতাৰ এই যুদ্ধ। এইখন হৈছে যুৱক-যুৱতীৰ, বুঢ়া মানুহৰ, ধনী আৰু দুখীয়াৰ, শিক্ষিত আৰু নিৰক্ষৰসকলৰ, দলিত আৰু অস্পৃশ্যসকলৰ, পতিত আৰু সন্তসকলৰ যুদ্ধ। ক্ৰুছবিদ্ধ যীশুৰ দৰে আমাৰ দুখ বৰণৰ মাজেদি আমাৰ আজি পুনৰ জন্ম হৈছে।

"পৃথিৱীৰ ৰাষ্ট্ৰসমূহ। ভাৰতৰ নামত, মোৰ আইৰ নামত, মোৰ আই—যাৰ ঘৰৰ মূধচ তুষাৰাবৃত আৰু সমুদ্ৰই যাৰ ঘৰৰ বেৰৰ বেষ্টন আৰু দুৱাৰকেইখন সদায় আপোনাসকললৈ মুকলি—মই আপোনাসকলক অভিনন্দন জনাওঁ। সমগ্ৰ পৃথিৱীৰ উদ্দেশ্যে মই ভাৰতৰ স্বাধীনতাৰ সেই বাণী আগ বঢ়াওঁ, যি স্বাধীনতা অতীতত কেতিয়াও লোপ পোৱা নাছিল আৰু ভৱিষ্যতেও লোপ নেপায় আৰু যি পৃথিৱীৰ শান্তিৰ চূড়ান্ত লক্ষ্যাস্থানলৈ বাট দেখুৱাই লৈ যাব।"

১৯৪৮ চনৰ ৩০ জানুৱাৰীত গান্ধীজীক প্ৰাৰ্থনা-সভালৈ আহোঁতে যেতিয়া গুলি কৰি হত্যা কৰা হ'ল তেতিয়া সৰোজিনীৰ অন্তৰৰ গভীৰতম প্ৰদেশৰপৰা ওলোৱা কথাকেইষাৰ আছিল মৰ্মস্পৰ্শী। সৰোজিনীয়ে কৈছিল, "এই ঘটনাটো ইমান ডাঙৰ যে, সাধাৰণভাৱে দুখ প্ৰকাশৰ অৱকাশ নাই।" তেওঁ আৰু কৈছিল, "মোৰ গুৰু, মোৰ নেতা, পিতা গান্ধীৰ মৃত্যু—তেওঁৰ জীৱনৰ সৰ্ববৃহৎ বিজয়!"

১৯৪৯ চনৰ ১৩ ফেব্ৰুৱাৰী তাৰিখে জন্মদিনৰ ঠিক আগতে সৰোজিনী নাইডু দিল্লীলৈ গৈছিল। ৰাষ্ট্ৰপতি ভৱনৰ গাড়ীখনত উঠোঁতে তেওঁ মূৰত খুন্দা খালে। খুন্দা খোৱা ঠাইৰ ঘাঁটুকুৰা ভাল হ'লেও মূৰৰ বিষ আছিলেই। সেইসময়ত গৱৰ্ণৰ জেনেৰেল ৰাজা গোপালাচাৰী যুক্ত প্ৰদেশৰ এলাহাবাদলৈ যোৱা স্থিৰ হৈছিল। গৱৰ্ণৰ হিচাপে সৰোজিনীয়ে সেই সময়ত তাত থকা উচিত বুলি ভাবি লক্ষ্ণৌলৈ উভতি গ'ল। কিন্তু তেতিয়াও তেওঁৰ মূৰৰ বিষ কমা নাছিল। সৰোজিনী এলাহাবাদলৈ যাব নোৱাৰি ৰাজাজীৰ সম্বৰ্দ্ধনা-সভাত তেওঁৰ হৈ যোগ দিবলৈ বৰ জীয়েক পদ্মজাক পঠালে।

ইফালে ১৮ ফেব্ৰুৱাৰীত তেওঁক অক্সিজেন দিব লগা হ'ল। ২০ ফেব্ৰুৱাৰীত ডঃ বিধান ৰায়ো লৰালৰিকৈ লক্ষ্ণৌ পালেহি। কিন্তু চিকিৎসাই কাম নিদিলে। তেওঁ ইহসংসাৰ এৰি গুচি গ'ল। লক্ষ্ণৌৰ গোমতী নদীৰ পাৰত সৰল-সহজভাৱে সৰোজিনীৰ স্মৃতি-চিহ্ন ৰখা আছে।

১৯৪৯ চনৰ ৩ মাৰ্চত প্ৰধানমন্ত্ৰী পণ্ডিত নেহৰুৱে নাইডুৰ স্মৃতিত শ্ৰদ্ধা জনাই পাৰ্লিয়ামেণ্টত কৈছিল ঃ

"এই গৰাকী হৈছে এগৰাকী বিশেষ প্ৰতিভাশালী, এই গৰাকী হৈছে প্ৰাণ-প্ৰাচুৰ্যৰে উদ্দীপ্ত, এই গৰাকী হৈছে বহু গুণেৰে বিভূষিতা এগৰাকী বিচক্ষণ ব্যক্তি।...তেওঁৰ সমগ্ৰ জীৱনেই আছিল কবিতা আৰু সঙ্গীত। তেওঁ আশ্চৰ্যজনক কাম কৰিছিল। জাতিৰ জনকে যেনেকৈ জাতীয়-সংগ্ৰাম নৈতিক মহত্ত্বৰে বিভূষিত কৰিছিল, তেনেকৈ শ্ৰীমতী নাইডুৱে সেই সংগ্ৰামত কলা আৰু কবিতাৰ জোতি বিকিৰণ কৰিছিল। শ্ৰীমতী নাইডুৱে আমাৰ স্বাধীনতাৰ যুদ্ধ উচ্চ পৰ্যায়লৈ তুলিছিল।"

# শ্ৰীনিবাস আয়েঙ্গাৰ

( ১৮৭৪—১৯৪১ )

সাম্প্ৰদায়িক অশান্তি আৰু স্বামী শ্ৰদ্ধানন্দৰ হত্যাৰ ঘটনাই যেতিয়া দেশৰ ৰাজনৈতিক পৰিস্থিতিৰ ভৱিষ্যত অনিশ্চিত কৰি তুলিছিল, তেতিয়া ১৯২৬ চনৰ ডিচেম্বৰত পোন প্ৰথমবাৰৰ কাৰণে অসমত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিৱেশন বহে। সেই অধিৱেশনত সভাপতিত্ব কৰিছিল মাদ্ৰাজৰ খ্যাতনামা অধিবক্তা শ্ৰীনিবাস আয়েঙ্গাৰে। ডি. জি. টেণ্ডুলকাৰে তেওঁৰ 'মহাত্মা' নামৰ কিতাপখনত ১৯২৬ চনৰ গুৱাহাটী কংগ্ৰেছ সম্পৰ্কে বৰ্ণনা কৰি লিখিছে ঃ

"গুৱাহাটীয়ে আগৰ সকলো অভিলেখ ভঙ্গ কৰিলে। চাৰিওফালৰ মনোৰম প্ৰাকৃতিক সৌন্দৰ্যৰ মাজত, ব্ৰহ্মপুত্ৰৰ পাৰত, বিশ্বাস কৰিব নোৱাৰা-ধৰণৰ কমসময়ৰ ভিতৰতে কংগ্ৰেছ অধিৱেশনৰ কাৰণে খাদী কাপোৰৰ মণ্ডপৰ তলত এখন নগৰ গঢ়ি তুলিলে। অসমৰ বাঁহ, অসমৰ বোকামাটি, অসমৰ খেৰেৰে, অসমীয়া শ্ৰমিকে অতি সৰল-সহজভাৱে সুৰুচিসম্পন্ন আৰু কলা-সৌন্দৰ্যৰে সমৃদ্ধ সৰু সৰু জুপুৰি ঘৰবিলাক সাজি তুলিছিল। কংগ্ৰেছৰ সেই অধিৱেশনত দহ হাজাৰজনৰো অধিক লোকে যোগদান কৰিছিল।"

কংগ্ৰেছৰ গুৱাহাটী অধিবেশনৰ আন এটা বিশেষত্ব এয়ে যে, কেইটামান বছৰৰ পিছত মহাত্মা গান্ধীয়ে ইয়াতেই তেওঁৰ ৰাজনৈতিক মৌনতা ভঙ্গ কৰে আৰু বক্তৃতা দিয়ে। মহাত্মাজীয়ে গুৱাহাটী কংগ্ৰেছৰ বিষয়ে উল্লেখ কৰি মন্তব্য কৰিছিল ঃ

"পৱিত্ৰ ব্ৰহ্মপুত্ৰৰ পাৰত, পৃথিৱীত অপ্ৰতিদ্বন্দ্বী বনৰাজি আৰু প্ৰাকৃতিক দৃশ্যৰ শোভাৰ মাজতে আমাৰ নেতাসকলে দেশৰ পৰিস্থিতি সম্পৰ্কে আলোচনা কৰি কাৰ্যসূচী দাঙি ধৰিলে।"

সভাপতিয়ে আসন গ্ৰহণ কৰাৰ পিছতে, সভাপতিৰ অনুৰোধক্ৰমে মহাত্মা গান্ধীয়ে স্বামী শ্ৰদ্ধানন্দৰ হত্যাত শোক প্ৰকাশ কৰি, প্ৰস্তাৱ দাঙি ধৰে। মৌলানা মহম্মদ আলীয়ে সেই প্ৰস্তাৱ সমৰ্থন কৰি, লগতে মন্তব্য কৰে ঃ

"মই মোৰ বিশ্বাসৰ প্ৰতি আৰু সেই কাৰণেই জাতিৰ প্ৰতিও বিশ্বাস ৰখা নহ'ব, যদি মই নকওঁ যে, স্বামী শ্ৰদ্ধানন্দৰ জীৱনৰ কামৰ প্ৰতিটো ভাগৰ সম্পৰ্কে হিন্দুসকলে যেনেকৈ মূল্য দিয়ে, মুছলমানসকলে নিদিয়ে।"

শোক প্ৰস্তাৱত তেওঁৰ এনে উক্তিত প্ৰতিনিধি আৰু দৰ্শকসকলৰ মাজত চাঞ্চল্য সৃষ্টি হৈছিল। তেনে এটা মুহূৰ্ত্তত, সভাপতি আয়েঙ্গাৰে সভাৰ কামত কোনো বিঘিনি নোহোৱাকৈ সকলো কাম সুচাৰুৰূপে সম্পন্ন কৰাত যি বুদ্ধিমত্তা আৰু নিৰপেক্ষ বিচাৰৰ ভূমিকা লৈছিল তাৰ সকলোৱেই শলাগ লৈছিল। ইয়াৰ পৰা সভাপতি আয়েঙ্গাৰৰ উদাৰ আৰু প্ৰগতিশীল ৰাজনৈতিক ভাৱধাৰাৰ প্ৰমাণ পোৱা গৈছিল।

শ্ৰীনিবাস আয়েঙ্গাৰে ১৯২০ চনত মাদ্ৰাজৰ এড্‌ভোকেট জেনেৰেলৰ পদ ত্যাগ কৰি আন্দোলনত যোগ দিয়ে। তেওঁ ১৮৯৮ চনৰ পৰা মাদ্ৰাজ হাইকোৰ্টত ওকালতি কৰে আৰু এজন খ্যাতনামা অধিবক্তা হিচাপে জনাজাত হৈ পৰে। ওকালতিত তেওঁৰ বৰ ভাল উপাৰ্জন হৈছিল। কিন্তু দেশৰ আহ্বান যেতিয়া আহিল, তেতিয়া তেওঁ সকলো এৰি দিলে। তেওঁ মাদ্ৰাজৰ স্নাতকসকলৰ সমৰ্থনৰ পৰা লেজিচ্‌লেটিভ্‌ কাউন্সিলৰ সভ্য নিৰ্বাচিত হৈছিল। সেই পদো তেওঁ এৰি দিলে। গৱৰ্ণমেণ্টে তেওঁক চি.আই.ই. উপাধি দিছিল, তাকো তেওঁ বৰ্জন কৰে।

১৯২১ চনৰ পৰা ১৯২৯ চনলৈকে তেওঁ সক্ৰিয়ভাৱে কংগ্ৰেছৰ অধিবেশনত যোগ দিছিল। দহ বছৰমান মাদ্ৰাজ কংগ্ৰেছৰ তেওঁ অবিসম্বাদী নেতা আছিল। ১৯২৬ চনৰ নিৰ্বাচনত, তেওঁৰ নেতৃত্বত স্বৰাজ্যদল বিশেষভাৱে জয়যুক্ত হয়। তেওঁ নিজেও মাদ্ৰাজৰ পৰা কেন্দ্ৰীয় 'এছেম্বলী'লৈ নিৰ্বাচিত হৈছিল। সেই এছেম্বলীত স্বৰাজ্য দলৰ তেওঁ 'ডেপুটি লিডাৰ' হিচাপে নিৰ্বাচিত হৈছিল।

১৯২৮ চনত তেওঁ য়ুৰোপ পৰিভ্ৰমণ কৰে আৰু তাত ভাৰতীয় জাতীয় কংগ্ৰেছৰ লণ্ডন শাখা পুনৰ জীৱিত কৰি তোলে। লণ্ডনত থকা কালতে তেওঁ সমাজবাদী ভাৱধাৰাৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হয়। সেই সময়তে ভাৰতৰ সংবিধান ৰচনা কৰাৰ উদ্দেশ্যে গঠিত সৰ্বদলীয় সন্মিলনৰ সভাপতি পণ্ডিত মতিলাল নেহৰুৰ নাম অনুসৰি ৰিপোৰ্টখন নেহৰু ৰিপোৰ্ট

বুলি জনা গৈছিল। ৰিপোৰ্টত ভাৰতত উপনিবেশৰ মৰ্যাদা আৰু অধিকাৰ থকা ভাৰতৰ সংবিধানৰ পৃষ্ঠপোষকতা কৰা হৈছিল।

এই ৰিপোৰ্ট দেখি আয়েঙ্গাৰ বিশেষ অসন্তুষ্ট হৈছিল। তেওঁ এই ৰিপোৰ্ট কোনোমতেই গ্ৰহণযোগ্য বুলি ভাবিব পৰা নাছিল। পণ্ডিত মতিলাল নেহৰুৰ লগত তেওঁৰ মতৰ অনৈক্য দেখা দিছিল। তেতিয়া তেওঁ 'স্বাধীনতা লীগ' নামেৰে এটা সংগঠন গঢ়ি তোলে। এই সংগঠনৰ তেওঁ নিজে সভাপতি নিৰ্বাচিত হয়। পণ্ডিত জৱাহৰলাল নেহৰু আৰু নেতাজী সুভাষ চন্দ্ৰ বসু ইয়াৰ সুকীয়া সম্পাদক হয়। জৱাহৰলাল নেহৰুৰ সভাপতিত্বতে ১৯৩০ চনৰ লাহোৰ কংগ্ৰেছত পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল যদিও আয়েঙ্গাৰে ভাবিছিল যে, কংগ্ৰেছৰ ৰাজনীতিৰ লগত তেওঁ নিজক খাপ খুৱাই লবলৈ টান পাইছে। তেতিয়াৰপৰা তেওঁ সক্ৰিয় ৰাজহুৱা জীৱনৰ পৰাই অৱসৰ লয়। এজন বিচক্ষণ বুদ্ধিৰ মানুহ দেশৰ ৰাজনৈতিক মঞ্চৰ পৰা আঁতৰি যোৱাটো এটা ডাঙৰ ক্ষতি হ'ল।

শ্ৰীনিবাস আয়েঙ্গাৰৰ দেউতাকৰ নাম আছিল শেষাদ্ৰী আয়েঙ্গাৰ। মাদ্ৰাজ প্ৰদেশৰ ৰামনাথপুৰম জিলাত শ্ৰীনিবাসৰ জন্ম হয়। মাদ্ৰাজ হাই-কোৰ্টৰ জজ বাৎস্যায়ন আয়েঙ্গাৰৰ জীয়েক ৰঙ্গনায়কীক শ্ৰীনিবাসে বিয়া কৰাইছিল।

১৯৪১ চনত শ্ৰীনিবাস আয়েঙ্গাৰৰ পৰলোক হয়।

# পণ্ডিত মতিলাল নেহৰু

(১৮৬১—১৯৩১)

ভাৰতৰ গাঁৱে-ভূঞে, চুকে-কোণে নেহৰু পৰিয়ালৰ কথা নজনা মানুহ নাই। মতিলাল সেই পৰিয়ালৰ সিংহ-পুৰুষ। ওকালতিত প্ৰতিষ্ঠা লাভ কৰাৰ পিছত তেওঁৰ জীৱন-ধাৰণৰ মানদণ্ড আৰু ধৰণ-কৰণ য়ুৰোপীয়সকলৰ দৰে গঢ় লৈছিল। কিন্তু দেশৰ আহ্বান যেতিয়া আহিল আৰু তেওঁৰ লগত মহাত্মা গান্ধীৰ সংস্পৰ্শ ঘটিল, তেতিয়া মতিলালৰ ভিতৰৰ সেই মানুহজন প্ৰকাশ পালে, যিজনে ভাৰতৰ ৰাজনীতিত দিয়া অৱদানেৰে যুগমীয়া কীৰ্তি ৰাখি গৈছে।

দেউতাক ঢুকুৱাৰ তিনিমাহৰ পিছত, ১৮৬১ চনৰ ৬ মে' তাৰিখে, আগ্ৰাত মতিলাল নেহৰুৰ জন্ম হয়। তেওঁৰ দেউতাকৰ নাম গঙ্গাধৰ কউল নেহৰু আৰু মাকৰ নাম জেৱৰাণী।

তেওঁলোকৰ পূৰ্বপুৰুষসকল কাশ্মীৰৰ মানুহ। তেওঁলোকে কাশ্মীৰৰ পৰা আহি দিল্লীত থাকিবলৈ লৈছিল। মতিলাল নেহৰুৰ ককাক লক্ষ্মী-নাৰায়ণ মোগলসকলৰ আদালতত ইষ্ট ইণ্ডিয়া কোম্পানীৰ উকিল আছিল। তেওঁৰ পুতেক গঙ্গাধৰ দিল্লীত পুলিচৰ কৰ্মচাৰী আছিল। ১৮৫৭ চনৰ চিপাহী বিদ্ৰোহৰ অশান্ত অৱস্থাত গঙ্গাধৰে দিল্লী এৰিব লগা হয়। তেওঁ আহি আগ্ৰাত বসতি লয়। কিন্তু ৩৪ বছৰ বয়সতে তেওঁৰ মৃত্যু হয়।

মতিলাল নেহৰুৰ দেউতাকৰ অকালতে পৰলোক হোৱাত পৰিয়ালটো বৰ বিপদত পৰিব লগা হৈছিল। সৌভাগ্যক্ৰমে মতিলালৰ ককায়েক বংশীধৰ আৰু নন্দলালে নিজৰ ওপৰত থিয় দিব পৰা হ'ল। বংশীধৰে এটা চাকৰি যোগাৰ কৰিছিল। নন্দলাল ক্ষেত্ৰীৰ ৰজাৰ দেৱান হৈছিল। পিছত আইন পাছ কৰি আগ্ৰাত ওকালতি কৰিবলৈ লৈছিল। নন্দলালে মতিলালক তুলি-তালি ডাঙৰ-দীঘল কৰিছিল আৰু পঢ়াইছিল।

বাৰ বছৰমানলৈকে মতিলালে কেৱল আৰবীক আৰু পাৰ্চিয়ানহে পঢ়িছিল। ইংৰাজী পিছত পঢ়িবলৈ লয়। পঢ়া-শুনাতকৈ মতিলালৰ ৰাপ আছিল খেলা-ধূলা, মল্লযুদ্ধ আৰু নানা ধৰণৰ বাহিৰা কামত। তেওঁৰ সকলো কথাতে আছিল অদম্য উৎসাহ। প্ৰবেশিকা পৰীক্ষা পাছ কৰাৰ পাছত মতিলালে এলাহবাদৰ 'মুইৰ'

কলেজত পঢ়িবলৈ যায়। সেই কলেজৰ ইংৰাজ প্ৰিন্সিপাল হেৰিচনে আৰু আন ইংৰাজ অধ্যাপকসকলে এই বলিষ্ঠ তেজোদ্দীপ্ত ল'ৰাজনক ভাল পাইছিল। প্ৰিন্সিপাল হেৰিচনে মতিলালৰ মনত সাঁচ বহুৱাইছিল। হেৰিচনে লিখা এখন চিঠি মতিলালে সযত্নে ৰক্ষা কৰিছিল। মতিলালে বি. এ. পৰীক্ষা দিবলৈ বহিছিল। কিন্তু এখন প্ৰশ্নকাকতৰ উত্তৰ দি, ভাল নহ'ল বুলি ভাবি পৰীক্ষা পূৰাকৈ নিদিলে। তেওঁৰ বি. এ. পাছ কৰা নহ'ল। মতিলালে তেতিয়া 'ভকিল'ৰ পৰীক্ষা দিলে আৰু প্ৰথম স্থান অধিকাৰ কৰি সেই পৰীক্ষাত উত্তীৰ্ণ হ'ল। প্ৰথমতে কানপুৰত তেওঁ ওকালতি কৰিবলৈ আৰম্ভ কৰিলে। অধিবক্তা পণ্ডিত পৃথিনাথৰ তলত তিনিবছৰ 'এপ্ৰেন্‌টিচ্‌শ্বীপ' হৈ থকাৰ পিছত তেওঁ এলাহাবাদলৈ যায়। ককায়েক নন্দলালে তাতে ওকালতি কৰি প্ৰতিষ্ঠিত হৈছিল। ওকালতি কৰিবলৈ মতিলাল এলাহাবাদলৈ অহাত নন্দলাল বৰ সুখী হৈছিল। প্ৰথম মকৰ্দমাটোত কৰা তৰ্ক শুনি ইমান ভাল পাইছিল যে, আদালততে তেওঁ মতিলালক সাবটি ধৰিছিল।

দুৰ্ভাগ্যক্ৰমে ১৮৮৭ চনত ৪১ বছৰ বয়সতে নন্দলালৰ পৰলোক হ'ল। তেতিয়াৰ পৰা নন্দলালৰ বিধৱা পত্নী, দুজনী জীয়েক আৰু পাঁচটা ল'ৰাৰ সংসাৰখনৰ দায়িত্ব মতিলালে ল'ব লগা হ'ল। ল'ৰাকালত মতিলালে খেল, কুষ্টি আদিত বেছি মন দিছিল। এতিয়া তেওঁ সংসাৰ চলাবলৈ ওকালতিত একাগ্ৰপতীয়াকৈ লাগিব লগাত পৰিল।

সেই কালৰ প্ৰথা অনুসৰি মতিলালে সৰুতেই বিয়া কৰাইছিল। প্ৰথম পক্ষৰ পৰা এটি ল'ৰাও জন্ম হৈছিল। কিন্তু মাক আৰু সন্তান দুয়ো ঢুকাল। দ্বিতীয়বাৰ তেওঁ স্বৰূপৰাণীক বিয়া কৰায়। তেওঁ কাশ্মীৰৰ জীয়ৰী। নেহৰু পৰিয়ালতকৈ বহুত পিছতহে তেওঁলোক ভৈয়ামলৈ নামে। স্বৰূপৰাণী দেখিবলৈ অতি সুন্দৰ গঢ়ৰ ধুনীয়া ছোৱালী আছিল। সৰুতে ঘৰত আলসুৱা হৈ ডাঙৰ-দীঘল হোৱা স্বৰূপৰাণীয়ে বহুতো সম্পৰ্কীয় মানুহৰে ভৰপূৰ আৰু কৰ্তৃত্বাভিমানী শাহুৱেকৰ পৰিচালিত তেওঁৰ স্বামীৰ ঘৰখনত নিজকে খাপ খুৱাই লোৱাটো তিমান সহজ নাছিল। মতিলাল আৰু স্বৰূপৰাণী আদৰ্শ দম্পতী। দেখাই-শুনায়ো তেওঁলোক ভাল মিলিছিল। তেওঁলোকৰ বিবাহিত জীৱন বৰ সুখৰ আছিল। এওঁলোকৰ একমাত্ৰ পুত্ৰ সন্তান হৈছে জৱাহৰলাল আৰু দুজনী জীয়েক—বিজয়লক্ষ্মী পণ্ডিত আৰু কৃষ্ণা হাথী সিং।

মতিলাল নেহৰুৱে অতি কম সময়ৰ ভিতৰতে ওকালতিত নাম কৰি প্ৰচুৰ ধন উপাৰ্জন কৰিবলৈ ধৰিলে। কে. এন. কাটজুৱে মতিলালৰ কৃতকাৰ্যতাৰ কাৰণ ব্যাখ্যা কৰি লিখিছে ঃ

"মতিলাল দেখিবলৈ শুৱনি আছিল। তেওঁ পোছাক পৰিচ্ছদ ভালকৈ পিন্ধিছিল। তেওঁৰ বাগ্মীতা আছিল বুলি ক'ব নোৱাৰি ; কিন্তু যুক্তি-তৰ্কত চোকা আছিল। তেওঁৰ পৰা যেন আনন্দ আৰু ৰহস্যৰ ধুমুহা বৈছিল। ...... পণ্ডিত মতিলাল নেহৰু যেতিয়া আদালতত উপস্থিত হৈছিল আৰু কবলৈ থিয় হৈছিল, তেতিয়া বায়ুমণ্ডল ৰ'দালিৰে উদ্ভাসিত হৈ উঠিছিল। কিন্তু এই সকলোৱেও মতিলালক ওকালতিত উচ্চ আসন দিব নোৱাৰিলেহেঁতেন যদি সৰু কালৰ দৰে অন্য বাহিৰা কথাত মন দি একাগ্ৰভাৱে ওকালতিৰ কামত পৰিশ্ৰম নকৰিলেহেঁতেন।" তেওঁ ৰাতি বহুত পৰলৈকে আইনৰ কিতাপ আৰু জবানবন্দী মন দি পঢ়িছিল আৰু অতি পুৱাতেই উঠি মক্কেলৰ লগত কথা হবলৈ সাজু হৈছিল। মতিলালে দেৱানী মকৰ্দমা বেছিকৈ লৈছিল। জমিদাৰ বা ধনী মক্কেলৰ মাটি বা অন্য সম্পত্তিৰ দেৱানী মকৰ্দমাত তেওঁৰ ভাল উপাৰ্জন হৈছিল। ৰাণী কিশোৰীৰ জমিদাৰীৰ সংক্ৰান্তৰ মকৰ্দমাটোৰ তেওঁ উকিল আছিল। ই তেওঁ সক্ৰিয়ভাৱে ওকালতি নকৰা হোৱালৈকে ত্ৰিশ বছৰৰো ওপৰ চলিছিল।

মতিলালে উপাৰ্জন যেনেকৈ কৰিছিল, খৰচো তেনেকৈ কৰিছিল। এলাহাবাদৰ ঘন বসতিপূৰ্ণ ঠাইৰ পৰা তেওঁ এলগিন ৰোডৰ য'ত য়ুৰোপীয়ানসকলে চাৰিওফালে মুকলি ঠাইৰ নিৰ্জনতাৰ মাজত বাস কৰিছিল, তেনে এটুকুৰা ঠাইলৈ উঠি গ'ল। তাত এটা ঘৰ কিনি লৈ বহুত টকা ভাঙি ঘৰটো আধুনিক হিচাপে পুনৰ নিৰ্মাণ কৰিলে। ঘৰটোৰ নাম দিলে 'আনন্দ ভৱন'।

১৮৯৯, ১৯০০, ১৯০৫ আৰু ১৯০৯ চনত তেওঁ য়ুৰোপলৈ যাওঁতে, 'আনন্দ ভৱন'ৰ কাৰণে উপযোগী আচবাব-পত্ৰ, সাজ-সৰঞ্জাম আদি কিনি আনিছিল। ১৯০৪ চনত তেওঁ এখন মটৰগাড়ী আমদানী কৰি আনে। এলাহাবাদত এইখনেই আছিল প্ৰথম গাড়ী। তাৰ পিছতো য়ুৰোপলৈ যাওঁতে তেওঁ দুখন মটৰ গাড়ী কিনি আনিছিল। তেওঁৰ কেবাখনো ঘোঁৰা-গাড়ী আছিল। আৰবীয়ান ঘোঁৰাৰ যথেষ্ট ডাঙৰ আস্তাবলো ৰাখিছিল। খোজ কাঢ়িবলৈ শিকাৰ পৰাই তেওঁৰ ল'ৰা-ছোৱালীয়ে ঘোঁৰাত উঠিবলৈ শিকিছিল।

মতিলালৰ আত্মবিশ্বাসে সফলতা আনিছিল। আকৌ সফলতাই তেওঁৰ আত্মবিশ্বাস বঢ়াইছিল। তেওঁ মিছা বিনয় নেদেখুৱাইছিল। তেওঁৰ কৃতকাৰ্যতাৰ কাৰণে তেওঁ পূৰা যশস্যা লৈছিল। তেওঁ ভালকৈ থাকি, ভালকৈ খাই মেলি, ৰং-ৰহইছ কৰি ভাল পাইছিল। ওকালতিত যেনেকৈ তেওঁ কঠোৰ পৰিশ্ৰম কৰিছিল, আজৰি সময়ত তেনেকৈ আনন্দ কৰিছিল আৰু মল্লযুদ্ধ বা চিকাৰ আদি কৰিও ভাল পাইছিল।

য়ুৰোপ ভ্ৰমণ কৰি অহাৰ পিছত, সেই সময়ৰ সমাজৰ দস্তুৰ মতে মতিলালকো প্ৰায়শ্চিত্ত হবলৈ কোৱা হ'ল। মতিলালে তেনে কথা সহ্য নকৰিছিল। তেওঁ প্ৰায়চিত্ত হ'বলৈ অস্বীকাৰ কৰাত, সমাজে তেওঁক এৰি থৈছিল। কিন্তু তাৰ কাৰণে মতিলালে অকণো চিন্তা কৰা নাছিল। য়ুৰোপ ঘূৰি অহাৰ পাছত মতিলালৰ জীৱনৰ ধৰণ-কৰণ বেগাই পশ্চিমীয়া হবলৈ ধৰিলে। খোৱাৰ মেজত কাটা চামুচ উঠিল। ল'ৰা-ছোৱালীৰ তত্ত্বাৱধান লবলৈ য়ুৰোপীয 'গভাৰ্নেছ' ৰখা হ'ল। ওপৰ খাপৰ আই.চি.এছ বিষয়াসকলৰ লগত তেওঁৰ বন্ধুত্ব হৈছিল। ১৯২০ চনত লেফটেনাণ্ট গৱৰ্ণৰলৈকে প্ৰমোচন পোৱা বিষয়া ছাৰ হাৰকোৰ্ট বাট্‌লাৰে কৈছিল যে, মতিলালৰ লগত তেওঁৰ ত্ৰিশ বছৰৰ বন্ধুত্ব। গৱৰ্ণমেণ্ট হাউচ আৰু আনন্দ-ভৱনৰ সম্পৰ্ক সৌহাৰ্দ্যপূৰ্ণ আছিল। তেওঁলোকৰ পৰস্পৰৰ ভিতৰত ৰাতিৰ খোৱা বা চাহ-মেললৈ নিমন্ত্ৰণ কৰাটো দস্তুৰৰ দৰে হৈ পৰিছিল। ১৯১১ চনত দিল্লীত সম্ৰাট পঞ্চম জৰ্জৰ দৰবাৰলৈ মতিলাল নেহৰুক সপৰিয়ালে নিমন্ত্ৰণ কৰা হৈছিল। লেফটেনেণ্ট গৱৰ্ণৰৰ লগত স্বকীয়া ট্ৰেইনৰে তেওঁলোক দিল্লীলৈ গৈছিল। লণ্ডনত থকা জৱাহৰলাললৈ 'কেবল' কৰি, মতিলালে দৰবাৰৰ কাৰণে বিশেষ পোছাক-পৰিচ্ছদ বিলাতৰ পৰা কৰাই আনিছিল। লেফটেনেণ্ট গৱৰ্ণৰৰ স্বকীয়া কেম্পত তেওঁলোকক থাকিবলৈ দিয়া হৈছিল। তেওঁলোকৰ থকা-মেলাৰ সুবিধাৰ কাৰণে বিশেষভাৱে চকু ৰখা হৈছিল। ৰজা-ৰাণীৰ সম্বৰ্দ্ধনাত তেওঁলোকে যোগ দিছিল।

মতিলাল নেহৰুৱে পশ্চিমীয়া ধৰণ-কৰণ লৈছিল যদিও আৰু জাতি-প্ৰথাৰ অত্যাচাৰৰ বিৰুদ্ধে বিদ্ৰোহ কৰিলেও ভাৰতৰ পুৰণি যুটীয়া পৰিয়াল তেওঁ পৰিত্যাগ কৰা নাছিল। দূৰ সম্পৰ্কীয় লোকসকলৰ প্ৰতিও তেওঁ সামাজিক কৰ্তব্য পালন কৰিছিল। তেওঁক ওপজাৰে পৰা তুলি-তালি ডাঙৰ-দীঘল

কৰা ককায়েক নন্দলালৰ প্ৰতি থকা তেওঁৰ ঋণ তেওঁ কেতিয়াও পাহৰা নাছিল। ভতিজা ল'ৰা-ছোৱালীকেইটাক নিজৰ ল'ৰা-ছোৱালীৰ দৰে তেওঁ লালন-পালন 'কৰিছিল। আনহাতে তেওঁৰ জীৱন পশ্চিমীয়া ধৰণৰ হ'লেও, তেওঁৰ পত্নী স্বৰূপৰাণীৰ পুৰণি কথাবিলাকত পূৰা বিশ্বাস আছিল। স্বৰূপৰাণীয়ে তেওঁৰ ঘৰত কাটা চামোচ আৰু য়ুৰোপীয় গৃভাৰ্নেছ আদি সহ্য কৰিছিল যদিও হিন্দুৰ ধৰ্ম-গ্ৰন্থ, পূজা-সেৱা আৰু পুৰণি ৰীতি-নীতিৰ প্ৰতি থকা তেওঁৰ আস্থা অলপো কমা নাছিল। তেওঁ মাজে সময়ে হৰিদ্বাৰ, কাশী আদি ঠাইলৈ তীৰ্থ-যাত্ৰা কৰিবলৈ গৈছিল। মতিলালে প্ৰায়ে ৰহস্য কৰি কৈছিল যে, স্বৰূপৰাণী হিন্দুৰ শ্ৰেষ্ঠ তীৰ্থস্থান প্ৰয়াগতে আছেই, তেওঁৰ কাৰণে জাপান-আমেৰিকালৈ যোৱাহে বেছি উপযোগী হ'ব।

স্বৰূপৰাণীৰ ভনীয়েক ৰাজৱতী সৰুতেই বিধবা হয়। তেওঁ প্ৰায়েই এলাহাবাদত স্বৰূপৰাণীৰ লগত থাকিছিলহি। তেওঁৰ পূজা-পাৰ্বন উপবাস চলিয়েই থাকিছিল। নন্দলালৰ বিধৱা পত্নীয়েও হিন্দু বিধবাৰ সকলো নিয়ম পালন কৰিছিল। এনেকৈ আনন্দ ভৱন ধৰ্ম আৰু নীতি-নিয়ম পালনৰ এটা শক্তিশালী কেন্দ্ৰ আছিল। মতিলালে কেতিয়াও তাত হস্তক্ষেপ কৰা নাছিল বা কৰাৰ কথা ভবাও নাছিল। আনন্দ ভৱনত প্ৰত্যেকেই নিজৰ মতে চলিব পাৰিছিল।

ওকালতি আৰম্ভ কৰাৰ পৰা কিছু বছৰলৈ মতিলাল ৰাজনীতিত বৰকৈ লিপ্ত হোৱা নাছিল। ধীৰপন্থী হিচাপে মতিলালে ৰাজনীতি আৰম্ভ কৰে। বঙ্গ-ভঙ্গৰ ঘোষণা হোৱাৰ পিছত, গোখলেৰ সভাপতিত্বত বেনাৰসত কংগ্ৰেছৰ যি অধিৱেশন বহিছিল, তাত মতিলালে যোগ দিছিল। সেই অধিৱেশনতে ধীৰপন্থী আৰু উগ্ৰপন্থীসকলৰ মাজত মুকলিভাৱে সংঘাত সৃষ্টি হোৱাৰ আশঙ্কা হৈছিল। কিন্তু কোনোমতে তেনে একো নোহোৱাকৈ থাকিল। মতিলাল গোখলেৰ গুণগ্ৰাহী আছিল। গোখলে আৰু ফিৰোজশ্বাহ মেহটাৰ তেতিয়াৰ শাসন-সংস্কাৰৰ সুবিধা লোৱাৰ যি ৰাজনীতি, তাৰ প্ৰতি তেওঁৰ সমৰ্থন আছিল। ১৯০৭ চনৰ মাৰ্চ মাহত এলাহাবাদত যুক্ত প্ৰদেশৰ প্ৰথম প্ৰাদেশিক সন্মিলন হয়। মতিলাল তাৰ সভাপতি আছিল। সভাপতিৰ অভিভাষণত তেওঁ কয় যে, ভাৰত বহুত বিষয়ত ইংলণ্ডৰ ওচৰত ঋণী। তেতিয়া তেওঁ ধীৰপন্থীসকলৰ মত সমৰ্থন কৰিছিল। ১৯১০ চনত

তেওঁ প্ৰাদেশিক কাউন্সিললৈ প্ৰতিদ্বন্দ্বিতা কৰে। নিৰ্বাচনত জয়লাভ কৰি তেওঁ কাউন্সিলত চৰকাৰী নীতিৰ তীব্ৰ সমালোচনা কৰিছিল আৰু চৰকাৰ পক্ষক ব্যতিব্যস্ত কৰি তুলিছিল। সেই সময়ত পুতেক জৱাহৰলাল লণ্ডনত কেম্ব্ৰিজ য়ুনিভাৰ্ছিটিৰ ছাত্ৰ আছিল। মতিলালে পুতেকলৈ লিখা চিঠিত তেওঁৰ ৰাজনৈতিক মতামতো জনাইছিল। হয়তো জৱাহৰলালক উগ্ৰপন্থী ৰাজনীতিৰ পৰা আঁতৰত ৰখাৰ ভাবতেই মতিলালে তেওঁৰ চিঠিত উগ্ৰপন্থী-সকলক তীব্ৰ ভাষাত সমালোচনা কৰিছিল আৰু তেওঁলোকৰ মজলিছত যোগ নিদিবলৈ পৰামৰ্শ দিছিল। জৱাহৰলালে তাৰ উত্তৰত দেউতাকলৈ লিখি-ছিল ঃ "মোৰ দৃঢ়বিশ্বাস যে কেইবছৰমানৰ ভিতৰত তথাকথিত ধীৰপন্থী বুলি কোনো নেথাকিব। বৰ্তমান তেওঁলোকে যি পদ্ধতি অনুসৰণ কৰিছে, সি তেওঁলোকৰ দলক দ্ৰুত বেগেৰে ধ্বংসৰ পিনে লৈ গৈছে।" মতিলালে লিখিছিল ঃ "মই তোমাৰ ৰাজনীতি সমৰ্থন নকৰো।"

মতিলাল আৰু জৱাহৰলালৰ ভিতৰত কোনে কাৰ ওপৰত কিমান ৰাজনৈতিক প্ৰভাৱ পেলাইছিল কোৱা টান। প্ৰথমছোৱাত মতিলালে জৱা-হৰলালক উগ্ৰ সক্ৰিয় ৰাজনীতিৰ ঘূৰ্ণিবায়ুৰ পাকত পৰাটো নিবিচাৰিছিল। কিন্তু পাছলৈ মাজে মাজে মতিলাল আৰু জৱাহৰলালৰ ৰাজনৈতিক দৃষ্টি-ভঙ্গীৰ পাৰ্থক্য দেখা দিলেও তেওঁলোক যে ৰাজনৈতিক ক্ষেত্ৰত সহযোগী সহযাত্ৰী আছিল তাত সন্দেহ নাই।

১৯১৭ চনত 'হমৰুল লীগ'ৰ কামত ব্যস্ত থাকোতে, এনী বেছান্তক গ্ৰেপ্তাৰ কৰি অন্তৰীণ বন্দী কৰি ৰখাত, দেশত ভীষণ প্ৰতিক্ৰিয়াৰ সৃষ্টি হয়। সেই অৱস্থাত জৱাহৰলালে 'হমৰুল লীগ'ত যোগ দি, দেউতাক মতি-লালকো তাত যোগ দিবলৈ বৰকৈ ধৰিছিল। কিন্তু প্ৰথমতে মতিলাল ৰাজী হোৱা নাছিল যদিও পিছত তেওঁ 'হ'মৰুল লীগ'ত যোগ দিয়ে।

১৯১৮ চনৰ আগষ্টত মণ্টেগু-চেমছফৰ্ড শাসন-সংস্কাৰ সম্পৰ্কে আহ্বান কৰা কংগ্ৰেছৰ বিশেষ অধিৱেশনত মতিলাল আৰু জৱাহৰলাল দুয়ো উপ-স্থিত আছিল। নৰমপন্থীসকলে তেতিয়া কংগ্ৰেছৰ পৰা ওলাই গৈ সুকী-য়াকৈ 'জাতীয় উদাৰনৈতিক ফেডাৰেচন' গঠন কৰিছিল। নৰমপন্থীসকল মণ্টেগু-চেমছফৰ্ড শাসন-সংস্কাৰ গ্ৰহণ কৰাৰ পক্ষপাতী আছিল। মতিলাল নেহৰু নৰমপন্থী আছিল যদিও তেওঁলোকৰ এই কথাত একমত হ'ব

পৰা নাছিল । তেওঁ তেতিয়া নৰমপন্থীসকলৰ দলৰ পৰা আঁতৰি আছে ।

ভাৰতৰ এই সময়ৰ ৰাজনৈতিক ঘটনা-প্ৰবাহত মতিলালৰ পুতেক জৱাহৰলালৰ সৈতে মহাত্মা গান্ধী বলিষ্ঠ সহযোগী হৈ পৰিল । আবেদন-নিবেদন, প্ৰতিবাদ, সমালোচনা, ওজস্বিনী বক্তৃতা আৰু দাবী-দাৱা কৰিয়েই ক্ষান্ত থকা ৰাজনীতিৰ পৰিৱৰ্তে, গান্ধীয়ে যেতিয়া পোনপ্ৰথম অহিংস নীতি অনুসৰণ কৰি গণ-আন্দোলন কৰাৰ আঁচনি দাঙি ধৰিলে, তেতিয়া ডেকা জৱাহৰলাল গান্ধীৰ প্ৰতি আকৃষ্ট হৈ পৰিল। ১৯১৯ চনত পঞ্জাবৰ সমস্যা লৈ গান্ধী আৰু মতিলাল লাহোৰত একেলগ হয় । মতিলাল আৰু গান্ধীৰ ভিতৰত তাত ভাবৰ আদান-প্ৰদান হয় । মতিলাল ৰাজনীতিত গান্ধীজীৰ লগলৈ আহে। ১৯২০ চনৰ কলিকতা কংগ্ৰেছত প্ৰবীণ নেতা-সকলৰ ভিতৰত একমাত্ৰ মতিলালে গান্ধীজীৰ অসহযোগৰ প্ৰস্তাৱত পূৰ্ণ সমৰ্থন দিছিল।

অসহযোগ আন্দোলনত যোগ দি মতিলালে যুক্ত প্ৰদেশৰ কাউন্সিলৰ পৰা তেওঁৰ সদস্য পদ ইস্তফা দিয়ে, ওকালতি বৰ্জন কৰে, আৰু তেওঁৰ কুকুৰ, ঘোঁৰা, বাগী আদি সকলো বিক্ৰী কৰি দিয়ে । বাবুৰ্চি, খানচামা আৰু চাকৰ-বাকৰ আদিৰ সংখ্যাও কোনোমতে নহ'লেই নচলা সংখ্যালৈ কমাই পেলালে । বিদেশী কাপোৰ আৰু সাজ-সৰঞ্জামবিলাক গাড়ীয়ে গাড়ীয়ে ভৰাই নি ৰাজহুৱাভাৱে প্ৰজ্বলিত জুইত পুৰি পোলাৱা হ'ল। 'আনন্দ ভৱন'ৰ নতুন জন্ম হ'ল । এলাহাবাদৰ ওপৰ খাপৰ ধনী-মানী লোকসকলৰ পৰিৱৰ্তে আনন্দ ভৱনত, হাতেকটা, হাতেবোৱা খদ্দৰ কাপোৰ পিন্ধা সাধাৰণ মানুহৰ অহা-যোৱা হ'বলৈ ধৰিলে । মতিলালে তেওঁৰ আগৰ বিলাতী কোট পেণ্ট এৰি খদ্দৰৰ ধুতি-কুৰ্তা আৰু গান্ধী টুপী পিন্ধিবলৈ ল'লে।

অসহযোগ আন্দোলনে দেশত কেনেধৰণৰ যে এটা পৰিৱৰ্তন আনিছিল, মতিলাল তাৰে এটা উজ্জ্বল দৃষ্টান্ত। তেওঁ নিজৰ পৰাই সকলো ত্যাগ কৰিছিল। তেওঁ লিখিছিল:

"ইমানদিন টকাই মোক খেদি ফুৰিছিল। এতিয়া টকা অহাৰ দুৱাৰ-খন মই জোৰেৰে বন্ধ কৰি দিছোঁ।"

১৯৩০ চনৰ ছয় এপ্ৰিলত, যিদিনা গান্ধীয়ে দাণ্ডীৰ সাগৰৰ পাৰত লোণ আইন ভঙ্গ কৰি নিমখৰ মুঠি হাতত তুলি লৈ জাতীয় সপ্তাহ আৰম্ভ কৰিলে সেইদিনাই মতিলালে তেওঁৰ ঘৰটো—'আনন্দ-ভৱন' জাতিৰ উদ্দেশ্যে কংগ্ৰেছৰ হাতত অৰ্পণ কৰিলে। সেই ঘৰতে নিখিল ভাৰত কংগ্ৰেছৰ কেন্দ্ৰীয় কাৰ্যালয় ১৯৪৬ চনত দিল্লীলৈ স্থানান্তৰিত নোহোৱালৈকে আছিল। মতিলালে নিজৰ কাৰণে 'আনন্দ ভৱন'ৰ ওচৰতে সৰুকৈ এটা ঘৰ সাজি লৈছিল। সেই ঘৰটোৰ নাম দিছিল 'স্বৰাজ ভৱন'।

মতিলালৰ ত্যাগৰ কাহিনীবিলাক নানাভাৱে দেশত প্ৰচাৰ হৈছিল। ভাৰতত মানুহৰ মনত সাংসাৰিক সুখ-সুবিধা, সা-সম্পত্তি ত্যাগৰ মহিমা বৰ বেছি। মতিলাল, চিত্তৰঞ্জনৰ দৰে লোকৰ ত্যাগৰ কথাই জনসাধাৰণৰ ওপৰত বিশেষ প্ৰভাৱ পেলাইছিল। অসহযোগ আন্দোলনত ভাবোচ্ছ্বাস সৃষ্টি হয়। মতিলাল ভাবপ্ৰৱণতাত উটি যোৱা নাছিল যদিও অসহযোগ আন্দোলনৰ ধৰ্মভাবৰ কথাবিলাকে তেওঁক স্পৰ্শ কৰা নাছিল বুলি ক'ব নোৱাৰি। তেওঁ এডুইন আৰ্ণল্ডৰ গীতাৰ ভাঙনি পঢ়িবলৈ লৈছিল। কিছু দিনলৈকে মাছ-মাংস খোৱাও বাদ দিছিল। পত্নী স্বৰূপৰাণী আৰু বোৱাৰী কমলা নিৰামিষাহাৰী হৈছিল।

মতিলাল, জৱাহৰলাল আৰু পৰিয়ালৰ আটাইকেইজনেই নিজৰ নিজৰ-ভাৱে অসহযোগ আন্দোলনত দেহেকেহে খাটিবলৈ লাগি গ'ল। ১৯২১ চনৰ সাত ডিচেম্বৰত মতিলাল আৰু জৱাহৰলালক পুলিচে গ্ৰেপ্তাৰ কৰি লৈ যায়। স্বৰূপৰাণীয়ে এই বিচ্ছেদ সহিবলৈ টান পাইছিল। কিন্তু ধৈৰ্য ধৰি কৈছিল যে, তেওঁ তেওঁৰ স্বামী আৰু মৰমৰ একমাত্ৰ পুতেকক দেশৰ হকে জেললৈ পঠোৱাৰ সৌভাগ্য লাভ কৰি আনন্দ পাইছে।

দুয়োজনৰে পৃথক বিচাৰত মতিলাল আৰু জৱাহৰলাল দুয়োৰে ছমাহকৈ জেল আৰু ৫০০্ টকা জৰিমনা হয়।

ইতিমধ্যে চৌৰি-চৌৰাৰ ঘটনাৰ কাৰণে, গান্ধীজীৰ পৰামৰ্শমতে, কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে অসহযোগ আন্দোলন স্থগিত ৰাখে। আন্দোলন এনেকৈ বন্ধ কৰাটো মতিলালে ভাল নেপালেও, জেলৰ পৰা ওলাই আহি তেওঁ এলাহাবাদৰ এখন মিটিঙত কৈছিল:

"গান্ধীজীৰ নেতৃত্বত আমি যি গণ-যুদ্ধত লিপ্ত হৈছো, তাত আমি এটা

সম্পূৰ্ণ নতুন পথ লৈছো। ইতিহাসত কোনেও শুশুনা একেবাৰে এক নতুন অস্ত্ৰেৰে আমি যুদ্ধ কৰিছো। আমি নিজৰ ভুলৰ পৰাহে শিকিব পাৰো। বতাহৰ গতি চাই আমাৰ জাহাজখনৰ গতি আমি নিৰূপণ কৰিব লগা হ'ব পাৰে। সন্মুখৰ চাকনৈয়া আৰু বাধা অতিক্ৰম কৰিবলৈ আমি জাহাজখন আন বাটেদি নিব লগা হ'ব পাৰে, কুঁৱলি পৰিষ্কাৰ নোহোৱালৈকে আমি জাহাজখনৰ লঙ্গৰ পেলাব লাগিব পাৰে। কিন্তু আমাৰ লক্ষ্য পৰিৱৰ্তন কৰাৰ অথবা আমাৰ অভিযানৰ কাৰণে যিখন জাহাজ 'চাৰ্টাৰ' কৰি লৈছো, সেইখন বদলি কৰাৰ প্ৰশ্ন নুঠে।"

অসহযোগৰ পিছৰ অৱস্থাত মতিলালে দেশবন্ধুৰ লগত লগ হৈ দেশৰ সন্মুখত কাউন্সিল প্ৰৱেশৰ (Council Entry) আঁচনি দাঙি ধৰিলে। এই প্ৰশ্ন লৈ কংগ্ৰেছৰ নেতাসকলৰ মাজত দুটা ভাগ হ'ল। এটা কাউন্সিলত সোমোৱাৰ পক্ষে আৰু আনটো পৰিৱৰ্তন-বিৰোধী আছিল আৰু তেওঁলোক কাউন্সিলত নোসোমাই, গঠনমূলক কাম কৰাৰ পক্ষপাতী আছিল। বাবু ৰাজেন্দ্ৰ-প্ৰসাদ, ছৰ্দাৰ বল্লভভাই পেটেল, চক্ৰৱৰ্তী ৰাজাগোপালাচাৰী প্ৰমুখ্যে নেতাসকল পৰিৱৰ্তন-বিৰোধী দলত আছিল। গয়া কংগ্ৰেছত কাউন্সিলত প্ৰৱেশ কৰাৰ প্ৰস্তাৱটোৰ সপক্ষে হ'ল ৮৯০ টা ভোট আৰু বিপক্ষে ১৭৪০ টা ভোট। ইয়াৰ পিছত দেশবন্ধু চিত্তৰঞ্জন দাস আৰু মতিলালে স্বকীয়াকৈ স্বৰাজ্য দল গঠন কৰে। এই দলে কংগ্ৰেছৰ সংবিধান আৰু অসহযোগৰ কাৰ্যসূচী মানিছিল ; কিন্তু কাউন্সিল-প্ৰৱেশ সম্পৰ্কে স্বাধীনভাৱে বাট বুলিবলৈ স্থিৰ কৰিছিল। কাউন্সিলত সোমাই গৱৰ্ণমেণ্টৰ লগত সহযোগিতা কৰা তেওঁ-লোকৰ উদ্দেশ্য নাছিল। তেওঁলোকৰ উদ্দেশ্য আছিল কাউন্সিলৰ ভিতৰত প্ৰমাণ কৰি দেখুওৱা যে, শাসন–সংস্কাৰ এটা ভুৱা আৰু ই ভাৰতৰ ৰাইজক কৰা এটা প্ৰৱঞ্চনা। কাউন্সিলৰ ভিতৰৰ পৰা অচল অৱস্থা সৃষ্টি কৰাও তেওঁলোকৰ উদ্দেশ্য আছিল। তেওঁলোকৰ ভিতৰত যিয়েই পাৰ্থক্য নথাকক, পৰিৱৰ্তন-বিৰোধী দল আৰু স্বৰাজ্য দল, দুয়োপক্ষই কংগ্ৰেছ আৰু গান্ধীৰ প্ৰতি আনুগত্য প্ৰকাশ কৰিছিল। মৌলানা আজাদৰ সভাপতিত্বত ১৯২৩ চনত দিল্লীত বহা কংগ্ৰেছৰ বিশেষ অধিৱেশনত অসহযোগৰ নীতি দোহাৰি যিসকলৰ ধৰ্ম বা বিবেকৰ আপত্তি নাই, তেওঁলোকক নিৰ্বাচনত যোগ দিবলৈ অনুমতি দিয়া হয়। জৱাহৰলালে কংগ্ৰেছৰ দুটা ভাগ মিলাবলৈ চেষ্টা কৰিছিল। কিন্তু নিজে স্বৰাজ্য

দলত যোগ দিয়া নাছিল। দেশবন্ধু চিত্তৰঞ্জন দাসে বহুত চেষ্টা কৰিও জৱাহৰলালক স্বৰাজ্য দলত যোগ দিবলৈ সম্মত কৰাব পৰা নাছিল। ১৯২৩ চনৰ অক্টোবৰত স্বৰাজ্য দলে তেওঁলোকৰ নিৰ্বাচনী ঘোষণা-পত্ৰত, স্বৰাজ্য দল কংগ্ৰেছৰ ভিতৰৰ এটা দল আৰু কংগ্ৰেছৰ এটা অংশ বুলি বৰ্ণনা কৰে।

নিৰ্বাচনত স্বৰাজ্য দলে বিশেষ সফলতা লাভ কৰে। কেন্দ্ৰীয় এছেম্ব্লীত এশ এখন নিৰ্বাচিত আসনৰ ভিতৰত স্বৰাজ্য দলে ৪২ খন আসন লাভ কৰে। বঙ্গত স্বৰাজ্য দল আটাইতকৈ সংখ্যাগৰিষ্ঠ গোট আছিল। যুক্ত প্ৰদেশ আৰু অসমত স্বৰাজ্য দলে দ্বিতীয় স্থান অধিকাৰ কৰে। মতিলাল কেন্দ্ৰীয় এছেম্ব্লীত আৰু দেশবন্ধু বঙ্গ কাউন্সিলত স্বৰাজ্য দলৰ নেতা নিৰ্বাচিত হয়।

মতিলাল নেহৰুৰ নেতৃত্বত কেন্দ্ৰীয় লেজিছলেটিভ এছেম্ব্লীত স্বৰাজ্য দলে বিৰোধী দল হিচাপে বিশেষ ভূমিকা লৈছিল। ১৯২৪ চনৰ আঠ ফেব্ৰুৱাৰী তাৰিখে অনা স্বৰাজ্য দলৰ সভ্য দেৱান বাহাদুৰ ৰঙ্গচাৰীয়াৰে ভাৰতক ব্ৰিটিছ সাম্ৰাজ্যৰ ভিতৰত এখন উপনিবেশৰ মৰ্যাদা দিবলৈ, ভাৰত-শাসন আইন সংশোধন কৰা বিষয়ে ঘূৰণীয়া মেজমেল বহুৱাবলৈ দাবী কৰি এটা বেচৰকাৰী প্ৰস্তাৱ দাঙি ধৰে। মতিলালে তাৰ সংশোধনী দি প্ৰস্তাৱ কৰে যে নতুন সংবিধান 'প্ৰতিনিধিমূলক ঘূৰণীয়া মেজমেলে' ৰচনা কৰিব লাগে আৰু ভাৰতত নতুনকৈ নিৰ্বাচিত লেজিচলেটিভ কাউন্সিলত অনুমোদিত হোৱাৰ পিছত ব্ৰিটিছ পাৰ্লিয়ামেণ্টে ইয়াৰ ওপৰত আইন কৰিব লাগে। ৭৬ জন সদস্যই এই সংশোধিত প্ৰস্তাৱৰ পক্ষে আৰু ৪৮ জনে বিপক্ষে ভোট দিয়ে। জিন্না আৰু পণ্ডিত মদন মোহন মালব্যৰ নেতৃত্বত থকা মুছলমান আৰু নৰমপন্থী সদস্যসকলে স্বৰাজ্য দলৰ লগত একেলগে ভোট দিয়াত প্ৰস্তাৱটো গৃহীত হ'ব পাৰিলে। এনেদৰে স্বৰাজ্য দলৰ বাহিৰেও অন্য সদস্যৰ সমৰ্থন লাভ কৰিব পৰাটো মতিলালৰ কৃতিত্বৰ পৰিচায়ক। স্বৰাজ্য দলে জিন্না আৰু মালব্যৰ গোট দুটাৰ সহায়ত বাজেটৰ চাৰিটা মঞ্জুৰী আৰু ফাইনেন্স বিলখন দাঙি ধৰাৰ সময়তে নাকচ কৰিবলৈ সমৰ্থ হয়। বৰলাটে পুনৰ বিবেচনা কৰিবলৈ ঘূৰাই পঠাওঁতেও, বিলখন অগ্ৰাহ্য হয়। পাৰ্লিয়ামেণ্টৰী দস্তুৰমতে এনেকৈ গৱৰ্ণমেণ্ট পৰাজিত হোৱাৰ পিছত পদত্যাগ কৰাৰ বাহিৰে তেওঁলোকৰ গত্যন্তৰ নাছিল। কিন্তু তেতিয়া ভাৰতত যি শাসন-ব্যৱস্থা চলিছিল, সি বৰলাটক স্বেচ্ছাচাৰী ক্ষমতা দি ৰাখিছিল। লেজিচলেটিভ কাউন্সিলৰ ৰায় তেওঁ অগ্ৰাহ্য কৰিব পাৰিছিল।

স্বৰাজ্য দলৰ মুখ্য উদ্দেশ্য আছিল কাউন্সিলৰ ভিতৰত অসহযোগিতা। কিন্তু দুৰ্ভাগ্যক্রমে মধ্যপ্রদেশৰ লেজিচলেটিভ কাউন্সিলৰ স্বৰাজ্য দলৰ সভাপতিয়ে অসহযোগিতাৰ নীতি উলঙ্ঘন কৰি, গৱৰ্ণৰৰ একজিকিউটিভ কাউন্সিলৰ এখন আসন গ্ৰহণ কৰিলে। অবিলম্বে মতিলালে ইয়াৰ নিন্দা কৰিলে। কিন্তু স্বৰাজ্য দলত এনেবিলাক কথা লৈ তেতিয়া ফাট মেলাৰ ভয় হৈছিল। কেইজনমান নেতা স্বৰাজ্য দলে বিষয়-বাব লোৱাৰ পক্ষপাতী আছিল। মতিলালে তাৰ বিৰোধিতা কৰিছিল। আঠ মাৰ্চত কানপুৰ কংগ্ৰেছৰ নিৰ্দেশমতে স্বৰাজ্য দলে কাউন্সিল পৰিত্যাগ কৰি ওলাই আহিল। সেই সময়ত সাম্প্রদায়িক ৰাজনীতিৰ খেল চলিছিল। ইংৰাজে মুছলমানসকলৰ কাৰণে সুকীয়া নিবাচক মণ্ডলীৰ ব্যৱস্থা কৰি এনে ৰাজনীতিৰ গুটি সিঁচিছিল। মতিলাল ৰাজনীতিত ধৰ্মৰ প্ৰশ্ন অৱতাৰণা কৰাৰ বিৰোধী আছিল। কিন্তু মতিলাল নিজৰ সম্প্রদায় হিন্দুৰ বিৰোধী বুলি অভিযোগ উঠিছিল। তেতিয়া ৰাজনৈতিক বাতাবৰণ খুব দূষিত হৈ পৰিছিল বাবে তেওঁ মনত বৰ দুখ পাইছিল। তেওঁ কংগ্ৰেছৰপৰা ইস্তফা দিব বুলিও ভাবিছিল। কিন্তু ১৯২৬ চনত গুৱাহাটী কংগ্ৰেছলৈ অহাৰ বাটত তেওঁৰ উৎসাহ-উদ্যম পুনৰায় ঘূৰি আহিছিল। তেওঁ জাহাজেৰে গঙ্গাৰ পৰা ব্ৰহ্মপুত্ৰইদি পাণ্ডুলৈ আহিছিল। গুৱাহাটী কংগ্ৰেছত স্বৰাজ্য দলৰ পূৰ্বৰ আঁচনি বলবৎ থাকিল। অফিচ লোৱা সম্পৰ্কে দুই-এজনে ওকালতি কৰিলেও সি নিটিকিল।

১৯২৭ চনৰ শেষৰ ফালে মতিলাল য়ুৰোপলৈ যায়। বাৰ্লিনৰ পৰা কেইদিনমানৰ কাৰণে মস্কোলৈ যায়। জৱাহৰলাল তেতিয়া য়ুৰোপতে আছিল। য়ুৰোপত জৱাহৰলালৰ কাম-কাজ আৰু কথা-বতৰাৰ প্ৰতি ব্ৰিটিছ গৱৰ্ণমেণ্টে কাঢ়া নজৰ ৰাখিছিল।

১৯১৯ চনৰ ভাৰত শাসন-সংস্কাৰ আইনমতে দহ বছৰ পিছত নতুন শাসন-সংস্কাৰ সম্পৰ্কে অনুসন্ধান কৰাৰ ব্যৱস্থা দিয়া আছিল। এইমতে ছাৰ জন ছাইমনক চেয়াৰমেন হিচাপে লৈ ৰয়েল কমিছন গঠন কৰা হ'ল। এই কমিছনত কেউজনেই আছিল ইংৰাজ। ভাৰত স্বায়ত্ত শাসনৰ কাৰণে কিমান উপযুক্ত হৈছে, সেইটো নিৰ্ণয় কৰিবলৈ বিদেশীসকলক লৈ এটা কমিছন গঠন কৰাটো ভাৰতৰ জাতীয় সম্মানত আঘাত কৰা কথা আছিল। কংগ্ৰেছে ছাইমন কমিছন সামাজিক আৰু ৰাজনৈতিক হিচাপে বৰ্জন কৰিবলৈ স্থিৰ কৰে। য়ুৰোপৰ

পৰা ঘুৰি আহি মতিলালে লেজিছলেটিভ কাউন্সিলত ছাইমন কমিছন বৰ্জন কৰিবলৈ, লাজপত ৰায়ে দাঙি ধৰা বিখ্যাত প্ৰস্তাৱটোৰ আলোচনা-প্ৰসঙ্গত ভাষণ দি কৈছিল: "একমাত্ৰ উচিত ব্যৱস্থা হৈছে যে, চৰকাৰে কি কৰিব খোজে, প্ৰথম সেইটো ঘোষণা কৰিব লাগে আৰু তাৰ পিছত সেই ঘোষণা বলবৎ কৰাৰ আঁচনিৰ খচৰা কৰিবলৈ কমিছন গঠন কৰা বিধেয়।......মই মোৰ দেশবাসীক তেওঁলোকৰ আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰ পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠজনৰ হাততো এৰি দিবলৈ পৰামৰ্শ দিব নোৱাৰো। ব্ৰিটিছ নাগৰিক আৰু ব্ৰিটিছ পাৰ্লিয়ামেণ্টে আমাৰ ইচ্ছাৰ বিৰুদ্ধে আমাৰ ওপৰত এখন সংবিধান জাপি দিবৰ কোনো অধিকাৰ নাই।"

তেতিয়া এফালে ছাইমন কমিছন বৰ্জন কৰি, আনফালে ভাৰতবাসীয়ে নিজে নিজৰ সংবিধান ৰচনাৰ কামত মন দিছিল। ১৯২৮ চনৰ ফেব্ৰুৱাৰীত কংগ্ৰেছ সভাপতি ডঃ আন্সাৰীৰ সভাপতিত্বত দিল্লীত সৰ্বদলীয় সন্মিলন বহে। ভাৰতৰ সংবিধানৰ নীতি নিৰ্দ্ধাৰণ কৰিবলৈ এই সন্মিলনে এখন কমিটি গঠন কৰি দিয়ে। এই কমিটিৰ সভাপতিত্ব কৰিছিল মতিলালে। নেহৰু কমিটিৰ সন্মুখত ডাঙৰ প্ৰশ্ন আছিল স্বাধীন আৰু গণতান্ত্ৰিক ভাৰতত সংখ্যালঘুৰ, বিশেষকৈ মুছলমান সংখ্যালঘুৰ সমস্যা মীমাংসা কৰা। সকলো দিশৰ পৰা চাই নেহৰু কমিটিয়ে ঔপনিবেশিক স্বায়ত্ব শাসনৰ ভেটিত ভাৰতৰ সংবিধানৰ নীতি নিৰ্দ্ধাৰণ কৰিলে। সাম্প্ৰদায়িক দৃষ্টিকোণৰ পৰা চাই মুছলীম লীগে নেহৰু ৰিপোৰ্ট প্ৰত্যাখ্যান কৰিলে। জৱাহৰলাল নেহৰু আৰু সুভাষ বসুৱে, ৰাজনৈতিক উদ্দেশ্যৰ ফালৰ পৰা 'নেহৰু ৰিপোৰ্ট'ৰ বিৰোধিতা কৰিছিল। তেওঁলোকৰ মতে ভাৰত বৃটিছৰ সাম্ৰাজ্যত এখন উপনিবেশ হ'ব নোৱাৰে। ভাৰত এখন সম্পূৰ্ণ স্বাধীন ৰাষ্ট্ৰ হ'ব লাগিব। এই ৰিপোৰ্ট লৈ পিতা-পুত্ৰৰ মাজত মতৰ অনৈক্য দেখা দিছিল। ১৯২৮ চনৰ কলিকতা কংগ্ৰেছত 'নেহৰু ৰিপোৰ্ট' বিবেচনা হোৱাৰ কথা। সেই কংগ্ৰেছত নিৰ্বাচিত সভাপতি আছিল মতিলাল নেহৰু নিজে। জৱাহৰলাল-সুভাষ বসুৰ বিৰোধিতাত, 'নেহৰু ৰিপোৰ্ট' কংগ্ৰেছে নাকচ কৰিলে মতিলালে পদত্যাগ কৰিব বুলি আগতেই কৈ থৈছিল। শেষত গান্ধীজীৰ মধ্যস্থতাত এবছৰৰ কাৰণে ব্ৰিটিছ গৱৰ্ণমেণ্টক সময় দিয়া হ'ল। এই এবছৰৰ ভিতৰত বৃটিছ গৱৰ্ণমেণ্টে, 'নেহৰু ৰিপোৰ্ট' মানি নল'লে, পিছৰ বছৰৰ কংগ্ৰেছ অধিৱেশনত স্বাধীনতা ঘোষণা কৰা হ'ব বুলি চৰকাৰক চৰম-পত্ৰ

দিয়া হ'ল। ১৯২৯ চনৰ ডিচেম্বৰ মাহত লাহোৰত কংগ্ৰেছৰ অধিৱেশন বহে। জৱাহৰলাল সেই অধিৱেশনৰ নিৰ্বাচিত সভাপতি আছিল। দেউতাক মতিলালে পুতেক জৱাহৰলালক লাহোৰত কংগ্ৰেছৰ সভাপতিৰ আসনলৈ আদৰি নিয়ে। মতিলালৰ কাৰণে ইয়াতকৈ গৌৰৱ আৰু আনন্দৰ কথা একো নাছিল।

কংগ্ৰেছে দিয়া চৰম-পত্ৰ মতে, ব্ৰিটিছ গৱৰ্ণমেণ্টে এবছৰত একো নকৰাত লাহোৰ কংগ্ৰেছে পূৰ্ণ-স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰে। ১৯৩০ চনত দাণ্ডীত লোণ-আইন ভঙ্গ কৰি গান্ধীজীয়ে আন্দোলন আৰম্ভ কৰে। এই আন্দোলনতো মতিলাল, জৱাহৰলাল দুয়োজনকে গ্ৰেপ্তাৰ কৰা হয়। নাইনী চেণ্ট্ৰেল জেলত দুয়োকো একেলগে ৰখা হয়। মতিলালৰ স্বাস্থ্য তেতিয়া ভালে নাছিল। জেলত জৱাহৰলালে দেউতাকৰ এনেকৈ সেৱা-শুশ্ৰূষা কৰিছিল যাতে মতিলালে কোনো কথাত অসুবিধা পাব লগা নহয়। জৱাহৰলালৰ সেৱাত মতিলাল ইমান সন্তুষ্ট হৈছিল যে, তেওঁ এখন চিঠিত লিখিছিল, তেওঁৰ সেৱা-কাৰ্যত সদায় লাগি থকা আৰু পৰিপাটীকৈ তেওঁৰ সকলো কাম কৰি দিয়া হৰি নামৰ তেওঁৰ পুৰণি লিগিৰাটোৱেও জৱাহৰলালৰ পৰা শিকিব লগা আছে। মতিলালৰ স্বাস্থ্য ক্ৰমে আৰু বেয়া হোৱাত ১৯৩০ চনৰ এঘাৰ চেপ্টেম্বৰত তেওঁক জেলৰ পৰা মুক্তি দিয়া হয়। তাৰ পিছত তেওঁ মুচৌৰীলৈ যায়। লগত পত্নী স্বৰূপৰাণী, জীয়েক কৃষ্ণা আৰু বিজয়লক্ষ্মী আছিল। জৱাহৰলালক ১৯৩০ চনৰ এঘাৰ অক্টোবৰত খালাচ দি আকৌ ৬৩ৰ অক্টোবৰত নাইনী জেললৈ নিয়া হয়। জৱাহৰলাল এসপ্তাহৰ ভিতৰতে আকৌ জেললৈ যাব লগা হোৱাত মতিলালে মনত বৰ দুখ পালে। স্বাস্থ্য ভালে নাছিল যদিও জৱাহৰলালৰ ঠাইত মতিলালে আন্দোলন পৰিচালনাৰ দায়িত্ব ল'লে। জৱাহৰলালক জেললৈ নিয়াত মতিলালে তেওঁৰ সকলো শক্তি জগাই তুলিবলৈ চাইছিল। কিন্তু ইচ্ছা-শক্তিয়ে তেওঁৰ মাৰাত্মক ৰোগ ৰোধ কৰিব পৰা সম্ভৱ নাছিল। সোতৰ নৱেম্বৰত মতিলাল কলিকতালৈ গ'ল। তাত সুবিখ্যাত ডাক্তৰ নীলৰতন সৰকাৰ আৰু জীৱৰাজ মেহ্‌টাই তেওঁক পৰীক্ষা কৰে। গৱৰ্ণমেণ্টে ডঃ বিধান ৰয়কো কেইঘণ্টামানৰ কাৰণে মতিলালক চাবলৈ আলিপুৰ চেণ্ট্ৰেল জেলৰ পৰা আহিবলৈ অনুমতি দিছিল। ডাক্তৰসকলে পৰীক্ষা কৰি ক'লে যে, মতিলালৰ কলিজা, হাওঁফাওঁ আৰু যকৃত আক্ৰান্ত হৈছে।

ইতিমধ্যে ১৯৩১ চনৰ এক জানুৱাৰী তাৰিখে জৱাহৰলালৰ পত্নী কমলা

নেহৰুক এলাহাবাদত গ্ৰেপ্তাৰ কৰা হয়। সেই খবৰ পাই মতিলাল এলাহাবাদলৈ আহিল। বাৰ জানুৱাৰীত নাইনী জেলত বন্দী হৈ থকা পুতেক জৱাহৰলালক তেওঁ চাবলৈ গ'ল। জৱাহৰলালে মতিলালৰ মুখখন ফুলি থকা দেখি ভয় খাই উঠিল। তাৰ এপষেক পিছতে গান্ধী, জৱাহৰলাল আৰু ৱৰ্কিং কমিটিৰ সকলো সদস্যকে খালাচ দিয়া হয়। জেলৰ পৰা ওলায়েই গান্ধী এলাহাবাদলৈ আহিল। জৱাহৰ আৰু কমলাও ঘৰ পালেহি। সকলোকে দেখি মতিলালে গাটো অলপ ভাল পোৱা যেন পাইছিল। গান্ধীজীৰ উপস্থিতিয়ে গোটেই পৰিবেশটো লঘু কৰি ৰাখিছিল। সেই সময়তো মতিলালে ৰহস্য কৰিবলৈ এৰা নাছিল। গান্ধীজীক সম্বোধন কৰি তেওঁ কৈছিল: "মহাত্মাজী। টোপনিৰ ওপৰত আপোনাৰ পূৰা নিয়ন্ত্ৰণ আছে; পৰিপাকৰ ওপৰত মোৰ পূৰা নিয়ন্ত্ৰণ আছে। কেতিয়াও মই ইয়াত হাৰ মনা নাই।" তেওঁ অলপ হাঁহি মাৰ আকৌ কৈছিল: "মোৰ মৃত্যুৰ পিছত, মোৰ কাৰণে কোনেও প্ৰাৰ্থনা কৰিবৰ প্ৰয়োজন নাই। এইখন পৃথিৱীত মই মোৰ মতে চলিছো, সিখনতো তেনেকৈ পাৰিম বুলি ভাবো।" চাৰি ফেব্ৰুৱাৰীত এলাহাবাদত ডিপ এক্স-ৰেৰ কাৰণে সুবিধা নথকাত মতিলালক লক্ষ্ণৌলৈ নিয়া হ'ল।

১৯৩১ চনৰ ছয় ফেব্ৰুৱাৰীত লক্ষ্ণৌত মতিলাল নেহৰুৱে শেষ নিশ্বাস পেলালে। জাতীয় পতাকাৰে আবৃত তেওঁৰ মৃতদেহ, লক্ষ্ণৌৰ পৰা এলাহাবাদলৈ অনা হ'ল।

গান্ধীজীয়ে প্ৰেছলৈ দিয়া এটা বিবৃতিত কৈছিল: "মোৰ অৱস্থা বিধবাতকৈয়ো বেয়া। বিধবাই মৃত স্বামীৰ গুণ খিনি ল'ব পাৰে; মই তাকো নোৱাৰো। মতিলালৰ মৃত্যুত মই যি হেৰুৱালো সি চিৰকালৰ কাৰণে। যুগ যুগান্তৰৰ শিলাখণ্ড, ফাট মেলা; তোমাৰ ভিতৰত মোক লুকাবলৈ দিয়া।"

# পণ্ডিত জৱাহৰলাল নেহৰু

( ১৮৮৯-১৯৬৪ )

কোন যায় সেই বাটে, ছাত মাৰি যায়,
শুধ বগা খদ্দৰৰ সাজেৰে শুৱায়,
তেঁৱে সেই সু-সন্তান দেশ মাতৃকাৰ ;
আঁচলৰ ধন তেঁৱে ৰাণী স্বৰূপাৰ,
ভাৰত গৌৰৱ তেওঁ, তেৱেঁ জৱাহৰ ॥

এটা সময় আছিল, যেতিয়া মহাত্মা গান্ধীৰ লগে লগে সেইজনা পুৰুষৰ নামো ভাৰতৰ গাঁৱে-ভূঞে, চুকে-কোণে মানুহৰ মুখে মুখে হৈছিল। দেশৰ ইমূৰৰপৰা সিমূৰলৈ, ধুমুহাৰ দৰে কৰা তেওঁৰ ভ্ৰমণে অগণন ৰাজহুৱা সভাত দিয়া তেওঁৰ তেজোদ্দীপ্ত, উদ্দীপনাময়ী ভাষণে, তেওঁ মানুহজনৰ বিষয়ে প্ৰচাৰিত হোৱা নানা কথা আৰু কাহিনীয়ে সকলোকে উৎসাহিত আৰু অনুপ্ৰাণিত কৰি তুলিছিল।

শুধ বগা খদ্দৰৰ দৰেই পবিত্ৰ, সুন্দৰ সুঠাম সেই কান্তিময় মূৰ্তি ভাৰতৰ জনমানসত সুপ্ৰতিষ্ঠিত হৈছিল আৰু কেইবাটাও দশক জুৰি সি তেওঁলোকৰ অন্তৰ জয় কৰি আছিল।

যোগ্য পিতৃ মতিলালৰ সুযোগ্য পুত্ৰ জৱাহৰলাল। বাস্তৱিকতে-তেওঁলোক আছিল স্বনামধন্য ; হীৰা-মুকুতাৰ যোৰা। পিতা-পুত্ৰ উভয়ে তেওঁলোকৰ অপৰিসীম দেশপ্ৰেম, অতুলনীয় ত্যাগ আৰু সেৱাৰে ভাৰত জননীৰ মুখ উজ্জল কৰি এক অবিস্মৰণীয় আদৰ্শ ৰাখি থৈ গৈছে।

১৮৮৯ চনৰ ১৪ নৱেম্বৰত জৱাহৰলাল নেহৰুৰ জন্ম হয়। তেওঁৰ দেউতাক মতিলাল নেহৰু আছিল এলাহাবাদৰ এজন খ্যাতনামা আৰু আচাৰনিষ্ঠ অধিবক্তা। তেওঁৰ মাক স্বৰূপৰাণী এগৰাকী ধৰ্মপৰায়ণা, অমায়িক, আৰু মৃদুভাষী ভদ্ৰমহিলা আছিল।

পিতৃ মতিলালৰ থকা-মেলা আদি ইংৰাজৰ দৰে আছিল। জৱাহৰলাল ঐশ্বৰ্যৰ মাজত আৰু বৰ আদৰত উঠিছিল। ইংৰাজৰ ল'ৰাৰ দৰে তেওঁকো

গঢ়ি তুলিব খোজা হৈছিল। প্ৰথমতে তেওঁক চেণ্ট মেৰীৰ কনভেণ্ট স্কুলত পঢ়িবলৈ দিয়া হৈছিল। কিন্তু ছমাহৰ পিছতে স্কুলৰ পৰা এৰুৱাই আনি ঘৰতে পঢ়াবলৈ লোৱা হ'ল। তেওঁৰ ইংলিছ গভাৰ্নেছ আছিল। দেউতাকৰ ওচৰলৈ ইংৰাজ আৰু ভাৰতৰ বিভিন্ন ঠাইৰ বিশিষ্ট লোকসকল আহিছিল। এনেকৈ সৰুতেই জৱাহৰলালৰ মনত সকলো ধৰণৰ মানুহক সহজ-সৰলভাৱে ল'ব পৰা ভাব জন্মিছিল।

ঘৰত জৱাহৰলালৰ সমনীয়া ল'ৰা-ছোৱালী কোনো নাছিল। সেই হিচাপে তেওঁ নিঃসঙ্গ আছিল। মতিলালৰ থকা-মেলাৰ আদব-কায়দা চাহাবী ধৰণৰ হ'লেও ঘৰৰ ভিতৰ চ'ৰাত পুৰণি ধৰণ-কৰণ নোহোৱা নহয়। জৱাহৰলালে সৰুতেই তেওঁৰ মাক আৰু মাহীয়েকৰ পৰা ৰামায়ণ আৰু মহাভাৰতৰ কাহিনী-বিলাক শুনিবলৈ পাইছিল। ধৰ্ম-কৰ্ম তিৰোতা মানুহৰ কাম বুলি তেওঁৰ ধাৰণা হৈছিল। মাক আৰু মাহীয়েকৰ লগত গঙ্গা স্নান কৰিবলৈ গৈ তেওঁ আনন্দ পাইছিল। এলাহাবাদ আৰু কাশীৰ মন্দিৰ দৰ্শন কৰিবলৈও তেওঁ গৈছিল। কোনো নাম থকা সাধুকো দেখা কৰিছিল। পণ্ডিত ব্ৰাহ্মণে তেওঁক হিন্দী আৰু সংস্কৃত পঢ়াইছিল। কিন্তু এই বিষয়ে কৃতকাৰ্যতা লাভ হোৱা দেখা নগৈছিল।

সৰুতে জৱাহৰলালে এদিনাখন দেউতাকৰ টেবুলত থকা বহুতো ফাউন্টেন পেনৰ ভিতৰৰ পৰা এটা দেউতাকক নোকোৱাকৈয়ে লৈ গৈছিল। কথাটো গম পালত মতিলালে উগ্ৰ মূৰ্তি ধৰি তেওঁক ভালকৈ এশিকনি দিলে। জৱাহৰলালে এই কথাত দেউতাকৰ ওপৰত ৰোষ কৰা নাছিল। তেওঁ সেই কালতেই বুজিছিল যে তেওঁ কৰা কামৰ কাৰণে এই শাস্তি পাবলগীয়া আছিল।

এদিন তেওঁ ঘোঁৰাত উঠি ফুৰিবলৈ যাওঁতে ঘোঁৰাৰ পৰা বাগৰি পৰিল। জৱাহৰলাল নোহোৱাকৈ ঘোঁৰাটো অকলে ঘৰলৈ গুচি অহা দেখি ঘৰত হুলস্থুল লাগিল। তেওঁক বিচাৰি পৰিয়ালৰ আৰু চুবুৰীয়াৰ মানুহ শোভাযাত্ৰাত ওলোৱাদি ওলাল। এই সৰু কথাটোতে ইমান হৈ-চৈৰ্থন কৰাত জৱাহৰে বৰ বিৰক্তি বোধ কৰিছিল, আমোদো অৱশ্যে পাইছিল।

জৱাহৰ যেতিয়া এঘাৰ বছৰীয়া হ'ল, তেতিয়া ঘৰতে থাকি পঢ়োৱা এজন নতুন শিক্ষক আহিল। তেওঁৰ নাম আছিল ফাৰ্দিনেণ্ড টি. ব্ৰুকছ। এই শিক্ষকজনৰ দেউতাক আছিল আইৰিছ আৰু মাক ফৰাচী। এনী বেছান্তৰ

পৰামৰ্শমতে মতিলালে এওঁক নিযুক্ত কৰে। ব্ৰুকছ থিয়ছফিষ্ট আছিল। প্ৰতি সপ্তাহে তেওঁৰ কোঠাত থিয়ছফিৰ ওপৰত আলোচনা হৈছিল। মেডাম বিয়াভেট্স্কী প্ৰমুখ্যে থিয়ছফিষ্টসকলৰ কিতাপ লৈ বিচাৰ হৈছিল। জৱাহৰে এই আলোচনাবিলাক শুনিছিল। উপনিষদ আৰু গীতাৰ আলোচনাও তেওঁ মন দি শুনিছিল। তেৰ বছৰ বয়সতে তেওঁ এনী বেছান্তে স্থাপন কৰা থিয়ছফিকেল ছচাইটিত যোগ দিয়ে। মতিলাল আগতেই থিয়ছফিকেল ছচাইটিত সোমাইছিল। কিন্তু শিক্ষক ফাৰ্দিনাণ্ড. টি. ব্ৰুকছ যোবাৰ পিছত, জৱাহৰৰ থিয়ছফিৰ লগত সম্পৰ্ক কমি যায়। অলপ দিন পিছতে ইয়াৰ লগত তেওঁৰ কোনো সম্পৰ্কেই নোহোৱা হ'ল।

ব্ৰুকে জৱাহৰক কিতাপ পঢ়াৰ অভ্যাস কৰায় আৰু কিতাপত ৰাপ বঢ়ুৱায়। বহুত ইংৰাজী কিতাপ তেওঁ পঢ়ে। তাৰ ভিতৰত লুইছ কেৰল্ বুকছ, দা এলিছ চিৰিজ, ৰুদিয়াৰ্ড কিপলিঙৰ জাংগল বুকছ আৰু কিম, স্কট, ডিকেন্স আৰু থেকাৰে এইচ. জি. ওৱেলছ, মাৰ্ক টোৱেইনৰ বহুত উপন্যাস, ছাৰলক হোমছৰ গল্প, এন্থনি হ'পছৰ প্ৰিজনাৰ অব জেন্দা, জেৰম কে জেৰমৰ থ্ৰি মেন ইন এ ব'ট ইত্যাদি প্ৰধান।

জৱাহৰে কবিতা পঢ়িবলৈও লয়। এই কবিতা পঢ়াৰ ৰাপ তেওঁৰ শেষলৈকে আছিল। ব্ৰুকে জৱাহৰক বিজ্ঞানৰ ৰহস্যময় জগততো প্ৰৱেশ কৰাইছিল। তেওঁ এটা সৰু লেবৰেটৰীও ঘৰতে কৰি লয়। সাধাৰণভাৱে ৰসায়ন আৰু পদাৰ্থ বিজ্ঞানৰ পৰীক্ষা কৰি জৱাহৰে ভাল পাইছিল।

খবৰ কাগজৰপৰা বুৱৰ যুদ্ধৰ কথা পঢ়ি বুৱৰসকলৰ প্ৰতি জৱাহৰৰ সহানুভূতিৰ ভাব জন্মিছিল। ৰাছিয়াৰ লগত হোৱা যুদ্ধত জাপানৰ জয় হোৱাত জৱাহৰৰ বিশেষ উৎসাহ জন্মিছিল। তেতিয়া তেওঁ জাপানৰ ইতিহাস বিশেষভাৱে পঢ়িবলৈ লৈছিল। জৱাহৰে তেতিয়াই ভাৰতৰ স্বাধীনতাৰ কথা ভাবি নানা বীৰত্বপূৰ্ণ কামৰ কল্পনা কৰি ভাল পাইছিল।

১৯০৫ চনৰ মে' মাহত তেওঁ দেউতাক-মাক আৰু কেঁচুৱা ভনীয়েকৰে সৈতে ইংলণ্ডলৈ যাত্ৰা কৰে। তেতিয়া জৱাহৰৰ বয়স হৈছিল পোন্ধৰ বছৰ।

ইংলণ্ডত তেওঁ হেৰ' পাব্লিক স্কুলত ভৰ্তি হয়। ইংৰাজৰ সম্ভ্ৰান্ত পৰিয়ালৰ ল'ৰা-ছোৱালীয়ে পঢ়া ই এখন নুকীয়া স্কুল। সেই স্কুলত তেওঁৰ প্ৰথম অনুভূতি হৈছিল যে তেওঁ এজন ইংৰাজ বালক নহয়।

ইংৰাজ বালকসকলেও বোধহয় তেওঁৰ সম্পৰ্কে তেনেকৈয়ে ভাবিছিল। তেওঁ খেলা-ধূলাত সম্পূৰ্ণৰূপে ভাগ লৈছিল। কিন্তু খেলাত তেওঁ তিমান ভাল না ছিল। লেটিন ভাষা ভালকৈ নজনাৰ কাৰণেও পঢ়াত তেওঁ প্ৰথমৰে পৰা অসুবিধা পাইছিল। পিছত অৱশ্যে এই বাধা দূৰ হ'ল। কেইবাটাও বিষয়ত, বিশেষকৈ সাধাৰণ জ্ঞানৰ বিষয়ত জৱাহৰে তেওঁৰ সমবয়সীয়া আন সকলতকৈ বেছি পাৰ্গত আছিল। ১৯০৫ চনৰ এটা পৰীক্ষাত প্ৰথম হোৱাত তেওঁ পুৰস্কাৰ পাইছিল। হেৰ'ৰ পাব্লিক স্কুলৰ প্ৰিন্সিপাল ডঃ উড জৱাহৰৰ ওপৰত সকলো বিষয়ে সন্তুষ্ট আছিল। দেউতাক মতিলালক তেওঁ এই কথা জনাইছিল। পাঠ্য-পুথিৰ বাহিৰেও জৱাহৰে আন ল'ৰাতকৈ বেছিকৈ বাহিৰা কিতাপ পঢ়িছিল আৰু সদায় নিয়মমতে খবৰ-কাগজ পঢ়িছিল। জৱাহৰে দেউতাকলৈ লিখিছিল যে, ইংৰাজ ল'ৰাবিলাকৰ বেছি ভাগেই খেলাৰ কথাৰ বাহিৰে অন্য কথা বিশেষ ক'ব নোৱাৰে। ১৯০৫ চনৰ ইংলণ্ডৰ সাধাৰণ নিৰ্বাচনৰ সম্পৰ্কে জৱাহৰে সকলো খা-খবৰ ৰাখিছিল। ইংলণ্ডৰ লিবাৰেল দল এই নিৰ্বাচনত জিকিছিল। শ্ৰেণীত যেতিয়া নতুন গৱৰ্ণমেণ্ট সম্পৰ্কে শিক্ষকে প্ৰশ্ন কৰিলে জৱাহৰেই আটাইতকৈ ভালকৈ উত্তৰ দিব পাৰিছিল। মন্ত্ৰীসভাৰ আটাইকেইজন মন্ত্ৰীৰ নামো তেওঁ ক'ব পাৰিছিল। ৰাজনীতিৰ বাহিৰেও সেই সময়ত ৰাইট ব্ৰাদাৰ্চ আৰু অন্যান্যসকলে আকাশীযান উলিওৱাৰ দিশত যি সফলতা লাভ কৰিছিল জৱাহৰে তাত বৰ আগ্ৰহ দেখুৱাইছিল।

সেই সময়ত বঙ্গ-ভঙ্গৰ প্ৰশ্ন লৈ দেশত স্বদেশী আন্দোলন আৰম্ভ হয়। পঞ্জাব কেশৰী লালা লাজপত ৰায়ৰ নিৰ্বাসন হয়। ইংলণ্ডৰ কাগজত এই-বিলাক খবৰ অতি সামান্যভাৱেহে প্ৰকাশ পাইছিল। জৱাহৰৰ বাহিৰে এইবিলাক বিষয়ে জনা হেৰ'ত কোনো নাছিল। ট্ৰেভেলিয়ানৰ 'গেৰিবল্ডী' কিতাপখন তেওঁ পুৰস্কাৰ হিচাপে পাইছিল। সেই কিতাপ পঢ়ি ইটালীৰ বিপ্লৱৰ কথাত তেওঁ নিমগ্ন হৈ আছিল। ভাৰতৰ কাৰণেও এনে বিপ্লৱৰ তেওঁ সপোন দেখিছিল।

হেৰ'ত শিক্ষা শেষ নকৰাকৈয়ে জৱাহৰ কেম্ব্ৰিজলৈ যায়। হেৰ'ৰ এৰি যাবলৈ ওলাওঁতে দুখতে তেওঁৰ চকুলো ওলাইছিল। হেৰ'ত তেওঁ ৰাইফ ক্লাব আৰু কেডেট কৰ্পছত যোগ দিছিল। কিন্তু তথাপি তেওঁৰ ভাব হৈছিল যে হেৰ'ৰ সীমিত ক্ষেত্ৰৰপৰা তেওঁ বাহিৰ ওলোৱা প্ৰয়োজন। তেওঁ বিশ্ব-

বিদ্যালয়ৰ আহ্বান শুনিলে। ১৯০৭ চনৰ অক্টোবৰৰ আৰম্ভণিতে যেতিয়া তেওঁৰ বয়স ওঠৰ বছৰ, তেওঁ কেম্‌ব্ৰিজৰ 'ত্ৰিনিটি কলেজ'ত ভৰ্তি হয়। তাত তেওঁ ৰসায়ন, ভূতত্ত্ব আৰু উদ্ভিদ বিজ্ঞান এই তিনিটা 'নেচাৰেল চাইন্স'ৰ 'ট্ৰাইপছ' লয়। কিন্তু সাহিত্য, বুৰঞ্জী, অৰ্থনীতি, ৰাজনীতি আদি বিষয়তো তেওঁৰ ৰাপ আছিল। প্ৰথমতে এইবিলাক বিষয়ৰ আলোচনাত তেওঁ ভাগ ল'ব পাৰিব বুলি ভবা নাছিল। কিন্তু শীঘ্ৰে তেওঁ নীৎছে, বাৰ্ণাৰ্ড শ্ব, লৰেন্স ডিকিনছনৰ শেহতীয়া কিতাপবিলাকৰ আলোচনাত ভাগ ল'ব পৰা হৈছিল। তেওঁ কেমব্ৰিজত থাকোতে বিপিন চন্দ্ৰ পাল, লালা লাজপত ৰায়, গোপাল কৃষ্ণ গোখলে আদি দেশপ্ৰেমিকসকলে গৈ লণ্ডনত থকা ভাৰতীয় ছাত্ৰসকলক লগ ধৰিছিল। জৱাহৰে লালা লাজপত ৰায়ৰ কথাবিলাক বেছি ভাল পাইছিল বুলি জনা যায়।

কেমব্ৰিজত থাকোতে জৱাহৰক মেৰিডিথ টাউনচেণ্ডৰ 'এছিয়া এণ্ড য়ুৰোপ' কিতাপখনে যথেষ্ট প্ৰভাৱান্বিত কৰিছিল। তেওঁ তেতিয়াৰ লণ্ডনত পঢ়া ভাৰতীয় ছাত্ৰসকলৰ মাজত কথা আৰু কামৰ পাৰ্থক্য দেখিছিল। ছাত্ৰসকলৰ 'মজলিচ'ত ভিতৰুৱা কথা-বতৰাত, ভাৰতীয় ছাত্ৰসকলে ভাৰতৰ ৰাজনীতিৰ বিষয়ে আলোচনা কৰোতে অতি উগ্ৰ ভাষা প্ৰয়োগ কৰিছিল। হিংসাৰ কামৰো তেওঁলোকে প্ৰশংসা কৰিছিল। কিন্তু পিছত তেওঁলোকেই আই. চি. এছত যোগ দি চৰকাৰী বিষয়-বাব লৈছিল; উকিল বা হাইকোৰ্টৰ জজ হৈছিল। ১৯১০ চনত বিশ বছৰ বয়সত জৱাহৰে কেম্‌ব্ৰিজৰ পৰা দ্বিতীয় শ্ৰেণীৰ অনাৰ্ছ ডিগ্ৰী লৈ পাছ কৰে। তেওঁৰ আই. চি. এছ. পৰীক্ষা দিয়াৰো ইচ্ছা হৈছিল। কিন্তু সেই চাকৰি ল'লে বদলি হৈ বেলেগ বেলেগ ঠাইলৈ যাব লগা হ'ব পাৰে, মাক-দেউতাকৰ লগত থাকিব নোৱাৰিব পাৰে কাৰণে মতিলালে সেইটো ভাল পোৱা নাছিল। কেমব্ৰিজ এৰি তেওঁ লণ্ডনত দুবছৰমান এনেয়ে ঘূৰি-মেলি থাকে আৰু লগতে ওকালতি পৰীক্ষা পাছ কৰে। ইংলণ্ডত সাত বছৰৰো ওপৰ কাল থকাৰ পিছত জৱাহৰলাল ভাৰতলৈ উভতি আহে। ১৯১২ চনৰ গৰমকালি তেওঁ ওকালতি আৰম্ভ কৰে।

জৱাহৰলালে সদায় তেওঁৰ দেউতাকৰ দৰে নিয়মমতে ব্যায়াম কৰিছিল। মৃত্যুৰ সময়লৈকে তেওঁ এই নিয়ম ৰাখিছিল। তেওঁৰ স্বাস্থ্য নিখুঁত আছিল।

অসহযোগৰ সময়ৰপৰা তেওঁ আমিষ আহাৰ পৰিত্যাগ কৰি নিৰামিষ খাবলৈ লৈছিল। কিন্তু ছবছৰৰ পিছত য়ুৰোপলৈ যাওঁতে তেওঁ আকৌ মাংস খাবলৈ লয়। ভাল স্বাস্থ্য ৰক্ষা কৰা বুলি তেওঁৰ এটা অহঙ্কাৰৰ ভাব আছিল। জীৱনৰ শেষছোৱাত স্বাস্থ্য ভালে নথকাত তেওঁৰ এই আত্মাভিমানত আঘাত লগা যেন অনুভৱ কৰিছিল। জীৱনৰ প্ৰায়খিনি সময় তেওঁৰ স্বাস্থ্য ভালে আছিল আৰু বিশেষ কষ্ট কৰি ঘড়ী-ঘণ্টা চাই প্ৰতিদিনৰ কাম তেওঁ নিয়াৰিকৈ সম্পূৰ্ণ কৰিছিল।

১৯১২ চনৰ খ্ৰীষ্টমাছৰ সময়ত বাঙ্কিপুৰৰ কংগ্ৰেছ অধিৱেশনলৈ জৱাহৰ প্ৰতিনিধি হৈ যায়। তেওঁ দেখিলে যে কংগ্ৰেছখন তেতিয়া ওপৰ খাপৰ মানুহৰ এখন সভা। প্ৰায়খিনি প্ৰতিনিধিয়েই ভাল পোছাক-পৰিচ্ছদ কৰি আহিছিল। তেওঁৰ এনে ভাব হৈছিল যে ৰাজনৈতিক সভাতকৈ ই এখন সামাজিক মেলহে। তেতিয়া তেওঁ অলপ নিৰাশ হৈছিল।

ইয়াৰ পিছত জৱাহৰে হাইকোৰ্টত যোগ দিয়ে। কিন্তু তাত তেওঁ মন দিব পৰা নাছিল। ওকালতি তেওঁৰ মনৰ লগত খাপ নেখাইছিল। বিদেশী শাসনৰ বিৰুদ্ধে ৰাজনৈতিক কামে তেওঁক আকৰ্ষণ কৰিছিল। কিন্তু সেই সময়ত তেনে ৰাজনীতিৰ কাম সদায় ওলোৱা নাছিল। তেওঁ কংগ্ৰেছত যোগ দি তাৰ জৰিয়তে যি কাম ওলাইছিল তাতে লাগিছিল। ১৯১৫ চনত এলাহাবাদত এখন নতুন আইনৰ প্ৰতিবাদ জনোৱা সভাত তেওঁ প্ৰথম বক্তৃতা দিয়ে। তেওঁ চমুকৈ ইংৰাজীত কৈছিল। বিখ্যাত অধিবক্তা নৰমপন্থী ডঃ তেজবাহাদুৰ সাপ্ৰুৱে মিটিং শেষ হোৱাৰ লগে লগে জৱাহৰক সাবটি ধৰি চুমা খায়। ১৯১৬ চনৰ লক্ষ্ণৌ-কংগ্ৰেছত জৱাহৰে প্ৰথম গান্ধীজীক লগ পায়। সেই বছৰতে দিল্লীত জৱাহৰে কমলা কৌলক বিয়া কৰায়। ১৯১৭ চনৰ ১৯ নৱেম্বৰত তেওঁলোকৰ এটি ছোৱালী জন্ম হয়। নাম দিছিল ইন্দিৰা প্ৰিয়দৰ্শিনী।

মহাত্মাজীৰ নেতৃত্বত ১৯২১ চনৰ অসহযোগ আন্দোলনত আসমুদ্ৰ হিমাচল কঁপি উঠিল। ইমান দিন শুই থকা জনসাধাৰণে যেন সাৰ পালে। এই আন্দোলনত ভাৰতৰ ভোকাতুৰ দৰিদ্ৰ জনসাধাৰণৰ কথা জৱাহৰে প্ৰথম জানিব পাৰিলে। তেওঁলোকৰ সংস্পৰ্শলৈ আহি তেওঁ নতুন প্ৰেৰণা পালে। গান্ধীজীৰ সকলো কথা মানি লবলৈ তেওঁ টান পাইছিল যদিও

গান্ধীজীৰ নেতৃত্ব তেওঁ মানি লৈছিল। ভাৰতবৰ্ষই জবাহৰৰ মন-প্ৰাণ পৰিপূৰ্ণ কৰি তুলিছিল। তেওঁ অনুভৱ কৰিছিল যে, সকলো দৰিদ্ৰতা আৰু অধঃপতন সত্বেও ভাৰতৰ এক বিশেষ মহত্ত্ব আৰু সাধুতা আছে। সময়ত ৰাজনৈতিক হিচাপে ভাগি পৰিলেও, ভাৰতৰ অন্তৰ্নিহিত সাংস্কৃতিক শক্তিয়ে ভাৰতক ৰক্ষা কৰিছে আৰু বিচিত্ৰতাৰ মাজত ঐক্য ৰক্ষা হৈছে।

জেল—জীৱনে জবাহৰক পঢ়া আৰু লিখাৰ সুযোগ দিছিল। তেওঁৰ কেইবাবাৰো জেল হৈছিল। এই জেলত থকা কালত তেওঁ বিভিন্ন ধৰণৰ কিতাপ পঢ়িবলৈ লৈছিল। তেওঁ জ্ঞানগৰ্ভ গধুৰ কিতাপ পঢ়িছিল। উপন্যাস কম পঢ়িছিল। তেওঁ ভাবিছিল যে উপন্যাসে পঢ়োতাক মানসিক হিচাপে পাতল কৰে। পঢ়ি পঢ়ি ভাগৰ লাগিলে তেওঁ লিখিবলৈ লৈছিল। এবাৰ তেওঁৰ দুবছৰ জেল হৈছিল। সেই দুবছৰত তেওঁ জীয়েকলৈ ঐতিহাসিক চিঠিকিছুমান লিখিছিল। ভ্ৰমণ-কাহিনী পঢ়ি তেওঁ ভাল পাইছিল। হিউৱেন চাং, মাৰ্কপল, ইবনবতুতা আৰু আধুনিক ভ্ৰমণকাৰী ভেন হিদিনৰ মধ্য এচিয়াৰ আৰু বহেৰিকৰ মৰুভূমিৰ মাজেদি যোৱা কাহিনী আৰু তিব্বতৰ বিস্ময়জনক দুঃসাহসিক কামবিলাকৰ বৰ্ণনা থকা ভ্ৰমণ-কাহিনীবিলাক তেওঁ পঢ়িছিল।

১৯২৭ চনৰ ফেব্ৰুৱাৰী মাহত তেওঁ ভাৰতৰ জাতীয় কংগ্ৰেছৰ পক্ষৰপৰা ব্ৰুছেলছত বহা দলিত জাতিবিলাকৰ কংগ্ৰেছত যোগ দিয়ে। সেই বছৰতে অক্টোবৰ-বিপ্লৱৰ দশম বাৰ্ষিকী উৎসৱৰ সময়ত দেউতাকৰ লগত জবাহৰ মস্কোলৈ যায়। ৰাছিয়াৰ সাম্যবাদী সমাজখনৰ বিষয়ে নিজে বুজিবৰ কাৰণে এয়ে আছিল তেওঁৰ প্ৰথম সুযোগ।

১৯৩৬ চনৰ নিৰ্বাচনত জবাহৰে কংগ্ৰেছৰ প্ৰচাৰৰ উদ্দেশ্যে উত্তৰৰ পৰা দক্ষিণ আৰু পশ্চিমৰ পৰা পূবলৈকে অলপো জিৰণি নোলোৱাকৈ ভ্ৰমণ কৰে। সেই সভাবিলাকত কমেও এক কোটি মানুহক তেওঁ সম্বোধন কৰে। বহু লাখ লোকৰ সম্পৰ্কলৈও আহে। তেওঁ ভাৰতখন সমগ্ৰ হিচাপে দেখে। তেওঁ ভাবিবলৈ ধৰে, এই দেশখনৰ বিচিত্ৰতা আৰু মহিমাৰ কথা তেওঁ কিমানকণেই বা জানিব পাৰিছে আৰু কিমান বা কথা জানিব লগা আছে! অজন্তাৰ গুহা আৰু মহেঞ্জোদাৰোৰ নিচিনা ঠাইত অতীতৰ চিন্তাত তেওঁ নিজকে পাহৰি গৈছিল। ১৯৪৪ চনৰ এপ্ৰিলৰ পৰা চেপ্তেম্বৰলৈকে

তেওঁ দেখা, বুজিবলৈ চেষ্টা কৰা ভাৰতবৰ্ষৰ কথা লৈ তেওঁ 'ডিচকভাৰি অব্ ইণ্ডিয়া' নামৰ কিতাপখন লিখে। অতীতৰ ভাৰত, মধ্যযুগৰ ভাৰত আৰু আধুনিক ভাৰতক একেলগে এইখন কিতাপত সঞ্জীৱিত কৰি তোলা হৈছে।

নেহৰুৰ 'আত্মজীৱন চৰিত' আৰু 'ডিচকভাৰি অব্ ইণ্ডিয়া'—এই দুইখন কিতাপতে তেওঁৰ দৃষ্টিভঙ্গী, চিন্তা আৰু ভাবসমূহ প্ৰকাশ পাইছে। ইয়াৰ পৰা বুজা যায় যে তেওঁ কৰ্মক্ষেত্ৰৰ এজন যুঁজাৰু যদিও সময়ত তেওঁ নিজৰ ভিতৰত ডুব মাৰে আৰু নিজৰ মনৰ অৱৰুদ্ধ কোঠাত সোমাই অন্য এটা জীৱন যাপন কৰে। কবিৰ নিচিনাকৈ তেওঁ বৰ্ণনা কৰিব পাৰে; যদিও ৰাজনৈতিক জীৱনৰ কামত তেওঁ অতিশয় ব্যস্ত আছিল। জাতিৰ জীৱনী-শক্তিৰ পৰাই তেওঁ প্ৰেৰণা লৈছিল। তেওঁৰ জীৱনত তেওঁ দেখুৱাইছিল যে, "সাহসেৰে আৰু মানুহৰ মৰ্যাদা ৰাখি কাম কৰা আৰু এনে আদৰ্শত অবিচলিত থকা, যাৰ অবিহনে জীৱনৰ কোনো অৰ্থ নাই।"

গান্ধীৰ লগত সকলো কথা নেহৰুৱে সদায় একেদৰে নেচাইছিল। তেওঁলোকৰ ভিতৰত থকা পাৰ্থক্যৰ সম্পৰ্কে নেহৰুৱে তেওঁৰ কিতাপত আলোচনা কৰিছে। কিন্তু গান্ধী–নেহৰু ভাৰতৰ ইতিহাসৰ এটা যুগৰ অবিচ্ছেদ্য অংশ। গান্ধীয়ে নেহৰুক তেওঁৰ উত্তৰাধিকাৰী কৰি গৈছিল।

১৯২০ চনত কলিকতা কংগ্ৰেছত পণ্ডিত মদন মোহন মালব্য, দেশবন্ধু চিত্তৰঞ্জন দাস আৰু লালা লাজপত ৰায়ে গান্ধীজীৰ অসহযোগ প্ৰস্তাৱৰ বিৰোধিতা কৰিছিল। মতিলাল নেহৰুৱে সেই প্ৰস্তাৱ সমৰ্থন কৰিছিল। অসহযোগ আন্দোলনত বিদেশী বস্ত্ৰ বৰ্জন, স্কুল কলেজ বৰ্জন, আদালত আইন সভা বৰ্জন মুখ্য আঁচনি আছিল। এই আঁচনি গ্ৰহণ কৰাত নেহৰু পৰিয়ালে পূৰ্বৰ জীৱন-যাপনৰ প্ৰণালীৰ পৰিৱৰ্তে গান্ধীৰ জীৱন-যাপনৰ সহজসৰল জীৱনত অভ্যস্ত হয়। ই তেওঁলোকক জনসাধাৰণৰ ওচৰ চপাইছিল।

১৯২৩ চনত জেলৰপৰা ওলোৱাৰ পিছত, জৱাহৰে কংগ্ৰেছ দুটা শিবিৰত ভাগ হোৱা দেখিবলৈ পালে। নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ গয়া অধিৱেশনত পৰিৱৰ্তন-বিৰোধীসকল ১৭৪০টা ভোটত জিকিল। কাউন্সিললৈ যোৱাৰ পক্ষপাতী দলটোৱে ৮৯০টা ভোট পালে। চক্ৰৱৰ্তী ৰাজা গোপালাচাৰিয়ে পৰিৱৰ্তন-বিৰোধী দলটোৰ নেতৃত্ব দিছিল। ইয়াৰ পিছত পণ্ডিত মতিলাল নেহৰু আৰু দেশবন্ধু চিত্তৰঞ্জন দাসে স্বৰাজ্য দল

গঠন কৰিলে। ১৯২৩ চনৰ চেপ্তেম্বৰত মৌলানা আজাদৰ সভাপতিত্বত দিল্লীত কংগ্ৰেছৰ বিশেষ অধিৱেশনত এই বিষয়টোৰ আপোচ হয়। কাউন্সিললৈ যোৱাৰ কাৰণেও অনুমতি দিয়া হ'ল। জৱাহৰলাল পৰিবৰ্ত্তন-বিৰোধী আছিল—অৰ্থাৎ তেওঁ কাউন্সিললৈ যোৱা দলত ভুক্ত নাছিল।

জৱাহৰলাল এলাহাবাদ মিউনিচিপেলিটিৰ চেয়াৰমেন হৈছিল। কাৰ্য-কালৰ তিনি বছৰৰ ভিতৰত দুবছৰ বিশেষ সুখ্যাতিৰে কাম কৰাৰ পিছত তেওঁ সেই পদ ইস্তফা দিয়ে। মিউনিচিপেলিটিৰ কামতে সীমাবদ্ধ থকা তেওঁৰ কাৰণে সম্ভৱ নাছিল।

জৱাহৰৰ নিজাকৈ কোনো উপাৰ্জন নথকাত সেই সময়ত অসুবিধা হৈছিল! তেতিয়া কংগ্ৰেছৰ জেনেৰেল চেক্ৰেটৰিক এটা এলাৱেন্স দিয়াৰ কথা হৈছিল। এনে এলাৱেন্স লোৱাত জৱাহৰে কোনো দোষ নেদেখিছিল। জৱাহৰ কেইবা-বাৰো কংগ্ৰেছৰ জেনেৰেল চেক্ৰেটৰি হৈছিল। দেউতাক মতিলালে পুতেকে এলাৱেন্স লোৱাটো ভাবিবই নোৱাৰিছিল।

দেশীয় ৰাজ্যবিলাকৰ পৰিস্থিতিৰ বুজ লবলৈ জৱাহৰ নাভালৈ গৈছিল। তাত তেওঁ কিছুদিন জেলত থাকিব লগা হয়।

১৯২৮ চনত জৱাহৰে ঝাৰিয়াত বহা 'অল ইণ্ডিয়া ট্ৰেড য়ুনিয়ন কংগ্ৰেছ'ত যোগ দিছিল। তাত এন. এম. যোশীৰ নেতৃত্বত নৰমপন্থী আৰু উগ্ৰপন্থীসকলৰ মাজত সংঘাত সৃষ্টি হয়। জৱাহৰৰ সহানুভূতি উগ্ৰপন্থী-সকলৰ পক্ষে আছিল। জৱাহৰ পিছৰ অধিৱেশনৰ কাৰণে সভাপতি নিৰ্বা-চিত হৈছিল।

১৯২৯ চনৰ ডিচেম্বৰ মাহৰ ৩১ তাৰিখে মাজনিশা পণ্ডিত জৱাহৰলাল নেহৰুৰ সভাপতিত্বত লাহোৰ কংগ্ৰেছে স্বাধীনতাৰ প্ৰস্তাৱ গ্ৰহণ কৰে। জৱাহৰক সভাপতিৰ আসন এৰি দি মতিলালে পাৰ্ছি ভাষাত কৈছিল: "বাপেকে যিটো কৰিবলৈ অসমৰ্থ, পুতেকে তাকে সফল কৰিছে।"

জাতীয় সপ্তাহৰ প্ৰথম দিনা, ১৯৩০ চনৰ ছয় এপ্ৰিল তাৰিখে গান্ধীজীয়ে সাগৰৰ পাৰৰ দাণ্ডীত নিমখ তৈয়াৰ কৰি আইন অমানা আন্দোলন আৰম্ভ কৰে। সেইদিনাই মতিলালে এলাহাবাদৰ 'আনন্দ ভৱন' জাতিৰ নামত উছৰ্গা কৰে। পুতেক জৱাহৰে কংগ্ৰেছ সভাপতি হিচাপে সেই দান গ্ৰহণ কৰে। চৈধ্য এপ্ৰিলত জৱাহৰলালক গ্ৰেপ্তাৰ কৰা হয়। সেইবাৰ তেওঁৰ

ছমাহ জেল হয়। জেলৰপৰা ওলাই তেওঁ কিষাণ সম্মিলনত যোগ দিছিল। জবাহৰলালক তেওঁৰ বক্তৃতা ৰাজদ্ৰোহমূলক বুলি গ্ৰেপ্তাৰ কৰা হয়। তেতিয়াৰ আইনমতে দুবছৰ জেল আৰু জৰিমনা নিদিলে আৰু পাঁচ মাহ জেলৰ আদেশ হয়। জবাহৰলাল জেললৈ যোৱাত, মতিলালে আন্দোলনৰ নেতৃত্ব লয় আৰু যোল নবেম্বৰ জবাহৰলাল নেহৰু দিবস হিচাপে পালন কৰা হয়। জবাহৰলালৰ যি বক্তৃতাৰ কাৰণে তেওঁক গ্ৰেপ্তাৰ কৰা হৈছিল সেই বক্তৃতাটো দেশৰ সকলোতে পঢ়া হৈছিল।

ভাৰতৰ ৰাজনীতিত বাপেক-পুতেকৰ কথা পুৰাণৰ কাহিনীৰ দৰে। মতিলালৰ শ্ৰেষ্ঠ গুণ আৰু আটাইতকৈ দুৰ্বলতা হৈছে জবাহৰলালৰ প্ৰতি তেওঁৰ ভালপোৱা। গান্ধীজীয়ে ইয়াকে এনেদৰে কৈছিল: "ভাৰতবৰ্ষৰ প্ৰতি মতিলালৰ ভালপোৱা জবাহৰলালৰ প্ৰতি থকা তেওঁৰ ভালপোৱাৰ পৰা উপলব্ধ।"

১৯৩০ চনৰ আইন অমান্য আন্দোলন, গান্ধী-আৰউইন চুক্তি, দ্বিতীয় ঘূৰণীয়া মেজমেলত কংগ্ৰেছৰ একমাত্ৰ প্ৰতিনিধি হিচাপে গান্ধীৰ যোগদান, দ্বিতীয় ঘূৰণীয়া মেজমেললৈ গৈ লণ্ডনত থাকোঁতেই আৰউইনৰ পিছৰজন বৰলাটে অনুসৰণ কৰা নীতিমতে কাৰ্যতঃ গান্ধী-আৰউইন চুক্তি ভঙ্গ কৰি চৰকাৰৰ দমন-নীতিৰ প্ৰৱৰ্তন, যুক্তপ্ৰদেশ আদিত কিষাণসকলৰ আন্দোলন, গান্ধীজীৰ বিলাতৰ পৰা প্ৰত্যাৱৰ্তন, পুনৰ আন্দোলন, ব্ৰিটিছ প্ৰধানমন্ত্ৰী ৰামজে মেক-ডোনাল্ড এৱাৰ্ড মতে মুছলমানসকলৰ উপৰিও অৱনত সম্প্ৰদায়ৰ লোকৰ কাৰণে স্বকীয়া নিৰ্বাচক মণ্ডলীৰ ব্যৱস্থা কৰাত গান্ধীজীৰ আমৰণ অনশন, মেক-ডনাল্ড এৱাৰ্ড ৰদ, গান্ধীজীৰ হৰিজন আন্দোলন,— ১৯৩০ ৰ পৰা ১৯৩১-৩২ চনলৈকে ভাৰতৰ স্বাধীনতা-আন্দোলনৰ ইতিহাসৰ বিভিন্ন পৰ্যায়ত, জবাহৰ-লাল কেইবাবাৰো জেললৈ যাব লগা হয়। ১৯৩৩ চনৰ মে' মাহত গান্ধীজীয়ে আইন-অমান্য আন্দোলন কেইসপ্তাহমানৰ কাৰণে স্থগিত ৰাখে। কিন্তু জবা-হৰলাল তেতিয়াও জেলতে আছিল। ইফালে কমলা নেহৰুৱে দুৰাৰোগ্য ৰোগত ভুগি আছিল। কমলাৰ অসুখ বেছি হোৱাত তেওঁক ভাৱালী স্বাস্থ্য-নিবাসলৈ নিয়া হয়। তেতিয়া নেহৰুজীকো নাইনী চেণ্ট্ৰেল জেলৰ পৰা আলমোড়া ডিষ্ট্ৰিক জেললৈ বদলি কৰা হয়। তেওঁ তেতিয়া তাত মাজে মাজে কমলাক চাবলৈ পাৰিছিল। কিন্তু অসুখ ক্ৰমে বেছি হোৱাত

চিকিৎসাৰ কাৰণে কমলাক ১৯৩৫ চনৰ মে' মাহত জাৰ্মানীৰ বেডেনউইলিয়াৰ স্বাস্থ্য-নিবাসলৈ নিয়া হয়। তেতিয়া জৱাহৰলালক জেলৰ মিয়াদ শেষ হোৱাৰ চাৰে পাঁচ মাহ আগতেই মুক্তি দিয়ে। তেওঁ লৰালৰিকৈ য়ুৰোপ অভিমুখে যাত্ৰা কৰে, আৰু জাৰ্মানীত টান অসুখত শয্যাশায়ী হৈ থকা কমলাৰ ওচৰ পায়গৈ। বেডেনউইলিয়াৰত কমলাৰ স্বাস্থ্যৰ কোনো উন্নতি নোহোৱাত ১৯৩৬ চনত চুইজাৰলেণ্ডৰ লোচেনীৰ আন এখন স্বাস্থ্য-নিবাসলৈ তেওঁক নিয়া হয়। কিন্তু এই সকলো চেষ্টা আৰু চিকিৎসা ব্যৰ্থ হ'ল। ১৯৩৬ চনৰ ২৮ ফেব্ৰুৱাৰী তাৰিখে লোচেনীৰ সেই স্বাস্থ্য-নিবাসত মাত্ৰ ৩৭ বছৰ বয়সতে কমলাই শেষ নিশ্বাস ত্যাগ কৰে। তেওঁৰ মৃত্যু-শয্যাৰ কাষত স্বামী জৱাহৰলাল, একমাত্ৰ সন্তান ইন্দিৰা আৰু ভাবীজোঁৱাই ফিৰোজগান্ধী উপস্থিত আছিল।

দেউতাক মতিলাল নেহৰুৰ মৃত্যুত জৱাহৰলালে জীৱনত প্ৰথম ডাঙৰ আঘাত পায়। এতিয়া কমলাৰ মৃত্যুত তেওঁ তেনেই ভাগি পৰিল। সেই সময়ৰ তেওঁৰ মনৰ ভাব নিজৰ আত্মজীৱনীত লিখা তলৰ কথা কেইআষাৰৰ পৰাই বুজিব পাৰি। তেওঁ লিখিছে :

"ওঠৰ বছৰ আমাৰ বিবাহিত জীৱন। এই ওঠৰ বছৰৰ ভিতৰত কিমান দিন মই জেলত কটাইছো আৰু কিমান দিন কমলাই হাস্পতাল আৰু স্বাস্থ্য-নিবাসত কটাব লগা হৈছে!"

চুইজাৰলেণ্ডত মোৰ পৰিবাৰৰ মৃত্যুত মোৰ জীৱনৰ এটা অধ্যায় শেষ হয়। তেওঁৰ মৃত্যুৱে মোৰ জীৱনৰ লগত অবিচ্ছেদ্য এটা অংশ যেন মোৰ জীৱনৰ পৰা কোনোবাই লৈ গ'ল। মই বিশ্বাস কৰিব নোৱাৰিছিলো যে, কমলা আৰু নাই! তেওঁৰ অবিহনে মই সহজে নিজক চম্ভালি লব পৰা নাছিলো। মনটো পাতলাবলৈ মই মোৰ কামত জঁপিয়াই পৰিলোঁ। ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ দৌৰিবলৈ ধৰিলোঁ। অনুভৱ কৰিলো আগতকৈও বিৰাট জনতা, বিশ্ৰামহীন কাম আৰু অকলশৰীয়া জীৱন!

য়ুৰোপত থাকোতেই জৱাহৰলালক ফৈজপুৰ কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত কৰা হৈছিল। ভাৰতলৈ উলটি আহোঁতে বাটত ৰোমত ফেচিষ্ট নেতা মুছলিনীক দেখা কৰিবলৈ তেওঁক আমন্ত্ৰণ জনোৱা হৈছিল। নেহৰুৱে দৃঢ়তাৰে সেই নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰিছিল। আন্তৰ্জাতিক পৰিস্থিতিৰ লগত সম্পৰ্ক

ৰাখি ভাৰতৰ ৰাজনীতি নিৰ্ণয় কৰাৰ তেওঁ পক্ষপাতী আছিল। তেওঁৰ মতে এবিছিনীয়া, স্পেইন, মধ্য য়ুৰোপ, চীন, ভাৰত আৰু অন্যান্য দেশৰ স্থিতি একেটা আন্তৰ্জাতিক সমস্যাৰে পৃথক পৃথক দিশ মাত্ৰ।

১৯৩৫ চনৰ ভাৰত-শাসন আইনমতে ১৯৩৬ চনত ভাৰতত সাধাৰণ নিৰ্বাচন অনুষ্ঠিত হয়। নেহৰুৱে সেইবাৰ প্ৰথম নিৰ্বাচনী অভিযানত অৱতীৰ্ণ হৈ দেশখনৰ ইমূৰৰ পৰা সিমূৰলৈ কংগ্ৰেছৰ প্ৰচাৰ কৰি ভ্ৰমণ কৰিছিল। ১৯৩৬ চনতো তেৱেঁই আকৌ কংগ্ৰেছৰ লক্ষ্ণৌ অধিৱেশনৰ সভাপতি নিৰ্বাচিত হয়। নেহেৰুৱে তেওঁৰ ৱৰ্কিং কমিটিত আচাৰ্য নৰেন্দ্ৰদেৱ, জয়প্ৰকাশ নাৰায়ণ আৰু অচ্যুত পটৱৰ্দ্ধন—এই তিনিজন ছছিয়েলিষ্ট নেতাক সদস্য হিচাপে লয়। তেওঁৰ ৱৰ্কিং কমিটিৰ সোঁ-পন্থী সদস্যসকলে এওঁলোকেৰে সৈতে একমত হৈ কাম কৰা টান হৈছিল।

১৯৩৯ চনত দ্বিতীয় মহাযুদ্ধ আৰম্ভ হ'ল। কংগ্ৰেছ একালে নাজীজিমৰ সম্পূৰ্ণ বিৰোধী আছিল; হিটলাৰৰ আক্ৰমণ কংগ্ৰেছে নিন্দা কৰিছিল, কিন্তু আনফালে ভাৰতৰ স্বাধীনতাৰ প্ৰশ্ন মীমাংসা নোহোৱাকৈ ব্ৰিটিছৰ যুদ্ধ-প্ৰচেষ্টাত সহায় কৰিবও নোৱাৰিছিল। ব্ৰিটিছ গৱৰ্ণমেণ্টে কংগ্ৰেছৰ দাবী আৰু ভাৰতৰ জন-সাধাৰণৰ আশা—আকাঙ্ক্ষা পূৰণ কৰিবলৈ চেষ্টা নকৰাত অৱশেষত ১৯৪২ চনৰ ন আগষ্টত কংগ্ৰেছে 'ভাৰত-ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰে। প্ৰস্তাৱ পাছ হোৱাৰ পিছত মহাত্মাজীয়ে চৰকাৰক তেওঁৰ আদৰ্শ-মতে যুদ্ধৰ কাৰ্য-পদ্ধতিৰ জাননী দিবলৈ পোৱাৰ আগতেই মহাত্মাজী, জৱাহৰলাল প্ৰমুখ্যে নেতাসকলক আটক কৰা হ'ল। মহাত্মাজী প্ৰমুখ্যে কেইজনমান নেতাক আগা খাঁ পেলেচত আৰু জৱাহৰলাল নেহৰু প্ৰমুখ্যে আন কেইজনমানক আহমদ নগৰ ফৰ্টত ৰখা হ'ল। জাৰ্মান-জাপানৰ বিৰুদ্ধে মিত্ৰ-পক্ষৰ যুদ্ধৰ লগে লগে ভাৰতত ভাৰতৰ মুক্তিৰ যুদ্ধও আৰম্ভ হ'ল।

১৯৪০ চনৰ ৰামগড় কংগ্ৰেছৰ পৰা মৌলানা আবুল কালাম আজাদ কংগ্ৰেছ সভাপতি হৈ আছিল। সত্যাগ্ৰহ আৰু গ্ৰেপ্তাৰ চলি থকা কাৰণে ইয়াৰ ভিতৰত কংগ্ৰেছৰ নিৰ্বাচন হব পৰা নাছিল। ইয়াৰ পিছত ১৯৪৬ চনত কংগ্ৰেছৰ সভাপতিৰ নিৰ্বাচনত কেইবাজনৰো নাম আহিল। ছৰ্দাৰ পেটেল আৰু জে. বি কৃপালনীয়ে তেওঁলোকৰ নাম উঠাই ল'লে। মৌলানা আজাদে পুনৰায় সভাপতিৰ ৰাব লবলৈ অস্বীকাৰ কৰিলে। মহাত্মাজীৰ

পৰামৰ্শমতে জৱাহৰলালক কংগ্ৰেছ সভাপতি নিৰ্বাচিত কৰা হ'ল। সেই সময়ত ক্ষমতা হস্তান্তৰ সম্পৰ্কে যি আলোচনা হব লগা আছিল তাত নেহৰু ভাল হব বুলি আৰু গৱৰ্ণমেণ্ট গঠন কৰিব লগা হ'লেও তেওঁ প্ৰধানমন্ত্ৰীৰ দায়িত্ব লব পাৰিব বুলি ভাবি, নেহৰুক সেই সময়ত কংগ্ৰেছ সভাপতি পতা হৈছিল বুলিব পাৰি।

যুদ্ধত মিত্ৰপক্ষ জিকাৰ পিছত, ব্ৰিটেইনত সাধাৰণ নিৰ্বাচন হ'ল। শ্ৰমিক দল ক্ষমতালৈ আহিল। তেওঁলোকে ভাৰতৰ স্বাধীনতাৰ প্ৰশ্ন মীমাংসাৰ কাৰণে ব্ৰিটিছ মন্ত্ৰীসভাৰ প্ৰতিনিধি দল এটা ভাৰতলৈ পঠালে। তেওঁলোকৰ আঁচনিও গ্ৰহণযোগ্য ন'হল। শেষত বৰলাটে অন্তৰ্বৰ্তীকালীন চৰকাৰ গঠন কৰিবলৈ স্থিৰ কৰি জৱাহৰলালক নিমন্ত্ৰণ কৰে। মুছলীম লীগে সেই মন্ত্ৰীসভাত সোমাবলৈ অস্বীকাৰ কৰিলেও, নেহৰুৱে মন্ত্ৰীসভা গঠন কৰিলে। ১৯৪৫ চনৰ ১৫ অক্টোবৰত মুছলীম লীগেও অন্তৰ্বৰ্তী চৰকাৰত সোমাবলৈ ৰাজী হ'ল। সেইমতে মুছলীম লীগৰ প্ৰতিনিধি লৈ অন্তৰ্বৰ্তী চৰকাৰৰ পুনৰ গঠন হ'ল। কিন্তু মুছলীম লীগৰ মন্ত্ৰীসকলে অন্তৰ্বৰ্তী চৰকাৰত থাকিয়েই পাকিস্থানৰ কাৰণে কাম কৰাৰ কৌশল অৱলম্বন কৰিছিল। ইফালে ন ডিচেম্বৰত গণ-পৰিষদ বহাৰ কাৰণে দিন ধাৰ্য কৰা হৈছিল। ব্ৰিটিছ গৱৰ্ণমেণ্টে মুছলীম লীগৰ দাবীৰ প্ৰতি লক্ষ্য ৰাখি গণ-পৰিষদত যাতে লীগেও যোগ দিয়ে, সেই উদ্দেশ্যে লণ্ডনত দুজন কংগ্ৰেছৰ, দুজন লীগৰ আৰু এজন শিখৰ প্ৰতিনিধি লৈ এখন সম্মিলন আহ্বান কৰিলে। অনিচ্ছাসত্ত্বেও জৱাহৰলালো তালৈ গৈছিল। কিন্তু কোনো মীমাংসা নহ'ল।

১৯৪৬ চনৰ ২০ জানুৱাৰীত গণ-পৰিষদ বহিল। কিন্তু লীগৰ প্ৰতিনিধিসকল তালৈ নাহিল। এনে অৱস্থাত ২০ ফেব্ৰুৱাৰীত ব্ৰিটিছ গৱৰ্ণমেণ্টে ঘোষণা কৰিলে যে, ব্ৰিটিছে ভাৰতৰ জনসাধাৰণৰ হাতলৈ ক্ষমতা হস্তান্তৰ কৰাত ১৯৪৮ চনৰ জনতকৈ পলম নকৰে। ইতিমধ্যে মাউণ্টবেটেন ভাৰতৰ বৰলাট হৈ আহিল। বহুতো আলোচনা হ'ল। শেষত দেশ বিভাজন কৰাৰ কথা হ'ল। ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে ভাৰত, পাকিস্থান দুখন স্বাধীন দেশৰ জন্ম হ'ল।

স্বাধীন ভাৰতত পণ্ডিত জৱাহৰলাল নেহৰু প্ৰথম প্ৰধানমন্ত্ৰী হয়। সোতৰ বছৰ তেওঁ ভাৰতৰ প্ৰধানমন্ত্ৰী হৈ থাকে। স্বাধীনতাৰ লগে লগে

পশ্চিম পাকিস্থানত সাম্প্ৰদায়িক অশান্তিয়ে দেখা দিয়ে। ভাৰততো তাৰ প্ৰতি-ক্ৰিয়া দেখা দিয়ে। লাখ লাখ হিন্দু-শিখ মানুহ পাকিস্থানৰ পৰা ভাৰতলৈ ভগনীয়া হৈ আহে। ভাৰতৰপৰাও যথেষ্ট সংখ্যক মুছলমান পাকিস্থানলৈ যায়। স্বাধীনতাৰ পিছ মুহূৰ্ত্ততে এনে এটা বিপৰ্যয়ৰ সন্মুখীন হৈ, প্ৰধানমন্ত্ৰী নেহৰুৱে গান্ধীজীৰ আশীৰ্বাদ লৈ সাম্প্ৰদায়িক অশান্তি দূৰ কৰিবলৈ চেষ্টা কৰি দৃঢ়তাৰে যি নীতিগত পৰাকাষ্ঠা দেখুৱালে সি প্ৰধানমন্ত্ৰী হিচাপে তেওঁৰ এটা ডাঙৰ কৃতিত্ব। স্বাধীনতাৰ লগে লগে জন্মু-কাশ্মীৰ আৰু অন্যান্য দেশীয় ৰাজ্যৰ প্ৰশ্নও ভাৰতৰ কাৰণে জৰুৰী ৰাজনৈতিক প্ৰশ্ন হৈ দেখা দিছিল।

স্বাধীনতাৰ সময়ত কাশ্মীৰৰ মহাৰজাই পাকিস্থান বা ভাৰত কাৰো লগত যোগ নিদিয়াকৈ খেল খেলি আছিল। ১৯৪৭ চনৰ শেষৰ পিনে ৰাৱল-পিণ্ডিৰ ফালৰ পৰা সশস্ত্ৰ বাহিনী কাশ্মীৰলৈ সোমাবলৈ ধৰিলে। তেতিয়া মহাৰজাই ভয় খাই জন্মুলৈ গ'ল আৰু ভাৰতৰ সহায় বিচাৰিলে। মহাৰজাই ভাৰতত যোগ দিয়াৰ খতত চহী কৰিলে। ভাৰতীয় সৈন্য বিমানযোগে তালৈ পঠোৱাৰ সিদ্ধান্ত কৰিব লগা হয়। কিয়নো অলপ পলম হ'লেও পাকিস্থানৰ সশস্ত্ৰ বাহিনীয়ে শ্ৰীনগৰ পোৱাৰ ভয় দেখা দিছিল। শ্বেখ আব্দুল্লাৰ নেতৃত্বত 'নেচনেল কনফাৰেন্সে' কাশ্মীৰৰ জনসাধাৰণ মুছলমান হ'লেও ভাৰতৰ লগত যে থাকিব লাগে সেই কথা তেওঁলোকৰ কথা আৰু কামেৰে প্ৰতিপন্ন কৰিছিল। জন্মু আৰু কাশ্মীৰ ভাৰতৰ অন্তৰ্ভুক্ত হ'ল। ভাৰতৰ লগতে থকা ফৰাচী উপনিবেশ পণ্ডিচেৰী আৰু পৰ্তুগীজ উপনিবেশ গোৱা স্বাধীন কৰি ভাৰতৰ অন্তৰ্ভুক্ত কৰাত ভাৰতৰ স্বাধীন গৱৰ্ণমেণ্টে বিচক্ষণ ৰাজনীতিৰ পৰিচয় দিয়ে।

দেশীয় ৰাজ্যৰ ভাৰতত ভুক্ত হোৱাৰ সমস্যা সমাধান হোৱাৰ পিছত আগৰ প্ৰদেশবিলাক ভাষাৰ ভিত্তিত ৰাজ্য হিচাপে পুনৰ গঠন কৰা হয়। ইও এটা বিশেষ জটিল কাম আছিল। ইয়াৰ কাৰণে দা ষ্টেট্‌ছ ৰিঅৰ্গে-নাইজেছন কমিচন বহুওৱা হয়। দেশ-বিভাজনৰ সময়ত ৰাজনৈতিক উদ্দেশ্যে ধৰ্মক বিভেদকাৰী শক্তি হিচাপে কামত লগোৱা হৈছিল। সেই সময়ত সাম্প্ৰদায়িকতাৰ ভাব পাহৰি প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে জনসাধাৰণক ৰাষ্ট্ৰীয়তাৰ ভাবত অনুপ্ৰাণিত কৰাৰ চেষ্টা কৰিছিল। ই আছিল ধৰ্ম-নিৰ-পেক্ষতাৰ দৃষ্টিকোণ। বৃহত্তৰ জাতীয়তা ধৰ্মনিৰপেক্ষতা আৰু গণতান্ত্ৰিক

নীতিৰ ভেটিত ভাৰতৰ সংবিধান ৰচনা কৰাতো তেওঁ অগ্ৰণী ভূমিকা লৈছিল। 'হিন্দুক'ড বিল' পাছ কৰোৱাটো নেহৰুৰ এটা বিশেষ প্ৰগতিশীল কাম। নানাভাৱে ইয়াত বাধা উপস্থিত হৈছিল যদিও জৱাহৰলাল এই বিষয়ে স্থিৰ-সঙ্কল্প আছিল। এই বিষয়ে ডঃ আম্বেদকাৰৰ অৱদান লেখত ল'বলগীয়া। অস্পৃশ্যতাৰ কাৰণে যিজনে জীৱনত অশেষ দুৰ্ভোগ ভুগিছিল, সেইজনা আম্বেদকাৰেই হিন্দুসকলৰ পুৰণি বিধি-ব্যৱস্থা পৰিৱৰ্তন কৰি, এই যুগৰ মনু বুলি জনাজাত হৈছিল।

জৱাহৰলালে প্ৰধানমন্ত্ৰী হৈ, স্বাধীনতা-আন্দোলনৰ সহকৰ্মীসকলৰ বাহিৰেও সংবিধান ৰচনা বা অন্য কামৰ কাৰণে বিশেষ লোক কিছুমান কংগ্ৰেছ দলৰ বাহিৰৰ পৰাও আনিছিল। সংবিধান ৰচনাৰ উপদেষ্টা হিচাপে তেওঁ বি. এন. ৰাওক লৈছিল। অৱনত সম্প্ৰদায়ৰ নেতা ডঃ আম্বেদকাৰ, চিন্তামণি দেশমুখ, অৱসৰপ্ৰাপ্ত চিভিলিয়ান ডঃ জন মাথাই প্ৰমুখ্যে কেইবা-গৰাকীও অনা কংগ্ৰেছী লোকক সময়ে সময়ে তেওঁৰ মন্ত্ৰীসভাত লৈছিল। ভাৰতৰ গণ-পৰিষদত ৰচনা কৰা সংবিধানমতে ১৯৫০ চনৰ ২৬ জানুৱাৰীত ভাৰতত প্ৰজাতন্ত্ৰ স্থাপিত হ'ল। স্বাধীনতাৰ পিছৰ ১৯৪৭ চনৰ পৰা ১৯৫০ চনলৈকে এইকেইটা বছৰ, ব্ৰিটিছ পাৰ্লিয়ামেণ্টত পাছ কৰা ১৯৩৫ চনৰ ভাৰত-শাসন আইনমতেহে ভাৰতত নিৰ্বাচন বা অন্য কাম হৈছিল। ১৯৫০ চনৰ ২৬ জানুৱাৰীৰ পৰা ভাৰতৰ জনসাধাৰণৰ প্ৰতিনিধিয়ে গণ-পৰিষদত ৰচনা কৰা সংবিধানমতে, ভাৰতত নিৰ্বাচন আৰু শাসন সম্পৰ্কীয় সকলো কামৰ পৰিচালনা আৰম্ভ হয়।

জৱাহৰলাল গণতন্ত্ৰৰ বিধি-ব্যৱস্থাৰ প্ৰতিয়েই কেৱল নহয়, গণতান্ত্ৰিক ভাবৰ আৰু কাৰ্য-পদ্ধতিৰ প্ৰতি বিশেষ শ্ৰদ্ধাশীল আছিল। তেওঁ বিৰোধী দল বা পক্ষৰ সমালোচনা ভালভাৱে গ্ৰহণ কৰিব পাৰিছিল। তেওঁৰ নেতৃত্বত ভাৰতত পাৰ্লিয়ামেণ্টৰ গণতন্ত্ৰ গঢ়ি উঠিছিল আৰু থিতাপি লৈছিল।

জৱাহৰলালৰ লগত আদৰ্শগত পাৰ্থক্যৰ কাৰণে যেতিয়া পুৰোষোত্তম দাস টেণ্ডনে কংগ্ৰেছ সভাপতিৰ পদ ত্যাগ কৰিলে তেতিয়া জৱাহৰলালে প্ৰধানমন্ত্ৰীৰ দায়িত্বৰ উপৰিও কংগ্ৰেছ সভাপতিৰ দায়িত্বও লয়। কংগ্ৰেছ অনুষ্ঠান আৰু কংগ্ৰেছ গৱৰ্ণমেণ্ট একেজন মানুহৰ হাতলৈ আহে।

স্বাধীন ভাৰতৰ সংবিধান অনুসৰি ১৯৫২ চনত সমগ্ৰ ভাৰতত সাধাৰণ

নিৰ্বাচন অনুষ্ঠিত হয়। কেন্দ্ৰত আৰু ৰাজ্যবিলাকতো কংগ্ৰেছে নিৰঙ্কুশ সংখ্যাগৰিষ্ঠতা লাভ কৰে। জৱাহৰলালে ১৯৫৪ আৰু ১৯৫৮ চনত দুবাৰ প্ৰধানমন্ত্ৰী পদ ত্যাগ কৰি, অন্যভাৱে ৰাজহুৱা কাম কৰিব খুজিছিল। কিন্তু কংগ্ৰেছৰ ভিতৰৰ আৰু বাহিৰৰ জনমতৰ হেঁচাত তেওঁ পদত্যাগ কৰা সম্ভৱ নহৈছিল।

জৱাহৰলালৰ এটা ডাঙৰ অৱদান হৈছে পৰিকল্পিত অৰ্থনীতি। দেশ স্বাধীন হোৱাৰ পিছত পৰিকল্পনা আয়োগ গঠন কৰা হ'ল। প্ৰধানমন্ত্ৰী হিচাপে নেহৰু নিজে এই আয়োগৰ চেয়াৰমেন হৈ আছিল। দেশৰ কৃষি শিল্প, শিক্ষা, স্বাস্থ্য আদি বিভিন্ন ক্ষেত্ৰত বিকাশৰ কাৰণে আৰু চৰকাৰৰ হাতত থকা পুঁজি অনুপাতে যেতিয়া যি অনুপাতে বিভিন্ন শিতানত জাতীয় প্ৰয়োজনৰ ফালৰপৰা বিচাৰ কৰি কেন্দ্ৰ আৰু বিভিন্ন ৰাজ্যৰ মাজত বিকাশৰ আচনি ল'ব পাৰি, পৰিকল্পনা আয়োগে তাৰ ব্যৱস্থা কৰিছিল। ১৯৩৮ চনতে কংগ্ৰেছৰ জাতীয় পৰিকল্পনা কমিটিৰ জৱাহৰলাল সভাপতি হৈছিল। পৰিকল্পনাৰ উদ্দেশ্য আছিল বুনিয়াদী শিল্পকে ধৰি শিল্পীকৰণৰ কাম ক্ষিপ্ৰ গতিত আগবঢ়াই নিয়া। কিয়নো, দেশত শিল্প-উদ্যোগৰ বিস্তাৰ ন'হলে দৰিদ্ৰতা আৰু নিবনুৱা সমস্যা সমাধান হ'ব নোৱাৰে। শিল্পৰ লগতে কৃষিৰ উন্নতিৰ কাৰণে ৰাসায়নিক সাৰ আৰু জলসিঞ্চনৰ ওপৰত তেওঁ জোৰ দিছিল। সেই উদ্দেশ্যে প্ৰথমতেই ছিন্দ্ৰীৰ সাৰ কাৰখানা আৰু ভাক্ৰা নাঙ্গলৰ দৰে বিৰাট আঁচনি লোৱা হৈছিল।

১৯৪৮ চনৰ ১৭ ফেব্ৰুৱাৰীত গণ পৰিষদত অৰ্থনৈতিক নীতি ব্যাখ্যা কৰি নেহৰুৱে কৈছিল:

"গণ-পৰিষদৰ অভিমত যে, এই দেশৰ অৰ্থনৈতিক পদ্ধতি হ'ব সমাজবাদী অৰ্থনীতি। মূল শিল্পবিলাকৰ ৰাষ্ট্ৰীয়কৰণ কৰা নীতিৰ ওপৰত ই প্ৰতিষ্ঠিত হ'ব।"

স্বাধীনতাৰ যুদ্ধ কৰাৰ যুগৰে পৰা আন্তৰ্জাতিক ৰাজনীতিৰ বিষয়ে নেহৰু বিশেষ সজাগ আছিল। স্বাধীনতাৰ পিছত নেহৰুৰ প্ৰেৰণাত ভাৰত চৰকাৰে পঞ্চশীলা আৰু সহ-অৱস্থানৰ বৈদেশিক-নীতি গ্ৰহণ কৰে। নেহৰু-টিটো আৰু নাচেৰৰ নেতৃত্বত ১৯৫৯ চনত ইণ্ডোনেচিয়াৰ বাণ্ডুং সম্মিলনত নতুনকৈ স্বাধীন হোৱা দেশবিলাকৰ প্ৰতিনিধিসকল মিলি এই নীতি গ্ৰহণ

কৰে। আন্তৰ্জাতিক ৰাজনীতিত আগৰ ঔপনিবেশিক শাসনত থকা দেশ-বিলাকে, স্বকীয় নীতি গ্ৰহণ কৰি অনুসৰণ কৰিবলৈ লয়। আন্তৰ্জাতিক ৰাজনীতিত আজি ইয়াৰ প্ৰভাৱ কোনেও অস্বীকাৰ কৰিব নোৱাৰে।

নেহৰুৱে কমিউনিষ্ট চীনৰ লগত ভাল সম্পৰ্ক স্থাপন কৰিছিল। কিন্তু কিছুদিনৰ পিছত ভাৰত আৰু চীনৰ মাজৰ সীমা লৈ মতানৈক্য সৃষ্টি হ'বলৈ ধৰিলে। আগৰে পৰা চলি অহা 'মেকমোহন লাইন' চীনে মানি লবলৈ ৰাজী নহ'ল। ভাৰতৰ উত্তৰ-পশ্চিমকোণে ভাৰতৰ ভিতৰৰ 'আকছাইচীন'ৰ এটা অংশ চীনে দখল কৰিলে। চীনে এই অংশ তেওঁলোকৰ বুলি দাবী কৰিলে। এই প্ৰশ্ন লৈ ভাৰত-চীনৰ সম্পৰ্ক বৰ বেয়ালৈ গ'ল। তাৰ লগতে আকৌ ১৯৬২ চনৰ ছেপ্তেম্বৰত চীনৰ এটা সৈন্যদলে ভাৰতৰ উত্তৰ-পূৰ সীমান্তত থাগলা পাহাৰমালাৰ ভাৰতৰ পিনে থকা ধোলা পোষ্টত আক্ৰমণ কৰিলে। ই মেকমোহন লাইনৰ সীমাতে। এই পাহাৰমালা অতিক্ৰম কৰিলে, চীনাসকল দক্ষিণলৈ নামি আহিবলৈ বেছি সুবিধা। সেই কাৰণে তাতে বাধা দিয়াৰ বাহিৰে উপায় নাছিল।

নেহৰুৱে কলম্বোলৈ যোৱাৰ বাটত বাঙ্গালোৰত ঘোষণা কৰিলে যে, চীনসকলক খেদি পঠাবলৈ ভাৰতীয় সৈন্যবাহিনীক হুকুম দিয়া হৈছে। কিন্তু চীনা সৈন্যই 'চেলা'ত ফালৰি কাটি এনেকৈ আগবাঢ়িল যে সমতলৰ ওচৰৰ ব'মডিলালৈ অহা সহজ হৈ পৰিল। ভাৰতীয় সৈন্যবাহিনীয়ে বিশেষ যুদ্ধ নকৰাকৈ পিছ হুঁহকিব লগা হ'ল। পিছত ভাৰতৰপৰা সামৰিক বাধা নেথাকিলও চীনা সৈন্য অবাধে ভাৰত সোমাবপৰা অৱস্থা যেতিয়া হৈছিল, তেতিয়া হঠাৎ ১৯৬২ চনৰ ২৪ অক্টোবৰত চীনে একতৰফা-হিচাপেই সৈন্য অপসাৰণ কৰাৰ ঘোষণা কৰে। চীনা সৈন্য উভতি গ'ল। কিন্তু ভাৰতৰ কাৰণে ই আছিল এটা লাজ আৰু দুখৰ অধ্যায়। জৱাহৰলালে এনেকৈ সামৰিক পৰাজয় হ'ব বুলি ভাবিব পৰা নাছিল। তেওঁৰ প্ৰধানমন্ত্ৰীত্বৰ কালৰ এইটোৱেই ডাঙৰ জাতীয় বিপৰ্যয়। ব্যক্তিগতভাৱে এই ঘটনাত নেহৰু ইমান দমি গৈছিল যে, তাৰ পৰা তেওঁ আৰু উঠিব নোৱাৰিলে। সেই সময়ত নেহৰুৰ মন্ত্ৰীসভাৰ প্ৰতিৰক্ষা মন্ত্ৰী ভি.কে. কৃষ্ণ-মেননে পদত্যাগ কৰিব লগা হয়।

তাৰ পিছতো কিছুদিন নেহৰুৱে তেওঁৰ দৃঢ়তা সাহস আৰু উদ্যমেৰে

ভাৰতক গঢ়িবলৈ আপ্ৰাণ চেষ্টা কৰিছিল যদিও, ক্ৰমে তেওঁৰ স্বাস্থ্য ভাগি পৰাৰ লক্ষণ দেখা গৈছিল। ১৯৬৪ চনৰ ২৭ মে'ৰ পুৱা, তেওঁ অসুস্থ হৈ পৰে। ডাক্তৰসকল আহি যিমান পাৰে চেষ্টা কৰিলে, কিন্তু তেওঁক বচাব নোৱাৰিলে। সেইদিনাই আবেলি ছুটা বজাত তেওঁৰ মৃত্যু হ'ল। ভাৰতৰ জনসাধাৰণ তেওঁৰ মৃত্যুত বিহ্বল হৈ পৰে। সোতৰ বছৰ কাল নানা দুৰ্যোগৰ মাজেদি যিজনে স্বাধীন ভাৰতৰ নাওঁখনৰ গুৰি ধৰিছিল, তেওঁৰ অবিহনে, তেওঁৰ পিছত কি হ'ব—সেই মুহূৰ্তত সকলোৰে মনলৈ সেই প্ৰশ্নটো আহিছিল। চাৰিওফালে অন্ধকাৰ যেন লাগিছিল।

# লোকমান্য বালগঙ্গাধৰ তিলক

( ১৮৫৬-১৯২০ )

"মই ইয়াকেই ক'ব খোজো যে জুৰীয়ে বিচাৰত যিয়েই ৰায় নিদিয়ক, মই নিৰ্দোষী। প্ৰতিজন মানুহ আৰু জাতিৰ ভাগ্য নিৰূপণ কৰা উৰ্দ্ধতম শক্তি আছে। হয়তোবা সেই আদিশক্তিৰ ইচ্ছা যে, মই যি উদ্দেশ্যৰ প্ৰতিনিধিত্ব কৰোঁ, সেই উদ্দেশ্য সাধনৰ কাৰণে মই মুক্ত হৈ থকাতকৈ বন্দী-জীৱনৰ কষ্টবৰণ কৰি লোৱাৰ প্ৰয়োজন আছে।" ১৯০৮ চনৰ ২২ জুলাইৰ নিশা বোম্বাই-হাইকোৰ্টত সাতজন য়ুৰোপীয় আৰু দুজন ভাৰতীয়ৰে গঠিত জুৰীয়ে দোষী বুলি ৰায় দিয়াৰ পিছতে, আচামীয়ে কিবা ক'ব লগা আছেনে বুলি জজে প্ৰশ্ন কৰাৰ লগে লগে আচামীৰ কাঠ-গৰাৰ পৰা গুৰু-গম্ভীৰ স্বৰে এই কেইআষাৰ সেইজন পুৰুষে কৈছিল, যিজনে সেই দিনতে ব্ৰিটিছ ৰাজশক্তিক সম্পূৰ্ণভাৱে অগ্ৰাহ্য কৰি নিজক ভাৰতৰ স্বাধীনতাৰ বেদীমূলত উছৰ্গা কৰিছিল। তেৱেঁই আছিল সিংহ-পুৰুষ লোকমান্য বালগঙ্গাধৰ তিলক।

মহাৰাষ্ট্ৰৰ ৰত্নগিৰি নামে ঠাইত ১৮৫৬ চনৰ ২৩ জুলাইত তিলকৰ জন্ম হয়। দুখীয়া পৰিয়ালত তেওঁৰ জন্ম। দেউতাক প্ৰথমে প্ৰাইমেৰি স্কুলৰ শিক্ষক, পিছলৈ প্ৰাইমেৰি স্কুলৰ পৰিদৰ্শক হৈছিল। দেউতাক পুণালৈ বদলি হোৱাৰ সময়ত তিলকৰ বয়স প্ৰায় দহ বছৰ। পুণাত তেওঁ ভাল শিক্ষকৰ তলত পঢ়াৰ সুবিধা পায়। ষোল্ল বছৰ বয়সত তেওঁ মেট্ৰিকুলেচন পৰীক্ষা পাছ কৰি ডেকান কলেজত ভৰ্তি হয়। ডেকান কলেজত তেতিয়া ৱৰ্ডছৱৰ্থ, ছুট্, ছাত্ৰে আদিৰ দৰে সুবিখ্যাত অধ্যাপকসকলে কাম কৰিছিল। তিলকে এওঁলোকৰ অধ্যাপনাতকৈও নিজে বাছিৰা কিতাপ পঢ়াত জোৰ দিছিল। কলেজত পঢ়া প্ৰথম বছৰটোত তেওঁ শৰীৰটো ভালভাৱে গঢ়ি তোলাৰ কাৰণে বিশেষ মন দিছিল। ১৮৭৭ চনত গণিতত প্ৰথম শ্ৰেণী পাই তেওঁ বি. এ. পাছ কৰে। তাৰ পিছত আইন পৰীক্ষাও পাছ কৰে। কিন্তু দুবাৰ চেষ্টা কৰিও এম. এ. পাছ কৰিব নোৱাৰিলে।

*বি. এ. পাছ কৰি আইন অধ্যয়ন কৰাৰ সময়তে মিছনেৰিসকলৰ দৰে* স্কুল খোলাৰ বিষয়ে তেওঁৰ বন্ধু আগৰকাৰৰ লগত তিলকে আলোচনা কৰিছিল।

স্কুল খুলিবলৈ টকা-পইছা ক'ৰ পৰা পাব এই লৈ তেওঁলোক বৰ চিন্তিত হৈ পৰিছিল। তেওঁলোকে চাকৰি-বাকৰিৰ প্ৰতি কোনো হাবিয়াস নেৰাখি স্কুল খোলাৰ কথাহে ভাবিছিল। সেই দিনত প্ৰথম শ্ৰেণী পাই বি· এ· পাছ কৰা ল'ৰাই চাকৰি নকৰি স্কুল খোলা বা আন ৰাজহুৱা কাম কৰাৰ কথা কোনেও ভাবিব নোৱাৰিছিল। চৰকাৰী চাকৰিত সোমোৱাই তেতিয়া শিক্ষিতসকলৰ জীৱনৰ প্ৰধান উদ্দেশ্য আছিল। মহাদেৱ গোবিন্দ ৰাণাডেৰ দৰে বিখ্যাত সমাজ-সেৱীয়েও চাকৰিৰ দায়িত্ব পালন কৰাৰ পিছত উপকৰা সময়খিনিহে সমাজ-সেৱাৰ কামত লগাইছিল। ওকালতিৰ স্বাধীন ব্যৱসায় কৰি ৰাজহুৱা কাম কৰাৰ দৃষ্টান্ত দেখুৱাইছিল ফিৰোজশ্বা মেহতা আৰু বিশ্বনাথ নাৰায়ণ মাণ্ডলিক প্ৰমুখ্যে অধিবক্তাসকলে।

তিলকে দেশ-সেৱাৰ সুকীয়া এটা বাট অনুসৰণ কৰিবলৈ ল'লে। ডেকা-কালৰ কথা সুঁৱৰি তিলকে লিখিছে, "আমাৰ দেশৰ অধঃপতনৰ কথা ভাবি আমাৰ মূৰত জুই জ্বলিছিল। বহুত ভাবি-চিন্তি আমাৰ এই সিদ্ধান্তত উপনীত হৈছিলো যে দেশমাতৃৰ মুক্তি শিক্ষাৰ ওপৰত নিৰ্ভৰ কৰে।"

১৮৭৬ চনত প্ৰকাশ হোৱা দাদাভাই নৌৰজীৰ 'পভাৰ্টি এণ্ড আন-বৃটিছ ৰুল ইন ইণ্ডিয়া' নামৰ কিতাপখনে ইংৰাজ সাম্ৰাজ্যবাদী শাসন আৰু শোষণত ভাৰতৰ আৰ্থিক দুৰৱস্থাৰ কথা পৰিসংখ্যাৰে প্ৰমাণিত কৰি দেখুৱাইছিল। তিলক প্ৰমুখ্যে সেই সময়ৰ যিসকল যুৱকৰ মনত দেশৰ কথাই তোলপাৰ লগাইছিল, তেওঁলোকক দেশৰ কামত লাগিবলৈ এই কিতাপখনে বিশেষভাৱে অনুপ্ৰাণিত কৰিছিল। বিষ্ণু শাস্ত্ৰী, চিপ্লুনকাৰৰ 'নিবন্ধমালা'য়ো উদীয়মান যুৱক তিলকক প্ৰভাৱিত কৰিছিল। বিষ্ণু শাস্ত্ৰী ইংৰাজী শিক্ষাৰ পক্ষপাতী আছিল। কিন্তু তেওঁ খ্ৰীষ্টান মিছনেৰিৰ আক্ৰমণৰ পৰা ভাৰতৰ ঐতিহ্য ৰক্ষা কৰাৰ ওপৰত জোৰ দিছিল।

তিলক আৰু তেওঁৰ সহযোগীসকলে ১৮৮০ চনতে এখন নতুন ইংৰাজী স্কুল খুলিলে। জাতীয় শিক্ষা প্ৰচাৰৰ ই আছিল সৰ্বপ্ৰথম প্ৰচেষ্টা। চিপ্লুনকাৰ আৰু শিৱৰাম আপ্তে এই স্কুলৰ কামত তিলকৰ সহযোগী আছিল। এই স্কুলখন এখন প্ৰথম শাৰীৰ স্কুল হিচাপে গঢ়ি উঠিছিল। পুণাৰ চৰকাৰী হাইস্কুলৰ ই প্ৰতিযোগী হৈ উঠিছিল।

তিলকৰ নেতৃত্বত জাতীয় ভাবাপন্ন ডেকা দলটোৱে অকল স্কুলৰ কামতেই

সন্তুষ্ট নেথাকি দুখন সাপ্তাহিক কাকতো প্ৰকাশ কৰিবলৈ ল'লে। তাৰে এখন আছিল ইংৰাজী 'মাহৰাট্টা' আৰু আনখন মাৰাঠী 'কেশৰী'। এই দুয়োখন কাকত অতি কম সময়ৰ ভিতৰতে জনপ্ৰিয় হৈ উঠিল। দুবছৰমানৰ ভিতৰতে 'কেশৰী' অন্যান্য ভাৰতীয় ভাষাৰ কাকতৰ ভিতৰতে আটাইতকৈ বেছি প্ৰচলিত কাকত হৈ পৰিল। পশ্চিম ভাৰতত 'মাহৰাট্টা' শিক্ষিতসকলৰ মুখপত্ৰৰ দৰে হৈ পৰিল।

সেই সময়ত কোলহাপুৰ নামে দেশীয় ৰাজ্য এখনৰ নাবালক মহাৰাজক গাদীচ্যুত কৰিবলৈ, সেই ৰাজ্যৰে দেৱান এম. ভি. বাৰ্ভে মহাৰাজৰ তোলনীয়া মাকৰ লগ লাগি ষড়যন্ত্ৰ কৰাৰ কথা লৈ মহাৰাষ্ট্ৰত যথেষ্ট চাঞ্চল্যৰ সৃষ্টি হৈছিল। কাগজবিলাকতো এই ষড়যন্ত্ৰৰ কথা প্ৰকাশ পাইছিল। দেৱান বাৰ্ভেই কাকতবিলাকৰ ওপৰত মানহানিৰ মোকৰ্দমা তৰিলে। কোনো কোনো কাকতৰ সম্পাদকে ক্ষমা-প্ৰাৰ্থনা খুজি, মকৰ্দমাৰ পৰা সাৰিল। কিন্তু বিচাৰত সম্পাদক হিচাপে তিলক আৰু আগৰকাৰৰ চাৰিমাহকৈ জেল হ'ল। আইনৰ মেৰ-পেঁচত আদালতত প্ৰমাণ কৰিব নোৱাৰিলেও সকলোৰে সঁচা বুলি জনা কথা এটাৰ কাৰণে জেল খটাত জনসাধাৰণৰ মাজত তেওঁলোকৰ প্ৰতিষ্ঠা বাঢ়িল। তিলকে জীৱনত কেইবাবাৰো 'সম্ৰাটৰ অতিথিশালা'ত অতিথি হ'ব লগা হৈছিল। তাৰ ভিতৰত এইবাৰেই আছিল প্ৰথম।

তিলক আৰু আগৰকাৰ জেলৰ পৰা ওলাই আহি মিছনেৰিসকলৰ আহিত শিক্ষা-প্ৰসাৰৰ অৰ্থে এটা অনুষ্ঠান গঢ়াত মন দিলে। এই উদ্দেশ্যে ১৯৮৪ চনৰ ২৪ অক্টোবৰত এখন সভা আহ্বান কৰা হয়। এই সভাত উপস্থিত থকা সকলৰ ভিতৰত আছিল মহাদেব গোবিন্দ ৰাণাডে, ছাৰ বিলি-য়াম বেদাৰবাৰ্ণ (ভাৰতীয় জাতীয় কংগ্ৰেছৰ এজন প্ৰতিষ্ঠাতা), প্ৰফেছৰ বৰ্ডছৱৰ্থ আৰু কে. টি. টেলাং। সেই সভাতে 'ডেকান শিক্ষা প্ৰচাৰ সমিতি' স্থাপন হয়। বৰলাট ৰিপন আৰু বোম্বাইৰ গৱৰ্ণৰ ছাৰ জেম্‌ছ ফাৰ্গুছন এই সমিতিৰ পৃষ্ঠপোষক হবলৈ সন্মত হৈছিল। সমগ্ৰ মহাৰাষ্ট্ৰত এই সমিতিৰ শাখা খোলা হৈছিল। এই সমিতিৰ উদ্যোগত ১৮৮৫ চনৰ দুই জানুৱাৰীত পুণাত ছাৰ জেম্‌ছ ফাৰ্গুছনৰ নামত 'ফাৰ্গুছন কলেজ' মুকলি কৰা হয়। শিৱৰাম আপ্তে এই কলেজৰ প্ৰথম অধ্যক্ষ হয়। তিলকে গণিত, আগৰকাৰে ইতিহাস, কেলকাৰে ইংৰাজী আৰু গোলে পদাৰ্থবিজ্ঞান পঢ়াইছিল। গোপালকৃষ্ণ

গোখলেয়ো এই প্ৰতিষ্ঠানত অধ্যাপক হিচাপে যোগ দিছিল। এই কলেজৰ অধ্যাপকৰ দৰ্মহা আছিল মাহে ৭৫ টকা আৰু তিনিহাজাৰ টকাৰ এখন বীমা। সময়ত তিলকৰ বন্ধু আগৰকাৰ প্ৰমুখ্যে সমিতিৰ কেইজনমান আজীৱন সভ্যই দৰ্মহা বঢ়োৱাৰ কথা দাঙি ধৰিলে আৰু অন্য কাম কৰি উপাৰ্জন কৰাৰ কথাও ভাবিলে। এই কথা লৈ তিলক আৰু আগৰকাৰৰ ভিতৰত ভীষণ মত-বিৰোধ হৈছিল। তিলকে সদায় জোৰ দিছিল যে সমিতিৰ সভ্যসকলে 'জেছুইট'ৰ নীতিসমূহ পালন কৰিব লাগিব আৰু ৰাজহুৱা ক্ষেত্ৰত কাম-কৰা লোকসকলে সদায় অতি কম হিচাপে নিৰ্দ্ধাৰণ কৰা উপাৰ্জনত সন্তুষ্ট থাকিব লাগিব। অন্যপ্ৰকাৰে উপাৰ্জন কৰিবলৈ তেওঁলোকে চেষ্টাকে কৰিব নেলাগিব। আগৰকাৰে কৈছিল যে সেইবিলাক নীতি তেওঁলোকৰ ক্ষেত্ৰত নেখাটে। এনে ধৰণৰ আঁকোৰ-গোজালি মনোভাবৰ কাৰণে তিলক অকলশৰীয়া হৈ পৰিছিল। তেওঁ শেষত সমিতিৰ সভ্য পদ ইস্তফা দিবলগা হয়। ১৮৯০-৯১ চনটো তিলকৰ জীৱনৰ এটা বিশেষ সন্ধিক্ষণ। 'ডেকান শিক্ষা সমিতি'ৰ সহকৰ্মীসকলৰ লগত মতভেদ হৈ তেওঁ তাৰ পৰাও ওলাব লগা হ'ল। তেতিয়া তেওঁৰ উপাৰ্জন নোহোৱা হৈছিল। শিক্ষাৰ ক্ষেত্ৰত যি কাম আৰম্ভ কৰিছিল তাৰ পৰা তেওঁ আঁতৰি আহিব লগা হ'ল। তিলক তেতিয়া 'কেশৰী' আৰু 'মাহৰাট্টা' এই দুয়োখন কাকতৰ স্বত্বাধিকাৰী আৰু সম্পাদক হ'ল। কিন্তু এই কাগজকেইখনৰ উপাৰ্জনেৰে খৰচ চলোৱাই টান আছিল। প্ৰেছৰ পৰা সাতহেজাৰ টকা ধাৰ লৈ তেওঁ কাকত দুখনৰ সম্পাদকৰ হৈ পৰিচালনাৰ দায়িত্ব লব লগা হ'ল। এইদৰেই তিলকৰ জীৱনত সাংবাদিক হিচাপে জাতিক সেৱা কৰাৰ নতুন এটা অধ্যায় আৰম্ভ হ'ল।

সেই সময়ত শিক্ষিত শ্ৰেণীৰ হিন্দুসকলৰ ভিতৰত সমাজ-সংস্কাৰৰ কাৰণে নানাজনে নানাভাৱে চেষ্টা চলাবলৈ আৰম্ভ কৰিছিল। সমাজৰ পুৰণি কিছুমান সংস্কাৰ গুচাব নোৱাৰিলে ভাৰতৰ উন্নতি নহয় বুলি কোনো কোনো নেতাই সৰ্বাধিক গুৰুত্ব দিছিল। তিলকে এই বিষয়ে পৃথক মত পোষণ কৰিছিল। সমাজ-সংস্কাৰ সম্পৰ্কে তিলকৰ আগ্ৰহ নথকা বুলি তেওঁক প্ৰতিক্ৰিয়াশীল আখ্যাও দিয়া হৈছিল। ৰাজনৈতিক প্ৰশ্নক অগ্ৰাধিকাৰ দিয়াটোৱেই তিলকৰ অভিমত আছিল। তেওঁ বিশ্বাস কৰিছিল যে সকলো সংস্কাৰৰ মূলতেই হৈছে স্বাধীনতা। ১৮৮৬ চনত তিলকে তেওঁৰ 'কেশৰী'ৰ

এটা সম্পাদকীয় প্ৰবন্ধত জাষ্টিছ কে.টি. টেলাঙৰ এটা বক্তৃতাৰ যুক্তি সমৰ্থন কৰি লিখিছিল। সেই বক্তৃতাৰ মূল প্ৰশ্ন আছিল: "Which should come first; social or political reform"? টেলাঙে এই মত খণ্ডন কৰি কৈছিল যে ৰাজনৈতিক স্বাধীনতাৰ কাৰণে প্ৰথমতে সামাজিক সংস্কাৰ সাধিত হ'ব লাগিব। তেওঁ দেখুৱাইছিল যে ব্ৰিটিছসকলে সোতৰশ শতিকাত ৰজাৰ পৰা ৰাজনৈতিক ক্ষমতা জোৰেৰে হস্তগত কৰাৰ সময়ৰ পৰা উনৈশ শতিকালৈকে সামাজিক হিচাপে পিছ পৰা আছিল। আনহাতে, আয়াৰলেণ্ডৰ সামাজিক অৱস্থা ব্ৰিটেইনৰ দৰে হ'লেও ভাৰতৰ দৰে ব্ৰিটেইনৰ পৰাধীন আছিল। "বৰ্তমান অৱস্থাত সামাজিক সংস্কাৰতকৈ আমি আমাৰ শক্তিৰ বেছিখিনি ৰাজনৈতিক সংস্কাৰত লগাব লাগে" বুলি তিলকে মত পোষণ কৰিছিল।

তিলকে ঘোষণা কৰিছিল, "যিজন ঈশ্বৰে কয় যে অস্পৃশ্যতা তেওঁ সৃষ্টি কৰিছে সেইজন ঈশ্বৰক তেওঁ স্বীকাৰ নকৰে।" কিন্তু এনে প্ৰশ্নতো গান্ধীৰ দৰে তিলকে সামাজিক সংস্কাৰৰ কাম হাতত লব খুজিছিল। তেওঁ একমাত্ৰ ৰাজনৈতিক স্বাধীনতাৰ সংগ্ৰামত মনোনিবেশ কৰাৰ ওপৰতহে বিশ্বাস ৰাখিছিল।

'ডেকান শিক্ষা সমিতি'ৰ পৰা ১৮৯০ চনত ইস্তফা দিয়াৰ পিছত ১৮৯৭ চনত ৰাজদ্ৰোহৰ অপৰাধত দণ্ডিত হোৱালৈকে এইকেইটা বছৰত তিলকৰ জীৱনৰ কাৰ্যাবলীয়ে তেওঁক এজন শিক্ষাবিদৰ পৰা ৰাজনৈতিক নেতালৈ পৰিবৰ্তিত কৰে আৰু তেওঁৰ কৰ্মস্থল প্ৰাদেশিক ক্ষেত্ৰৰ পৰা সৰ্বভাৰতীয় ক্ষেত্ৰলৈ প্ৰসাৰিত হয়। কেইবাকালেও তেওঁৰ কাৰ্যাবলী সম্প্ৰসাৰিত হৈছিল। তেওঁ দুখন সাপ্তাহিক কাকত চলাইছিল আৰু আইন কলেজতো পঢ়ুৱাইছিল। 'গণপতি' আৰু 'শিৱাজী' উৎসৱক মহাৰাষ্ট্ৰৰ জাতীয় উৎসৱ হিচাপে তেওঁ গঢ় দিয়ে। এতিয়াৰ পুৰুষে বুজিবলৈ টান পাব যে আজি যিভাৱে এই দুটা উৎসৱ পালন কৰা হয় তিলকেহে তাক সেইভাৱে পালন কৰিবলৈ প্ৰথম আৰম্ভ কৰিছিল। বাৎসৰিক 'গণপতি পূজা' পূৰ্বৰে পৰা আছিল যদিও তিলকেহে ইয়াক জাতীয় উৎসৱ ৰূপ দিয়ে। ১৮৯৬ চনত 'শিৱাজী উৎসৱ'ৰ উদ্বোধন কৰা হয়। তিলকে গণপতি আৰু শিৱাজী উৎসৱত জোৰ দিয়াত কোনো কোনোৱে তাৰ গুৰিতে তেওঁৰ ৰাজনৈতিক অভিপ্ৰায় আছিল বুলি অভিযোগ কৰিছিল।

এংলো ইণ্ডিয়ান সমালোচকসকলে দেখুৱাব খুজিছিল যে, শিৱাজী-উৎসৱ হিন্দু-সকলক মুছলমানৰ বিৰুদ্ধে জাগ্ৰত কৰাৰ এটা চেষ্টা। এনে সমালোচনাৰ উত্তৰত তিলকে আঙুলিয়াই দিলে যে, শিৱাজীয়ে মুছলমানসকলৰ ধৰ্মৰ অনুভূতিৰ প্ৰতি বিশেষ শ্ৰদ্ধা দেখুৱাইছিল। মোগলৰ বিৰুদ্ধে যুদ্ধ কৰোঁতে শিৱাজীৰ সৈন্য-বাহিনীত বহুতো মুছলমানতো আছিলেই আনকি মুছলমান সেনাপতিও আছিল। তেওঁ দেখুৱাইছিল, যেনেকৈ ব্ৰিটেইনে নেলছনক আৰু ফ্ৰান্সে নেপোলিয়নক পূজা কৰে, তেনেকৈ আমাৰ দেশতো বীৰ-পূজা কৰাত দোষ হ'ব নোৱাৰে।

এই কালছোৱাতে তিলক পুণা মিউনিচিপালিটিৰ কাউন্সিলৰ, বোম্বাই বিশ্ববিদ্যালয়ৰ চিনেটৰ ফেল' আৰু বোম্বে লেজিছ্‌লেটিভ্‌ কাউন্সিলৰ সভ্য নিৰ্বাচিত হ'ল। সাৰ্বজনিক সভাখনো নৰমপন্থীৰ হাতৰ পৰা তিলকে নিজৰ হাতলৈ আনে। ১৮৯৬ চনৰ দুৰ্ভিক্ষত কৃষকসকলৰ দুৰ্দশা দূৰ কৰিবলৈ তেওঁ চেষ্টাৰ ত্ৰুটি কৰা নাছিল। ১৮৯৭ চনৰ প্লেগ মহামাৰীত তিলকৰ সেৱা-দানেই তেওঁৰ অসাধাৰণ সংগঠন-শক্তিৰ পৰিচয় দিয়ে। এই সকলো কামৰ উপৰিও তেওঁ 'অৰিয়ন' নামেৰে এখন কিতাপ লিখে। বিশ্ববিখ্যাত পণ্ডিত-অধ্যাপক মেক্সমূলাৰে তিলকৰ এই কিতাপখন পঢ়ি তিলকৰ জ্ঞানৰ গভীৰতাৰ শলাগ লৈছিল। এনে ধৰণে তিলকৰ বিভিন্ন কাৰ্যাৱলীৰ মাজেদি তেওঁৰ কৰ্মক্ষমতা আৰু বহুমুখী প্ৰতিভাৰ প্ৰমাণ পোৱা যায়।

তিলকে ৰাজহুৱা জীৱনত প্ৰৱেশ কৰাৰ পাঁচ বছৰৰ পিছত কংগ্ৰেছ অনুষ্ঠান স্থাপিত হয়। কিন্তু তিলকে কংগ্ৰেছৰ ১৮৮৯ চনৰ বোম্বাই অধিৱেশনতেহে প্ৰথম যোগ দিয়ে। সেই বছৰতে গোপালকৃষ্ণ গোখলে আৰু লালা লাজপত ৰায়েও কংগ্ৰেছত যোগ দিছিল। ১৮৮৯ চনৰ পৰা তিলকে প্ৰায়কেইখন কংগ্ৰেছ অধিৱেশনত যোগ দিছিল। ১৮৯৩ চনৰ কংগ্ৰেছ অধিৱেশনত বক্তৃতা দি তিলকে এই অভিযোগ খণ্ডন কৰিছিল যে কংগ্ৰেছ কেৱল শিক্ষিতসকলৰহে অনুষ্ঠান। তেওঁ কৈছিল, "আমি সেই শ্ৰেণীৰ উপকাৰৰ কাৰণে কাম কৰিব খোজা নাই। আমি দুখীয়া শ্ৰেণীৰ কাৰণেহে কাম কৰিব খুজিছো। বোম্বাইৰ পৰা অহা এজন প্ৰতিনিধি হিচাপে মই ক'ব খোজো যে, মই জমিদাৰসকলৰ হৈ ওকালতি কৰিব খোজা নাই— ৰায়তসকলৰ হৈ হে কৰিবলৈ বিচাৰিছো।"

কংগ্ৰেছক জনসাধাৰণৰ অনুষ্ঠান হিচাপে গঢ়ি তোলাত তিলকে জোৰ দিছিল। ১৮৯১ চনত তিলক বোম্বাই প্ৰাদেশিক কংগ্ৰেছৰ তিনিজন চেক্ৰেটৰিৰ এজন হিচাপে নিৰ্বাচিত হয়। এনেদৰেই তিলকৰ কাৰ্যাৱলীয়ে ভাৰতৰ ৰাজনীতিত নতুন যুগৰ সূচনা কৰিলে।

ইংৰাজৰ ৰাজত্বত ভাৰতৰ বিভিন্ন ঠাইত কেইবাবাৰো ডাঙৰ আকাল আৰু মহামাৰীয়ে দেখা দিছিল। ১৮৭০ৰ দশকৰ পিছত আকৌ ১৮৯৬ চনত মহাৰাষ্ট্ৰ ভীষণ আকালৰ গ্ৰাসত পৰে। দেশৰ এনে দুৰ্যোগত কোনো গুৰুত্ব নিদিয়াটো সেই সময়ৰ চৰকাৰৰ দস্তুৰেই আছিল। সমস্যাটো যিমান পাৰে তেওঁলোকে এৰাই যাবলৈ চাইছিল। মহাৰাষ্ট্ৰত যেতিয়া দুৰ্ভিক্ষ হয় তেতিয়া বৰলাটে বিশেষ আড়ম্বৰেৰে প্ৰচুৰ ধন খৰচ কৰি দেশীয় ৰাজ্যবিলাক ভ্ৰমণ কৰি ফুৰিছিল।

আগৰ দৰে যাতে কৃষকসকলে খাবলৈ নেপালেও নীৰৱে সকলো সহি নেথাকি তেওঁলোকৰ দুখৰ প্ৰতি চৰকাৰী মনোযোগ আকৰ্ষণ কৰিব পাৰে, তাৰ কাৰণে তিলকে কৃষকসকলক জাগ্ৰত কৰিবলৈ চেষ্টা কৰিলে। 'কেশৰী' আৰু 'মাহৰাট্টা' কাকতত দুৰ্ভিক্ষৰ খবৰ প্ৰচাৰ কৰা হ'ল। প্ৰতিকাৰৰ কাৰণে সাহেৰে আগবাঢ়ি আহি দাবী জনাবলৈ তিলকে জনসাধাৰণক আহ্বান কৰি কৈছিল, "যেতিয়া মহাৰাণীয়ে ইচ্ছা কৰিছে যে নেখাই কোনো মৰিব নেলাগে, গৱৰ্ণৰে যেতিয়া কৈছে যে সকলো জীয়াই থাকিব লাগে আৰু ভাৰত-সচিবে যেতিয়া কৈছে যে প্ৰয়োজন হ'লে ধাৰ কৰিবলৈও তেওঁ সাজু আছে, তেতিয়া আপোনাসকলে ভয়ত আৰু আকালত নিজকে হত্যা কৰিবনে? চৰকাৰৰ কৰ-কাটল দিবলৈ আপোনালোকৰ টকা আছে যদি নিশ্চয় দিয়ক। কিন্তু আপোনালোকৰ হাতত যদি টকা-পইছা একো নাই, তেন্তে কেৱল চৰকাৰৰ তলতীয়া কৰ্মচাৰীসকলৰ ৰোষত নপৰিবলৈকে আপোনাসকলে নিজৰ বয়-বস্তু বিক্ৰী কৰিবনে? মৃত্যুৰ সন্মুখতো আপোনাসকলে সাহসেৰে থিয় দিব নোৱাৰেনে? আমি বহুত দুৰ্ভিক্ষৰ বিৰুদ্ধে থিয় দিব পাৰো; কিন্তু ভেড়াৰ দৰে ভয়াতুৰ মানুহ লৈ আমি কি কৰিম? এনে দুৰ্ভিক্ষ যদি ইংলণ্ডত হ'লহেঁতেন আৰু তাৰ প্ৰধানমন্ত্ৰী যদি আমাৰ বৰলাটৰ দৰে উদাসীন হ'লহেঁতেন, তেন্তে তেওঁৰ গৱৰ্ণমেণ্টৰ অবিলম্বে পতন হ'লহেঁতেন।

তিলকৰ এনে প্ৰচাৰত চৰকাৰী মহল ক্ষুব্ধ হৈ পৰিছিল। তেওঁলোকে

দুৰ্ভিক্ষ সম্পৰ্কীয় প্ৰচাৰ-পত্ৰবিলাক ৰায়তৰ মাজত বিলোৱাত বাধা দিলে। দুৰ্ভিক্ষ প্ৰপীড়িত নিঃস্বজনক খাজনা নিদিবলৈ কোৱা কৰ্মীসকলক গ্ৰেপ্তাৰ কৰা হ'ল। তিলকে এনে অৱস্থাৰ মাজতো তেওঁলোকৰ প্ৰচাৰ চলাই আছিল। তিলকৰ প্ৰচাৰৰ ফলত চৰকাৰে অন্ততঃ দুৰ্ভিক্ষত সহায় কৰা আইনখন বলবৎ কৰিবলৈ বাধ্য হয়।

দুৰ্ভিক্ষত সাহায্য-দান সম্পৰ্কীয় আন্দোলনৰ দ্বাৰা তিলকে একালে যেনেকৈ দুখীয়াৰ অৰ্থনৈতিক প্ৰশ্নৰ ওপৰত গুৰুত্ব দিছিল, আনফালে তেনেকৈ জন-সাধাৰণৰ ৰাজনৈতিক চেতনা জাগ্ৰত কৰিবলৈও চেষ্টা কৰিছিল। তিলকে কৈছিল: "গাঁৱৰ অশিক্ষিত মানুহক আমি যিমান পাৰো ভাল শিক্ষা দিব লাগিব। তেওঁলোকক আমি সমানৰূপে ব্যৱহাৰ কৰিব লাগিব আৰু তেওঁ-লোকৰ অধিকাৰৰ কথা বুজাব লাগিব। সাংবিধানিক উপায়েৰে কেনেকৈ যুঁজিব লাগে, তাকো তেওঁলোকক দেখুৱাব লাগিব। তেতিয়াহে গৱৰ্ণমেণ্টে বুজিব যে কংগ্ৰেছক অগ্ৰাহ্য কৰা মানে ভাৰতীয় জাতিক অগ্ৰাহ্য কৰা। তেতিয়াহে কংগ্ৰেছৰ নেতাসকলৰ চেষ্টা ফলৱতী হ'ব। এনে কামৰ কাৰণে যথেষ্ট সংখ্যক সুস্থ আৰু নিষ্ঠাবান কৰ্মী লাগিব, যিসকলৰ কাৰণে ৰাজনীতি ছুটীৰ দিনৰ আমোদজনক কাম হৈ নেথাকিব; সেই ৰাজনীতি হৈ পৰিব প্ৰতিদিনে কঠোৰ নিয়ম মানি, অতি শুদ্ধচিত্তে কৰিবলগীয়া কাম।"

মহাৰাষ্ট্ৰত তিলক দুৰ্ভিক্ষত সহায় কৰা কামত ব্যস্ত থকাৰ মাজতে, ১৮৯৭ চনত বোম্বাই আৰু পুণাত প্লেগ মহামাৰীয়ে দেখা দিয়াত তেওঁ সেই বিষয়ে মন দিব লগা হ'ল। প্লেগ ৰোগৰ তেতিয়া কোনো চিকিৎসাই নাছিল। মানুহে প্লেগৰ কথা শুনিলেই বিভ্ৰান্ত হৈ পৰিছিল। তাৰ উপৰি চৰকাৰে প্লেগ বেমাৰীক বাছি বেলেগ কৰিবলৈ যি নিষ্ঠুৰ প্ৰণালী অৱলম্বন কৰিলে, সি মানুহৰ মাজত প্লেগতকৈও বেছি আতঙ্কৰ সৃষ্টি কৰিলে। চৰকাৰৰ পৰা প্লেগ হোৱা বুলি সন্দেহ কৰা মানুহ বাছি-বিচাৰি উলিয়াই পৃথক ঠাইলৈ নিবলৈ ব্ৰিটিছ সেনাৰ ওপৰত ভাৰ দিয়া হৈছিল। এই সৈন্যসকলে মানুহৰ ঘৰ খানাতালাচ কৰি জোৰ-জুলুম কৰিবলৈ ধৰিলে। তিলকে প্ৰথমতে চৰকাৰক প্লেগ নিবাৰণৰ কামত সহায় কৰিবলৈ আগ বাঢ়িছিল। পিছে, প্লেগ বেমাৰী পৃথককৰণৰ নামত যেনেকৈ তিৰোতা মানুহৰ ওপৰতো অত্যাচাৰ হ'বলৈ ধৰিলে সেইবিলাক দেখি-শুনি তিলকে সেই সম্পৰ্কে চৰকাৰী ব্যৱহাৰ সমা-

লোচনা কৰিবলৈ বাধ্য হ'ল। চৰকাৰী হাস্পতাললৈ প্লেগ ৰোগী গ'লেই মাৰি পেলোৱা হয় বুলি খবৰ ওলোৱাত, মানুহে চৰকাৰী হাস্পতালৰ নামতে ভয় খোৱা হ'ল। তিলকে মানুহৰ মাজলৈ বিশ্বাস ঘূৰাই আনিবলৈ বেচৰকাৰী হাস্পতাল খুলি সাহায্যৰ ব্যৱস্থা কৰিছিল। আন বহুত মুখীয়াল মানুহৰ দৰে তিলকে পুণা এৰি নগৈ তাতে থাকি সেই অৱস্থাত যিমান পাৰে সাহায্যৰ কাম কৰিছিল।

১৮৯৭ চনৰ ২৭ জুলাই তাৰিখে বোম্বাইত ৰাজদ্ৰোহৰ অভিযোগত তিলকক গ্ৰেপ্তাৰ কৰা হয়। ইয়াৰ আগতে ১৮৯৭ চনৰ জুনৰ ২২ তাৰিখে পুণাত ৰাণ্ড আৰু আয়াৰ্ষ্টক গুলি কৰি হত্যা কৰা হৈছিল। ৰাণ্ড নামৰ এজন অসামৰিক নাগৰিকক প্লেগ কমিটিৰ চেয়াৰমেন কৰা হৈছিল। মহামাৰীৰ সময়ত গোড়া সৈন্যবিলাকক লৈ তেওঁ অশেষ অত্যাচাৰ কৰিছিল। এওঁক হত্যা কৰা ঘটনাৰ লগত তিলকৰ গ্ৰেপ্তাৰৰ কোনো সম্পৰ্ক নাছিল বুলি সকলোৱে ভাবিছিল। কিন্তু 'টাইমছ অব্ ইণ্ডিয়া'ৰ দৰে এংলো ইণ্ডিয়ান কাকতে এই বিষয়ে তিলকৰ প্ৰতি কটাক্ষ কৰিবলৈ এৰা নাছিল। তিলকে সেই সময়ত তেওঁৰ কাকতত ৰাইজলৈ জনোৱা গোহাৰিৰ পৰা সংলগ্ন থকা কথাখিনি বাদ দি মাজৰ পৰা এটুকুৰা তুলি দি "প্লেগ কৰ্তৃপক্ষৰ অত্যাচাৰৰ সম্পৰ্কে কেৱল হাই-উৰুমি কৰা নিৰৰ্থক" বুলি দেখুৱাব খুজিছিল। তিলকৰ এই কথাকে লৈ 'টাইমছ অব্ ইণ্ডিয়া'ই ৰাণ্ডৰ হত্যাৰ কাৰণে তিলকক পৰোক্ষভাৱে জগৰীয়া কৰিবলৈ চেষ্টা কৰে। তিলকে ইয়াৰ প্ৰতিবাদ কৰে আৰু 'টাইমছ অব্ ইণ্ডিয়া'ৰ বিৰুদ্ধে আদালতত গোচৰ দিবলৈ বোম্বাইলৈ যায়। কিন্তু বোম্বাই পাওঁতেই তেওঁক গ্ৰেপ্তাৰ কৰা হ'ল।

ছজন য়ুৰোপীয় আৰু তিনিজন ভাৰতীয় জুৰী লৈ, জাষ্টিছ ষ্ট্ৰেচিৰ হেছম আদালতত বিচাৰ হ'ল। ছজন জুৰীয়ে দোষী বুলি ৰায় দিলে। জজে সেই মত মানি লৈ তিলকক ওঠৰ মাহ সশ্ৰম কাৰাদণ্ডৰ আদেশ দিলে।

তিলকৰ কাৰাদণ্ডত ভাৰতৰ সকলোতে অসন্তুষ্টি আৰু ক্ষোভ প্ৰকাশ পাইছিল। জাতীয় কংগ্ৰেছৰ মঞ্চৰ পৰা সুৰেন্দ্ৰ নাথ বেনাৰ্জীয়ে ঘোষণা কৰিছিল: "জাতিয়ে চকুলো টুকিছে। ভাৰতীয় 'প্ৰেছ'ৰ হৈ মই ক'ব পাৰো যে আমাৰ বিশ্বাস তিলক নিৰ্দোষী।" বিলাতত দাদাভাই নৌৰজীয়ে সেই একেসময়তে কৈছিল: "প্ৰেছৰ কণ্ঠৰোধ কৰাটো আত্মঘাতী কাম। তিলকক অভিযুক্ত

কৰাতকৈ ডাঙৰ ভুল নাই। ব্ৰিটিছ গৱৰ্ণমেণ্ট যি নীতিৰে পৰিচালিত হৈ আহিছিল, ই তাৰপৰা আঁতৰি যোৱা বুজাইছে।"

য়াৰাবাদা জেলত বন্দী হৈ থাকোতে, তিলকে তেওঁৰ প্ৰিয় বিষয় বেদৰ পুৰাতত্ত্ব আৰু আৰ্য সভ্যতা সম্পৰ্কে গভীৰভাৱে অধ্যয়ন কৰে। এই অধ্যয়নকে ভেটি কৰি পাঁচ বছৰৰ পিছত তেওঁ 'দ্য আৰ্কটিক হ্‌ম ইন দ্য বেদজ' নামে কিতাপখন লিখি প্ৰকাশ কৰে। জেলৰ পৰা ওলাই তিলকে তেওঁৰ এজন বন্ধুক কৈছিল যে, জেলত এদিন ৰাতি তেওঁ বেদৰ কোনো এটা শ্লোকৰ শুদ্ধ অৰ্থ উলিয়াব পাৰি কিমান যে উল্লাসিত হৈ উঠিছিল।

তিলকক জেলৰ মিয়াদ শেষ হোৱাৰ আগতেই মুক্তি দিবলৈ ছাৰ উইলিয়াম হাণ্টাৰ, ছাৰ বিচাৰ্ড গাৰ্থ, দাদাভাই নৌৰজী, আৰ. চি. দত্ত আৰু প্ৰফেছৰ মেক্সমূলাৰে ৰাণীলৈ স্মাৰক-পত্ৰ পঠাইছিল। এনেধৰণৰ হেঁচাত অৱশেষত, কিছু আগতেই তিলকক জেলৰ পৰা মুক্তি দিয়া হয়। বিখ্যাত পণ্ডিত আৰ. চি. দত্তই বিলাতৰ পৰা তিলকলৈ এইদৰে লিখিছিল, "আপুনি যি কষ্ট বৰণ কৰি লৈছে, তাৰ কথা মনত পৰিলে মোৰ অন্তৰত যি ভাব হয় তাক মই ভাষাৰে বৰ্ণনা কৰিব নোৱাৰো। আপুনি এতিয়ালৈকে যি সহ্য আৰু কষ্ট স্বীকাৰৰ ক্ষমতা দেখুৱাইছে সি শলাগিবলগীয়া। মোৰ সন্দেহ নাই যে আপোনাৰ দৃষ্টান্ত স্থায়ী হ'ব। আপোনাৰ চেষ্টা কেতিয়াও বিফলে নেযায়। নিশ্চয় তাৰ ফল ধৰিব। আপোনাৰ দুখ-কষ্টই জাতিক জয়যুক্ত হোৱাৰ পথত আগবঢ়াই নিব।"

১৮৯৯ চনৰ চাৰি জুনৰ 'কেশৰী'ত তিলকে 'পুণাশ হৰি ওম' এই শিতানত লিখা বিখ্যাত সম্পাদকীয় প্ৰবন্ধত পুনৰ সক্ৰিয় ৰাজনীতিলৈ অহাৰ ইঙ্গিত দিছিল। 'পুণাশ হৰি ওম' এই ধৰ্মীয় কথাষাৰৰ অৰ্থ হৈছে "আমাৰ উদ্দেশ্যলৈ প্ৰত্যাবৰ্তন।" তিলকে মাজতে দুটামান বছৰ টাই মহাৰাজৰ ট্ৰাষ্ট সম্পৰ্কীয় মকৰ্দমাত জড়িত হৈ বৰ ব্যতিব্যস্ত হ'ব লগা হৈছিল। সেই-বিলাকৰ ওৰ পৰাত তেওঁ পুনৰ সক্ৰিয় ৰাজনীতিলৈ ঘূৰি আহি সকলোকে ঐক্যবদ্ধ হৈ কাম কৰিবলৈ আহ্বান কৰিছিল।

১৯০৪ চনৰ বোম্বাই কংগ্ৰেছত তিলকে যোগ দিছিলহি। এই অধি-বেশন ছাৰ হেনৰী কটনৰ সভাপতিত্বত বহিছিল। কটন আৰু বেদাৰ বানে কৈছিল যে কংগ্ৰেছে সক্ৰিয় ৰাজনীতিৰ কাৰ্যক্ৰমণিকা গ্ৰহণ কৰিব

লাগে। তিলক ইয়াৰ পূৰা সমৰ্থক আছিল। কংগ্ৰেছৰ ভিতৰত ডেকা-সকলেও ইয়াক সমৰ্থন কৰিছিল। কিন্তু ফিৰোজশ্বাহ মেহতা তাৰ বিৰোধী আছিল। তেওঁ কোনো পৰিৱৰ্তনৰ পক্ষপাতী নাছিল। আমষ্টাৰ্ডামত বহা আন্তৰ্জাতিক সমাজবাদী কংগ্ৰেছত ভাৰতত বৃটিছ শাসনৰ নিন্দা কৰি আগতে এটা প্ৰস্তাৱ লৈছিল। দাদাভাই নৌৰজীয়ে তাত ভাগ লৈছিল। ফিৰোজ-শ্বাহ মেহতাই দাদাভাইৰ এই কামো সমৰ্থন কৰা নাছিল। সেই সময়তে লৰ্ড কাৰ্জনৰ বঙ্গ-বিচ্ছেদৰ আঁচনিৰ বিৰুদ্ধে বঙ্গত তুমুল আলোড়ন হয়। বঙ্গ-বিচ্ছেদ ৰদ কৰিবলৈ আন্দোলন তীব্ৰ হৈ উঠে। তিলক আৰু তেওঁৰ লগত উগ্ৰপন্থী নেতাসকলে বঙ্গ-বিচ্ছেদে সৃষ্টি কৰা বিক্ষোভৰ সুবিধা লৈ জাতীয় আন্দোলন কৰাৰ পক্ষপাতী আছিল। তেওঁলোকে কংগ্ৰেছক এক সংগ্ৰামী অনুষ্ঠানত পৰিণত কৰিব খুজিছিল। তিলকে কৈছিল, "কংগ্ৰেছৰ লেহেম নীতিত আমি বিশ্বাস হেৰুৱাইছো। বছৰত তিনি দিন কংগ্ৰেছৰ অধি-বেশন পতা আৰু মাজে মাজে ইংলণ্ডলৈ সঁজাতি দল পঠোৱাটো আমাৰ মনেৰে যথেষ্ট কাম নহয়। আমাৰ যে সাংবিধানিক আন্দোলনত বিশ্বাস নাই এনে নহয়। বৃটিছ গৱৰ্ণমেণ্টক আমি ওফৰাব খোজা নাই। কিন্তু আমি ৰাজনৈতিক অধিকাৰৰ কাৰণে যুঁজিব লাগিব। নৰমপন্থীসকলৰ মতে, বুজাই-বঢ়াই এই কাম কৰিব পৰা যাব। আমি ভাবো, জোৰেৰে হেঁচা দিলেহে কাম হ'ব পাৰে। কংগ্ৰেছে সেই হেঁচা দিবলৈ আগবাঢ়ি আহিবনে নাহে, সেইটোৱেই হৈছে কথা। যদি সেই ধৰণৰ হেঁচা দিব খোজা হয়, তেন্তে কংগ্ৰেছৰ নেতাসকলে এতিয়াৰ চৰিত্ৰ বা ভাবমূৰ্তি এৰিব লাগিব আৰু কংগ্ৰেছক একেবাহে সৰ্বক্ষণতে উদ্যমেৰে সৈতে কাম কৰা এটা অনু-ষ্ঠানত পৰিণত কৰিব লাগিব।"

বেনাৰস কংগ্ৰেছত সভাপতিৰ আসনৰ পৰা গোখলেই বঙ্গৰ জাগৰণৰ প্ৰতি ওলগ জনাইছিল আৰু স্বদেশী-আন্দোলন সমৰ্থন কৰিছিল। তেওঁ বঙ্গ-বিচ্ছেদৰ কাৰণে লৰ্ড কাৰ্জনকো নিন্দা কৰিছিল। কিন্তু নৰমপন্থী-সকলৰ মাজৰ পৰা গোখলেই এনেধৰণৰ মত প্ৰকাশ কৰিলেও নৰমপন্থী-সকলৰ বেছিভাগেই আগতে সচৰাচৰ কৰি অহাৰ দৰে ৰাজশক্তিৰ আনুগত্য দেখুৱাব খুজিছিল। তিলক আৰু লাজপত ৰায়ে তাৰ বিৰোধিতা কৰিছিল।

তেতিয়াৰেপৰা নৰমপন্থী আৰু উগ্ৰপন্থীসকলৰ মাজত কংগ্ৰেছৰ

প্ৰাধান্য লাভ কৰা লৈ প্ৰতিদ্বন্দ্বিতা চলিল। কলিকতা কংগ্ৰেছত কোন সভাপতি হ'ব সেই লৈ দুয়ো পক্ষৰ ভিতৰত মতানৈক্য ঘটিল। বিপিন চন্দ্ৰ পাল আৰু বঙ্গৰ অন্যান্য নেতাসকল তিলকক কলিকতা কংগ্ৰেছৰ সভাপতি পতাৰ পক্ষপাতী আছিল। তিলকে লাজপত ৰায়ক সভাপতি পাতিব খুজিছিল। নৰমপন্থীসকলে এই দুজনৰ এজনৰো নাম শুনিব নোখোজে। শেষত কংগ্ৰেছৰ প্ৰপিতামহ দাদাভাই নৌৰজীক তৃতীয়বাৰৰ কাৰণে কলিকতা কংগ্ৰেছৰ সভাপতি হিচাপে নিমন্ত্ৰণ জনোৱা হ'ল। সভাপতিৰ আসনৰ পৰা দদায়েকে 'স্বৰাজ'ৰ ধ্বনি দিলে। 'ইংলিছমেন' আদি কাকতে লিখিলে, "আশা কৰা মতে দাদাভাইৰ বৃটিছ শাসনৰ প্ৰতি থকা ঘৃণাৰ জুইকুৰা মুমুৰাতকৈ তাত কেৰাচিন ঢলাহে হৈছে।"

কলিকতা কংগ্ৰেছত নৰমপন্থী আৰু উগ্ৰপন্থী দুয়ো পক্ষই নিজৰ নিজৰ ভাবমতে প্ৰস্তাৱ গ্ৰহণ কৰাত জোৰ দিছিল। কংগ্ৰেছৰ এই দুটা দলৰ ভিতৰত ৰাজনৈতিক দৃষ্টিভঙ্গীৰ পাৰ্থক্য নাইকিয়া কৰা টান যেন দেখা গৈছিল। বেনাৰস কংগ্ৰেছত গোখলেই নৰমপন্থীসকলৰ সুৰত কথা নোকোৱাত, তিলক প্ৰমুখ্যে উগ্ৰপন্থীসকলৰ ফালে তেওঁ ঢাল খাইছে বুলি কিছু লোকৰ ভাব হৈছিল। কিন্তু গোখলেৰ ৰাজনীতি সদায় নৰমপন্থী আছিল। সেইকাৰণে তিলকৰ লগত ৰাজনৈতিক বিচাৰত এই দুজন নেতাৰ মিল হ'ব পৰা নাছিল।

বঙ্গ-বিচ্ছেদৰ প্ৰশ্ন লৈ বঙ্গত যি সৰ্বগ্ৰাসী আন্দোলন হৈছিল, তিলকে তাৰ প্ৰতি ওলগ জনাইছিল আৰু বৰ্জন আন্দোলনৰ প্ৰতি দেশৰ সকলো প্ৰদেশতে সহায়-সহযোগ আগবঢ়াবলৈ প্ৰচাৰ চলাইছিল। ১৯০৫ চনৰ ২২ আগষ্টত 'কেশৰী'ত 'জাতীয় বৰ্জন' শিতানৰ সম্পাদকীয় প্ৰবন্ধত তিলকে লিখিছিল: এতিয়াও বহুত মানুহে বৰ্জন আন্দোলনৰ তাৎপৰ্য ভালকৈ বুজিব পৰা নাই। এনে কাৰ্যসূচীৰ অত্যন্ত প্ৰয়োজন আছে—বিশেষকৈ যেতিয়া জনসাধাৰণ আৰু তেওঁলোকৰ বিদেশী শাসকৰ মাজত সংঘাত চলি আছে। ইংলণ্ডৰ ইতিহাসতো লেখত লবলগীয়া, স্বয়ং জনতাই তেওঁলোকৰ দাবী মানিবলৈ অস্বীকাৰ কৰোঁতে ৰজাক সেও মনাবলৈ আগবঢ়াত ৰজা সেও মনাৰ দৃষ্টান্ত। গৱৰ্ণমেণ্টৰ বিৰুদ্ধে আক্ৰমণ কৰিবলৈ আমাৰ শক্তিও নাই ইচ্ছাও নাই। কিন্তু আমাৰ দেশৰপৰা

কোটি কোটি টকা ওলাই যোৱাটো বন্ধ কৰিবলৈ আমি চেষ্টা কৰিব নেলাগিবনে ? আমি দেখা নাইনে কেনেকৈ চীনে আমেৰিকাৰ বস্তু বৰ্জন কৰি আমেৰিকাৰ গৱৰ্ণমেণ্টৰ চকু মুকলি কৰিছে। ইতিহাসে পৰ্যাপ্ত-ভাৱে প্ৰমাণ কৰে যে পৰাধীন জাতিয়ে যিমানেই অসহায় নহওক, অস্ত্ৰধাৰণ নকৰাকৈও ঐক্যবদ্ধ হৈ সাহ আৰু দৃঢ়তাৰে তেওঁলোকৰ গৰ্বী শাসকসকলক পৰাস্ত কৰিব পাৰে। সেইকাৰণে আমি বিশ্বাস কৰো যে, দেশৰ অন্য ঠাইৰ মানুহে বৰ্তমানৰ সঙ্কটত বঙালীসকলৰ প্ৰতি সাহায্যৰ হাত আগ নবঢ়োৱাকৈ নেথাকিব।"

তিলকে বিশ্বাস কৰিছিল যে স্বদেশী আৰু বৰ্জন এপাট শাণিত ৰাজনৈতিক অস্ত্ৰ হিচাপে ব্যৱহাৰ হ'ব পাৰে। তেতিয়া তিলকে নিৰুপদ্ৰৱ প্ৰতিৰোধৰ কথাও ভাবিছিল। তিলকে সেই সময়তে জাতীয় শিক্ষা-পদ্ধতি প্ৰৱৰ্তন, হিন্দী ভাৰতৰ জাতীয় ভাষা হিচাপে গ্ৰহণ কৰা আৰু মাদকতা নিবাৰণ আদি কামতো মন দিছিল।

চুৰাট কংগ্ৰেছত নৰমপন্থী আৰু উগ্ৰপন্থীসকলৰ বিভেদৰ ফলত ভীষণ গণ্ডগোল হয়। নৰমপন্থীসকলে কংগ্ৰেছ দখল কৰিবলৈ চেষ্টা কৰিলে। তিলকে প্ৰস্তাৱ কৰিছিল যে প্ৰত্যেক প্ৰদেশৰ পৰা নৰমপন্থী আৰু উগ্ৰপন্থী-সকলৰ একোজনকৈ লৈ ডঃ ৰাদাৰফৰ্ডৰ সভাপতিত্বত এখন কমিটি গঠন কৰিব লাগে আৰু সেই কমিটিয়ে যি সিদ্ধান্ত লয় দুয়ো পক্ষই তাক মানি ল'ব লাগে। কিন্তু নৰমপন্থী নেতা ফিৰোজ শ্বাহ মেহতাই তিলকৰ প্ৰস্তাৱ মানিবলৈ অস্বীকাৰ কৰিলে। গণ্ডগোলৰ মাজতে চুৰাট কংগ্ৰেছৰ পৰিসমাপ্তি হ'ল। কংগ্ৰেছৰ বিভাজন হ'ল। নৰমপন্থীসকলে কংগ্ৰেছ দখল কৰাৰ দাবী কৰিলে।

১৯০৮ চনৰ ২৪ জুন তাৰিখে তিলকক গ্ৰেপ্তাৰ কৰা হয়। তেওঁ 'কেশৰী'ত 'দেশৰ দুৰ্ভাগ্য' আৰু 'এই ধৰণৰ প্ৰতিকাৰ স্থায়ী নহয়' নামেৰে লিখা দুটা প্ৰবন্ধৰ কাৰণে তিলকক জগৰীয়া কৰা হয়।

১৯০৮ চনৰ ৩০ এপ্ৰিলত বঙ্গৰ মজঃফৰপুৰত ক্ষুদিৰাম বসু আৰু প্ৰফুল্ল চাকীয়ে জিলা জজ কিংচফৰ্ডক হত্যা কৰাৰ উদ্দেশ্যে বোমা নিক্ষেপ কৰিছিল। কিন্তু এই বোমা বিস্ফোৰণত কিংচফৰ্ডৰ পৰিবৰ্তে দুগৰাকী ইংৰাজ মহিলাৰহে মৃত্যু হ'ল। বঙ্গৰ হিংসাত্মক কাম সম্পৰ্কে তিলকে তেওঁৰ প্ৰবন্ধকেইটাত অন্যান্য জাতীয়তাবাদী নেতাসকলৰ দৰেই ইয়াকে কৈছিল যে এই ঘটনাবিলাক দুখ-

জনক আৰু এনে ঘটনা ঘটিব পৰাৰ কাৰণ হৈছে— চৰকাৰে একেবাহে ৰাজহুৱা মত অগ্ৰাহ্য কৰা আৰু দমন-নীতি অনুসৰণ কৰা। তেওঁ আৰু কৈছিল যে প্ৰকৃততে এনে হিংসাত্মক কামৰ প্ৰতিকাৰ দমন-নীতি, ৰাইজৰ অভিযোগবিলাকৰ আশু সমাধান আৰু ৰাজনৈতিক দূৰদৰ্শিতা আৰু সহানুভূতিৰ ভাবেৰে সকলো সমস্যাৰ বিবেচনা কৰাহে। কিন্তু ভাৰতৰ বৃটিছ গৱৰ্ণমেণ্টে সেই সময়ত এনে কথা শুনিবলৈ ভাল নেপাইছিল। তেওঁলোকে তিলকক উগ্ৰপন্থীসকলৰ নেতা বুলি ধৰি লৈ, তেওঁক কেনেকৈ বশ কৰিব পাৰি তাৰ কাৰণে চেষ্টা কৰিছিল। বোম্বাইৰ সেই সময়ৰ গৱৰ্ণৰ লৰ্ড চিদেনহামে ভাৰত সচিব লৰ্ড মৰ্লিলৈ এখন গোপন চিঠিত লিখা তলৰ কথাখিনিৰ পৰা তেওঁলোকৰ মনোভাব সহজে বুজা যাব। তেওঁ লিখিছিল: "সাংবাদিকে ভাবাবেগত বৰ নভবাকৈ লিখা অবাস্তৱ ধাৰণাবিলাক প্ৰকাশ কৰাৰ কথা এয়া নহয়। তিলক হৈছে ভাৰতত ব্ৰিটিছ গৱৰ্ণমেণ্টৰ এজন প্ৰধান ষড়যন্ত্ৰকাৰী--সম্ভৱ আটাইতকৈ প্ৰধান ষড়যন্ত্ৰকাৰী। তেওঁৰ গণপতি আৰু শিবাজী উৎসৱ, পইছ-পুঁজি, আৰু জাতীয় স্কুল—এই সকলোৰে উদ্দেশ্য একেটা—বৃটিছ ৰাজত্ব নিৰ্মূল কৰা। তেওঁক যদি আৰু বেছি সময় দিয়া হ'লহেঁতেন, তেন্তে হয়তো সাধাৰণ ধৰ্মঘট কৰোৱাত তেওঁ কৃতকাৰ্য হ'লহেঁতেন। হিংসাপন্থী দলে পৃষ্ঠপোষকতা কৰাই হৈছে এটা ৰাছিয়ান পদ্ধতি। বঙ্গৰ তথাকথিত সন্ত্ৰাসবাদীসকলৰ ষড়যন্ত্ৰৰ লগত প্ৰত্যক্ষভাৱে তিলকৰ কি সম্পৰ্ক আছে, সেই বিষয়ে পোনপটীয়াকৈ কোনো সাক্ষী-প্ৰমাণ নাই যদিও সন্দেহ নাই যে কিছু সন্ত্ৰাসবাদী নেতাৰ লগত তিলকৰ ঘনিষ্ঠ সংযোগ আছিল।"

তেৰ জুলাইত তিলকৰ বিচাৰ আৰম্ভ হ'ল। তিলকে নিজৰ হৈ কোনো উকিল ধৰা নাছিল। পাঁচদিনৰ ভিতৰত ২২ ঘণ্টা ধৰি জুৰিক সম্বোধন কৰি তেওঁ আত্মপক্ষ সমৰ্থন কৰিছিল। ই এক ঐতিহাসিক বিচাৰ। তিলকে তেওঁৰ বিবৃতিত অসাধাৰণ আইনৰ ব্যুৎপত্তি দেখুৱাইছিল। ভাৰতৰ জনসাধাৰণৰ অন্তৰৰ মুক্তি-হাবিয়াসৰ মূৰ্ত প্ৰতীক হিচাপে তেওঁ আচামীৰ কাঠগৰাত থিয় হৈছিল। ওপৰ মহলৰ ৰাজনৈতিক সিদ্ধান্তলৈ চাই বিচাৰ এটা প্ৰহসন বুলি মানুহে জানিছিল। জুৰিৰ ভিতৰত সাতজন আছিল য়ুৰোপীয়ান আৰু দুজন ভাৰতীয়। জুৰিৰ সাতজন য়ুৰোপীয়ানে তেওঁক *দোষী বুলি আৰু দুজনে ভাৰতীয়ই তাৰ বিৰুদ্ধে ৰায় দিছিল।* বাইশ জুলাইত

বাতি ন বাজি বিশ মিনিটত জুৰিয়ে দোষী বুলি ৰায় দিয়াৰ পিছত জজে তিলকক ছ বছৰ নিৰ্বাসনৰ হুকুম জাৰী কৰে।

তিলকৰ ওপৰত এনে শাস্তিৰ বিধান হোৱাৰ খবৰ ৰাতিৰ ভিতৰতে বোম্বাই চহৰত বিয়পি পৰিল। তেইশ জুলাইৰ পুৱা বোম্বাইত সম্পূর্ণ হৰতাল হয়। সেইদিনা তিলকৰ ৫২ বছৰীয়া জন্মদিন। বজাৰ-সমাৰ আপোনা-আপুনি বন্ধ হয়। মিল-মজদুৰসকলে ছয়দিন ধৰি ধৰ্মঘট কৰে—তিলকৰ ছুৰ-ছৰ জেলৰ প্ৰতি বছৰৰ বাবে এদিনকৈ। এই কেইদিনৰ ধৰ্মঘটৰ সময়ত চৰকাৰী হিচাপ মতেও ১৪ জন মানুহ নিহত আৰু ৩০ জন আহত হয়।

তিলকৰ কাৰাবৰণ সম্পৰ্কে বৃটিছ প্ৰেছে কৰা মন্তব্য মন কৰিবলগীয়া। লণ্ডনৰ 'টাইমছ' কাকতে লিখিছিল, "জেলৰ হুকুম হোৱাৰ সময়ত তিলক ভাৰতৰ আটাইতকৈ প্ৰসিদ্ধ ৰাজনৈতিক নেতা। ভাৰতৰ এক বৃহৎ অংশৰ মানুহৰ মাজত তিলকৰ জনপ্ৰিয়তা আৰু প্ৰভাৱ ইমান বেছি যে ভাৰতৰ ৰাজহুৱা ক্ষেত্ৰত আন কোনো নেতাই তেনে প্ৰভাৱ দাবী কৰিব নোৱাৰে।" ভাৰত সচিব লৰ্ড মৰ্লিও বৃটিছ প্ৰেছৰ মন্তব্যত ইমান বিচলিত হৈছিল যে তেওঁ বোম্বাইৰ গৱৰ্ণৰলৈ কৰ্কথনা কৰি লিখিছিল, "তিলকৰ কথাবিলাকৰ সম্পৰ্কে মই ইয়াতকৈ বেছি ক'ব নোখোজো যে তোমালোকে মোৰ পৰামৰ্শ লোৱা হ'লে, মই তিলকক ধৰিবলৈ নক'লোহেঁতেন। মই বিশ্বাস কৰিবৰ কোনো কাৰণ দেখা নাই, যিহেতু তিলকৰ ওপৰত জাৰী কৰা জেলৰ আদেশে যিমানখিনি অনিষ্ট কৰিছে, তেওঁক নধৰাকৈ থকা হ'লেও তিমানখিনি অনিষ্ট হ'লহেঁতেন। কিন্তু এতিয়া যি হ'ব লগা আছিল হ'লেই।"

কিছুদিন আহমদাবাদৰ সবৰমতী জেলত ৰখাৰ পিছত ১৯০৮ চনৰ ১৪ ছেপ্তেম্বৰ তাৰিখে 'আৰ আই-এম-এছ হাৰ্ডিঞ্জ' জাহাজেৰে তিলকক ব্ৰহ্মদেশৰ জেললৈ পঠোৱা হ'ল। ২২ ছেপ্তেম্বৰত জাহাজ ৰেঙ্গুন পালেগৈ। পিছদিনা পুৱা তেওঁক মান্দালয় জেললৈ নিয়া হ'ল। মান্দালয় জেলত তিলকে ছবছৰ কটায়।

মান্দালয় কেন্দ্ৰীয় কাৰাগাৰৰ এটা কাঠৰ পিঞ্জৰা। দীঘলে ২০ ফুট, পুতলে ১২ ফুট। দীঘলীয়া কোঠাটো গৰমৰ দিনত জুই-শালৰ দৰে। জাৰতো বৰ বেছি ঠাণ্ডা। কাঠৰ বেৰে ঠাণ্ডা বতাহক

বাধা দিব নোৱাৰে। এনে এটুকুৰা ঠাইত তিলকে ছবছৰ অকলশৰীয়া বন্দী জীৱন যাপন কৰিব লগা হৈছিল।

তিলকে এনে নিৰ্মম নিষ্ঠুৰ নিকৰুণ অৱস্থাতো কষ্টেকৰ কাৰণেও তেওঁৰ ধৈৰ্য আৰু দৃঢ়তা হেৰুওৱা নাছিল। মান্দালয়ত এবছৰমান থকাৰ পিছত ইংলণ্ডত থকা তেওঁৰ বন্ধু খাপাৰ্দেই কেইটামান চৰ্ত মানি মুক্তি লবলৈ ৰাজী হলে প্ৰিভি কাউন্সিলত তেওঁৰ হৈ আপীল কৰিব বুলি লিখিছিল। তিলকে তাৰ উত্তৰত দৃঢ়তাৰে লিখিছিল যে ৰাজনৈতিক ধাৰা পৰিবৰ্তিত কৰিব বুলি কোনো চৰ্ত মানিব নোৱাৰি।

মান্দালয় জেলৰ নিৰ্জনতাত তিলকে অধ্যয়নত সময় কটাবলৈ স্থিৰ কৰিলে। কামৰ মানুহ তিলক কিতাপ পঢ়াতো কম নাছিল। তেওঁ পালি, জাৰ্মান আৰু ফৰাচী ভাষা শিকি সেই ভাষাৰ মূল কিতাপ পঢ়িব পৰা হৈছিল। কাণ্ট, হেগেল, বাটলাৰ, লকী, ডাৰউইন, হিউম, ৰুছ, ভল্টেয়াৰ, দিদৰ' আৰু মেক্সমূলাৰৰ কিতাপ জেললৈ অনাই লৈছিল। ইয়াৰ উপৰি পুৰণি সংস্কৃত গ্ৰন্থ, খ্ৰীষ্টান বৌদ্ধ, ইছলাম্ আদি ধৰ্মৰ গ্ৰন্থও তেওঁ সংগ্ৰহ কৰিছিল। ঘৰৰ পুথিভঁৰালৰ পৰাও তেওঁলৈ কিতাপ পঠাবলৈ তেওঁ ঘৰলৈ লিখিছিল। কোনটো আলমাৰিত ক'ত কোনখন কিতাপ আছে সেই কথা তেওঁ লিখি পঠাইছিল, যাতে নিৰ্দিষ্ট কিতাপ পঠোৱাত অসুবিধা নহয়।

মান্দালয় জেলত বাহুল্যকৈ অধ্যয়ন কৰাৰ উপৰিও তিলকে 'গীতা ৰহস্য' নামৰ গ্ৰন্থখন লিখি উলিয়ায়। ৮০০ পৃষ্ঠাৰ এই গ্ৰন্থখন লিখোতে তেওঁক ১০৮ দিন সময় লাগিছিল। কিন্তু ইয়াৰ কাৰণে তেওঁ কেইবাবছৰো ধৰি গৱেষণা কৰিবলগা হৈছিল। ১৯১১ চনৰ দুই মাৰ্চত তেওঁ লিখিছিল, "গীতাৰ ওপৰত লিখা মোৰ কিতাপখন শেষ কৰিলোঁ। ইয়াৰ নাম দিছোঁ 'গীতা ৰহস্য'। এই কিতাপত মই কিছু নতুন তথ্য সন্নিবিষ্ট কৰিছো। পঢ়ুৱৈৰ কাৰণে ই একেবাৰে নতুন কথা হ'ব। এই কিতাপত মই দেখুৱাব খুজিছো, কেনেকৈ হিন্দুৰ ধৰ্মীয় দৰ্শনে দৈনন্দিন জীৱনৰ নৈতিক প্ৰশ্ন মীমাংসা কৰাত সহায় কৰে। ধৰ্মৰ বিষয়ে মোৰ যুক্তি বহুখিনি খ্ৰীষ্টানৰ কিতাপৰ সমান্তৰাল হিচাপে গৈছে।"

তিলকে ঘৰলৈ মাহে একোখনকৈ চিঠি লিখিছিল। তেওঁ বাহিৰত থাকোঁতে মানুহে তেওঁৰ ৰাজহুৱা জীৱনৰ কথাহে জানিছিল; ঘৰুৱা জীৱনৰ

কথা জানিবৰ উপায় নাছিল। মান্দালয় জেলৰপৰা লিখা তেওঁৰ চিঠিৰপৰা তিলকৰ ঘৰুৱা জীৱনৰ সম্পৰ্কে কিছু কথা জনা যায়। তিলকে মান্দালয় জেলৰপৰা লিখা ৬০ খন চিঠি প্ৰকাশ হৈছে। এই চিঠিবিলাকৰপৰা বুজা যায় যে তিলক এজন অনুৰক্ত স্বামী, মৰমিয়াল পিতৃ আৰু সহানুভূতিশীল বন্ধু আছিল। তিলক মান্দালয়ত থাকোতেই ১৯১২ চনৰ সাত জুনত তেওঁৰ পত্নীৰ পৰলোক হয়। এই খবৰ পাই তিলক তেনেই ভাগি পৰিছিল। তেওঁৰ সন্তানসকলৰ পঢ়া-শুনাৰ বিষয়ে তিলকে তেওঁৰ চিঠিত বিশেষভাবে আলোচনা কৰিছিল। ল'ৰা-ছোৱালীলৈ থকা তেওঁৰ মৰম তাত প্ৰকাশ পাইছে।

মান্দালয় জেলত ভাটৌ আৰু আন কেইবাৰকমৰ চৰাই তিলকৰ লগৰীয়া আছিল। পোহনীয়া চৰাইৰ দৰে আহি সিহঁতে তিলকৰ কোলাত আৰু কান্ধত পৰিছিল। তেওঁ সিহঁতক নিয়মমতে খাবলৈ দিছিল। এবাৰ জেলৰ অধীক্ষকে হঠাৎ আহি তিলকৰ গাত চৰাই পৰি থকা দেখি আচৰিত হৈ সুধিছিল, চৰাইবিলাকে তেওঁক ভয় নকৰেনে? তিলকে উত্তৰ দিছিল: "মই ক'ব নোৱাৰোঁ। সম্ভৱতঃ সিহঁতে মোক ভয় নকৰে। কাৰণ, মই সিহঁতৰ অনিষ্ট নকৰো, ভয় নুখুৱাওঁ। মোৰ অন্তৰত ঈশ্বৰৰ সৃষ্টিৰ কাৰো প্ৰতি ঘৃণা বা ভয়ৰ ভাব নাই।"

মান্দালয় জেলত ভি. আৰ. কুলকাৰ্নি নামৰ এজন অৰাজনৈতিক বন্দীয়ে তিলকৰ কাৰণে ৰন্ধা-বঢ়া কৰি দিছিল। কুলকাৰ্নিয়ে তিনিবছৰমান তিলকৰ কাম কৰিছিল। কুলকাৰ্নিয়ে লিখিছিল: "জেলত কেবাবাৰো মোৰ বেমাৰ হৈছিল। কিন্তু মহাৰাজে (তিলকক কুলকাৰ্নিয়ে মহাৰাজ বুলি মাতিছিল) মোক দেউতাৰ দৰে চাইছিল, যত্ন লৈছিল। কৰ্তৃপক্ষই মোক জেলৰ হাস্পতাললৈ পঠাব খুজিছিল। কিন্তু মহাৰাজে মোক তেওঁৰ লগতে ৰাখি সেৱা-শুশ্ৰূষা কৰিছিল। তেওঁ আনকি মোক ৰান্ধি-বাঢ়িও খুৱাইছিল। মোক মুখুওৱাকৈ তেওঁ নেখাইছিল।"

১৯১৪ চনৰ আঠ জুন তাৰিখে তেওঁৰ নিৰ্বাসনৰ দিন উকলিল। ১৮ জুনত তেওঁ পুণা পালেহি। তেতিয়াও পুলিচে তেওঁৰ অহাৰ ব্যৱস্থা এনেকৈ কৰিছিল যাতে মাজৰাতিহে তেওঁ ঘৰ সোমাব পাৰে। কিন্তু সূৰ্য উদয় হ'লে মাজৰাতিও দিন হ'ব পাৰে। ৰাতিয়েই মানুহে খবৰ পালে যে

লোকমান্য আহিছে। দলে দলে মানুহ আহিবলৈ ধৰিলে। জনতাই তেওঁ-লোকৰ পূজ্য নেতাৰ প্ৰতি অন্তৰৰ ভক্তিৰ অৰ্ঘ্য নিবেদন কৰিলে।

এখন সম্বৰ্দ্ধনা-সভাত তিলকে কৈছিল: "ছবছৰৰ মূৰত মই আপোনা-সকলৰ মাজলৈ ঘূৰি আহিছো আৰু বৰ্তমানৰ স্থিতি সম্পৰ্কে মই লাহে লাহে বুজ লৈছো। মোৰ প্ৰথম প্ৰতিক্ৰিয়া ৰিপভান্ উইংকলৰ দৰে হৈছে। ৰিপভানে বহুত বছৰ শুই উঠি দেখিছিল যে পৃথিৱীখন একেবাৰে বেলেগ হৈছে। কৰ্তৃপক্ষই মোক যেনেকৈ কঠোৰভাৱে পৃথক কৰি ৰাখিছিল, তাৰ পৰা অনুমান হৈছিল, তেওঁলোকে মই পৃথিৱীখন পাহৰি যোৱাটোকে বিচাৰে আৰু বিচাৰে পৃথিবীয়েও মোক পাহৰি পেলাওক। সি যি কি নহওক, মই মোৰ দেশবাসীৰ কথা পাহৰা নাই। মই তেওঁলোকক এই আশ্বাস দিব পাৰো যে সুদীৰ্ঘ ছবছৰৰ বিচ্ছেদেও দেশবাসীৰ প্ৰতি মোৰ ভাল-পোৱা কমাব পৰা নাই। ছবছৰৰ আগৰ দৰে এতিয়াও সেই একেধৰণেই অৱস্থা বুজি কাৰ্য-প্ৰণালী অলপ বদলি কৰিব লগা হ'লেও মই জনসাধাৰণক সেৱা কৰিবলৈ ইচ্ছুক।"

তিলকে আকৌ ৰাজহুৱা ক্ষেত্ৰত নমাৰ কথাটো গৱৰ্ণমেণ্টে ভাল পোৱা নাছিল। তেওঁৰ ঘৰৰ আগত পুলিচ ৰখা হ'ল—কোন তেওঁৰ তালৈ আহে তাৰ টোকা ৰাখিবলৈ। পুণাৰ জিলা মেজিষ্ট্ৰেটে আগন্তুক গণেশ উৎসৱ উপলক্ষে তিলকক ৰাজহুৱা সম্বৰ্দ্ধনা আদি দিব নোৱাৰিব বুলি আদেশ জাৰি কৰিছিল। তাতো সন্তুষ্ট নেথাকি, জিলা মেজিষ্ট্ৰেটে হুকুম দিলে যে তিলকে যেন কোনো প্ৰকাৰে গণেশ উৎসৱত যোগ নিদিয়ে।

সেই সময়ত কংগ্ৰেছ নৰমপন্থীসকলৰ মুখপাত্ৰ হৈ পৰিছিল। উগ্ৰপন্থীসকলে একগোট হৈ একো কৰিব পৰা নাছিল। এই অৱস্থাৰ বৰ্ণনা কৰি অৰবিন্দ ঘোষে লিখিছিল: "দেশত নিস্তব্ধতা বিৰাজ কৰিছে। কোনেও নেজানে কেনি আগবাঢ়িব লাগিব। সকলোৰে পৰা প্ৰশ্ন হৈছে—আমি কি কৰিম? আমি কি কৰিব পাৰো? ইয়াৰ পিছত কি?"

এনে অৱস্থাত তিলক আকৌ ভাৰতৰ ৰাজনৈতিক ক্ষেত্ৰত অৱতীৰ্ণ হ'লহি। তেওঁক কেইবাবাৰো কংগ্ৰেছ সভাপতিৰ পদ যচা হৈছিল যদিও তেওঁ সেই পদ গ্ৰহণ কৰা নাছিল। কিন্তু মহামান্য তিলক তেওঁৰ ত্ৰিশ বছৰীয়া ৰাজহুৱা জীৱনৰ বেছিখিনি সময় ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছৰ একজন

সৰ্বপ্ৰধান কৰ্ণধাৰ হৈ আছিল। মান্দালয়ৰ পৰা আহি কংগ্ৰেছত তেতিয়া দেখা দিয়া ৰাজনৈতিক অৱসাদ দূৰ কৰিবলৈ তেওঁ বলিষ্ঠ পদক্ষেপ লৈছিল।

সেইসময়তে প্ৰথম মহাযুদ্ধৰ আৰম্ভ। ১৯১৪ চনৰ চাৰি আগষ্টত ইংলণ্ডই জাৰ্মানীৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। এই পৰিস্থিতিত ভাৰতত ৰাজনৈতিক আন্দোলন কৰা জটিল হৈ উঠিছিল। তিলকে তেতিয়া যুদ্ধৰ সুযোগ লৈ ৰাজনীতি কৰিবও খোজা নাছিল। তিলকে তিনিটা কাম হাতত ল'লে। (১) কংগ্ৰেছৰ ভিতৰত ঐক্য স্থাপন (২) জাতীয়তাবাদীদলৰ (উগ্ৰপন্থী) পুনৰ গঠন আৰু (৩) হ'মৰুল লীগ গঠন।

তিলকে হ'ম ৰুললীগ গঠনৰ কাৰণে দেশত ব্যাপক পৰিভ্ৰমণৰ কাৰ্যসূচী ল'লে। হমৰুলৰ কথা ব্যাখ্যা কৰি তেওঁ কৈছিল, "হমৰুলৰ সূত্ৰ অতি সহজ। সাধাৰণ খেতিয়ক এজনেও ইয়াক বুজিব। এই সূত্ৰ হৈছে ইংলণ্ডত এজন ইংৰাজৰ যি স্থান মোৰ দেশত মোৰ সেই স্থান হ'ব লাগে।"

এই ভ্ৰমণত তিলকক সকলো ঠাইতে বিপুলভাৱে সম্বৰ্দ্ধনা জনোৱা হৈছিল। গৱৰ্ণমেণ্টে তিলকৰ সভা-সমিতিত এনে ধৰণৰ জনসমাগম ভাল পোৱা নাছিল। পুণাৰ জিলা মেজিষ্ট্ৰেটে তিলকৰ পৰা সৎ আচৰণৰ কাৰণে ২০,০০০ হাজাৰ টকাৰ এখন মুচুলিকা লিখি দিবলৈ আৰু দহ হেজাৰ টকাৰ দুজন জামিন দিবলৈ হুকুম জাৰী কৰিলে। তিলকে এই আদেশৰ বিৰুদ্ধে বোম্বাই হাইকোৰ্টত আপীল কৰিলে। হাইকোৰ্টে জিলা মেজিষ্ট্ৰেটৰ আদেশ নাকচ কৰিলে। তিলক এই যাত্ৰাত ৰক্ষা পৰিল। হ'মৰুলৰ কাম পূৰ্ণ উদ্যমেৰে চলিবলৈ ধৰিলে। এই সময়তে এনী বেছান্তেও মাদ্ৰাজত হ'মৰুল লীগৰ সংগঠন কৰিছিল। তিলক আৰু বেছান্তৰ হ'মৰুল লীগৰ উদ্দেশ্য একেধৰণৰে আছিল। দুয়োটা সংগঠনে সহযোগিতা ৰাখি কাম কৰিছিল।

১৯১৬ চনৰ ডিচেম্বৰত লক্ষ্ণৌত কংগ্ৰেছৰ অধিৱেশন বহাৰ সময়লৈ হ'মৰুল সংগঠনৰ কাম বহুতখিনি আগ বাঢ়িছিল। বোম্বেৰ পৰা লক্ষ্ণৌলৈ হ'মৰুল স্পেচিয়েল ট্ৰেইনত দলে-বলে তিলকৰ যাত্ৰা এটা বিজয়-অভিযানৰ দৰে আছিল। সুদীৰ্ঘ আঠ বছৰৰ পিছত তিলকে লক্ষ্ণৌ কংগ্ৰেছত যোগ দিছিল। নৰমপন্থী আৰু উগ্ৰপন্থীসকলৰ তাত মিলন হয়। উগ্ৰপন্থী-সকল কংগ্ৰেছত ভৰ্তি হোৱাৰ বাধা দূৰ কৰি কংগ্ৰেছ সংবিধানৰ সংশোধন কৰা হ'ল। তিলকৰ বহুত দিনৰ চেষ্টা ফলৱতী হ'ল; যদিও পিছৰ অৱস্থাত

দুৰ্ভাগ্যক্ৰমে লক্ষ্ণৌ-চুক্তি স্থায়ী নহ'ল, তথাপি কংগ্ৰেছৰ ভিতৰৰ দুটা দলৰ ভিতৰত মিলন হ'ল। কংগ্ৰেছ আৰু মুছলীম লীগৰ ভিতৰতো লক্ষ্ণৌত এখন চুক্তি হোৱাটো উল্লেখনীয় কথা। লক্ষ্ণৌ কংগ্ৰেছৰ সাফল্যৰ কথা তিলকে ঠোৰতে এনেকৈ কৈছিল: "লক্ষ্ণৌত দুটা বিশেষ গুৰুত্বপূৰ্ণ কথা সংঘটিত হ'ল—সম্মতিক্ৰমে স্বৰাজৰ স্পষ্ট দাবী দাঙি ধৰা হ'ল আৰু (২) হিন্দু আৰু মুছলমানে ঐক্যবদ্ধভাৱে সেই দাবী উত্থাপন কৰিলে। কোনো কোনো মহলত এটা ভাব হৈছে যে আমাৰ মুছলমান ভাইসকলক বৰ বেছি সুবিধা দিয়া হৈছে। কিন্তু স্বৰাজৰ দাবীত তেওঁলোকৰ আন্তৰিক সমৰ্থন পাবৰ কাৰণে এনে সুবিধা দিয়াৰ প্ৰয়োজন আছিল। মুছলমানসকলৰ সহায় আৰু সহযোগ নোহোৱাকৈ আমি আগবাঢ়িব নোৱাৰো। যদি তেওঁলোকে বেছি সুবিধা পাইছে তেন্তে স্বৰাজলাভৰ কাৰণে তেওঁলোকৰ দায়িত্বও সেই অনুপাতে বাঢ়িব। যদি ত্ৰিপক্ষীয় যুদ্ধ হয়, তেন্তে তৃতীয় পক্ষক এঘৰীয়া কৰিবলৈ দুটা একেলগ হোৱা প্ৰয়োজন। ব্ৰিটিছৰ লগত 'টাগ অব্ ৱাৰ'ত মুছলীম-সকলে আমাৰ লগত যোগ দিয়া আৱশ্যক। আমি আমাৰ শাসন চলাম, নিৰ্ভয়ে এই দাবী কৰাই আজি আমাৰ সৰ্বজনৰ আৰু প্ৰতিজনৰ কৰ্তব্য।"

লক্ষ্ণৌত হোৱা সম্মিলিত প্ৰচেষ্টাৰ কাৰণে চৰকাৰ পক্ষ আতঙ্কিত হৈ পৰিল। তেওঁলোকে যিমান পাৰে বাধা সৃষ্টি কৰিবলৈ ধৰিলে। ১৯১৭ চনৰ ফেব্ৰুৱাৰীত পঞ্জাৱ গৱৰ্ণমেণ্টে তিলকক সেই প্ৰদেশত সোমোৱাত নিষেধ-আজ্ঞা জাৰী কৰিলে। জুনত এনী বেছান্তক মাদ্ৰাজ গৱৰ্ণমেণ্টে অন্তৰীণ কৰিলে। ভাৰত গৱৰ্ণমেণ্টে হ'মৰুলৰ দাবীৰ প্ৰতি স্পষ্ট নীতি নিৰ্দ্ধাৰণ কৰি প্ৰচাৰ কৰিলে যে, তেনে কোনো শাসন সংস্কাৰ কৰাৰ কথা নাই। কিন্তু বাহিৰত এনেকৈ ক'লেও, বৰলাট লৰ্ড চেমচ্‌ফৰ্ডে বিলাতলৈ লিখিছিল যে, তিলক আৰু এনী বেছান্তে যেনে ধৰণে জোৰ আন্দোলন চলাইছে তালৈ চাই ব্ৰিটিছ গৱৰ্ণমেণ্টে ভাৰতৰ সাংবিধানিক পৰিৱৰ্তন সম্পৰ্কে ঘোষণা কৰা উচিত। তাৰ পিছত ভাৰত সচিব এডউইন মণ্টেগুৱে ১৯১৭ চনৰ ২০ আগষ্টত ব্ৰিটিছ পাৰ্লিয়ামেণ্টত, ভাৰতৰ নতুন শাসন-সংস্কাৰ ঘোষণা কৰে। তিলকে কয় যে ঘোষণা কৰাৰ ভাবটো ভাল হ'লেও, "ভাষা আৰু প্ৰকৃত অৰ্থত ই সন্তোষ-জনক নহয়।" দৰাচলতে, সেই সময়ত যুদ্ধত ভাৰতৰ সহায়ৰ কাৰণে ভাৰতৰ জনমতক কিছু সন্তুষ্ট কৰাৰ ভাবেৰে ব্ৰিটিছ গৱৰ্ণমেণ্টে শাসন-সংস্কাৰৰ আশা

দিছিল যদিও, বাস্তৱিকতে তেওঁলোকে ক্ষমতা হস্তান্তৰ কৰাৰ কথা কেতিয়াও ভবা নাছিল। ১৯১৮ চনৰ দহ জুনত বোম্বাইত আহ্বান কৰা যুদ্ধৰ কাউন্সিললৈ বোম্বাইৰ গৱৰ্ণৰে তিলককো নিমন্ত্ৰণ কৰিছিল। তিলকে বক্তৃতা দিওঁতে গৱৰ্ণৰে দুবাৰ হুকা বধা কৰিছিল। তেতিয়া প্ৰতিবাদ কৰি তিলকে সভাস্থল এৰি গুচি যায়। অন্য কিছু নেতাও তিলকৰ লগতে ওলাই গৈছিল। এনে অপমানত ক্ষুব্ধ হৈ পুণাৰ এখন সভাত তিলকে খোলাকৈ কৈছিল, "ব্ৰিটিছে আপোনাসকলক যুদ্ধলৈ সৈন্য যোগোৱাটো বিচাৰে। তেওঁ-লোকে আমাক কয়, 'ভাৰতৰ ওপৰত দুৰ্যোগে দেখা দিছে।' আমাৰ কাৰণে সি কি কথা? যিখন দেশত আমাৰ কোনো অধিকাৰ নাই আৰু য'ত আমাক গোলামৰ দৰে ব্যৱহাৰ কৰা হয় সেইখন ভাৰতক আমি কিয় ৰক্ষা কৰিব লাগে। আমি আমাৰ মানুহক কি ক'ব লাগে — সৈন্যবাহিনীত যোগ দিয়া আৰু এই ইংৰাজসকলৰ জুলুম কৰাৰ ক্ষমতা বঢ়োৱা?"

ভাৰত-ৰক্ষা আইনমতে তিলকক বক্তৃতা দিবলৈ নিষেধ কৰি হুকুম জাৰী কৰা হ'ল।

১৯১৮ চনৰ জুলাই মাহত মণ্টেগু ৰিপ'ৰ্ট প্ৰকাশ হ'ল। এইমতে ঔপনিবেশিক স্বায়ত্ত শাসন দিয়া দূৰৰ কথা, প্ৰদেশবিলাকত গৱৰ্ণৰসকলৰ হাতত স্বকীয়া ক্ষমতাহে সংৰক্ষিত কৰা হ'ল। তিলকে এই ৰিপ'ৰ্ট সম্পৰ্কে কৈছিল, "আমি আঠ অনা শাসন-সংস্কাৰ বিচাৰিছিলো। সেই ৰিপ'ৰ্টে আমাক এক অনা স্বায়ত্ত শাসন দি কৈছে যে ই আঠ অনা সংস্কাৰতকৈ বেছি মূল্যবান।"

ছাৰ ভেলেন্‌টাইন চিৰলৰ ওপৰত কৰা মান-হানি মকৰ্দমাৰ সংক্ৰান্তত ১৯১৮ চনৰ ২৪ ছেপ্টেম্বৰত তিলকে বৃটেইনলৈ যাত্ৰা কৰে। ১৯১০ চনত প্ৰকাশ হোৱা 'ইণ্ডিয়ান আনৰেষ্ট' নামে তেওঁৰ কিতাপত ছাৰ চিৰলে তিলক সম্পৰ্কে মান-হানিকাৰক মন্তব্য কৰিছিল। ছাৰ চিৰলে 'টাইমছ' কাকতৰ বিশেষ সংবাদদাতা হিচাপে ভাৰতত ঘূৰি-মেলি দিয়া প্ৰতিবেদনৰ ভিত্তিতে কিতাপখন লিখা হৈছিল। মান্দালয়ৰ পৰা অহাৰ পিছত এই কিতাপৰ মন্তব্যসমূহ সম্পৰ্কে তিলকৰ মনোযোগ আকৰ্ষণ কৰা হয়। তিলকক চিৰলে 'ভাৰতৰ অশান্তিৰ জন্মদাতা' বুলি বৰ্ণনা কৰিছিল। তিলকৰ লেখনীয়ে ৰাজনৈতিক হত্যাৰ ইন্ধন যোগোৱা বুলি কৰা মন্তব্যৰ কাৰণে তিলকে আপত্তি কৰিছিল।

লণ্ডনত চিৰলৰ বিৰুদ্ধে মকৰ্দমাৰ শুনানী ১৯১৯ চনৰ ২৯ জানুৱাৰীত আৰম্ভ হ'ল। গৱৰ্ণমেণ্টে আছামী ছাৰ চিৰলৰ পক্ষ লয়। মকৰ্দমাত তিলক জিকিব নোৱাৰিলে। মকৰ্দমাত টকা-পইছা বহুত খৰচ হোৱাত তেওঁ জুৰুলা হৈ পৰিল। অৱশ্যে ভাৰতৰ জনমত তিলকৰ পক্ষে আছিল। মকৰ্দমাৰ ৰায় তিলকৰ পক্ষে নোযোৱাত ৰবীন্দ্ৰনাথ ঠাকুৰে কৈছিল, "যজ্ঞৰ অগ্নি বা গঙ্গাৰ পানী শুদ্ধ কৰিব নালাগে।" মকৰ্দমাত হৰাৰ পিছতো তিলক সেইবাৰ আঠ মাহ ইংলণ্ডত আছিল। ইংলণ্ডত প্ৰগতিশীল লোকসকলৰ মাজত ভাৰতৰ পক্ষে জনমত গঢ়াৰ উদ্দেশ্যে, তেওঁ তাত প্ৰচাৰ কৰা প্ৰয়োজন বুলি ভাবিছিল। তেওঁ বিঠলভাই পেটেলক কৈছিল, "বাহিৰৰ পৰা আমাৰ স্বাধীনতা নাহে। সেই বিষয়ে মোৰ কোনো ভ্ৰম নাই। কিন্তু মই বিশ্বাস কৰো যে আমাৰ স্বাধীনতাৰ যুদ্ধ, আমাৰ আশা-আকাঙ্ক্ষাৰ সম্পৰ্কত সভ্য জগতৰ অনুকূল মতৰ বিশেষ মূল্য আছে। আমি পৃথিৱীৰ জনমত অৱহেলা কৰিব নোৱাৰো। সেয়ে নহ'লে আমাৰ বহুত অনিষ্ট হ'ব পাৰে। প্ৰতিখন বিশেষ দেশৰে নিজৰ জাতীয় অনুষ্ঠান আছে আৰু পৃথিবীৰ প্ৰধান কেন্দ্ৰস্থানবিলাকত তাৰ শাখা আছে। শক্তিশালী চৰকাৰসমূহেই যেতিয়া তেনে কৰে আমাৰ দৰে দেশৰ কাৰণে তাৰ প্ৰয়োজন কিমান বেছি!"

লণ্ডনত থকা ১৪ মাহৰ ভিতৰত চিৰলৰ মকৰ্দমাৰ পিছত তিলকে নানা ঠাইত বক্তৃতা দিছিল। ভাৰতৰ আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰেই আছিল তেওঁৰ বক্তৃতাৰ মূল বিষয়। ভাৰতীয় হ'মৰুল লীগৰ প্ৰতিনিধি হিচাপে তিলকে ব্ৰিটিছ পাৰ্লিয়ামেণ্টৰ জইণ্ট ছিলেক্ট কমিটিৰ আগতো সাক্ষী দিছিল। পেৰিছৰ শান্তি-সম্মিলনতো কংগ্ৰেছৰ প্ৰতিনিধি নিৰ্বাচিত হৈছিল। কিন্তু ফ্ৰান্সলৈ যাবলৈ পাছপৰ্ট নিদিয়াত তেওঁ শান্তি-সম্মিলনৰ সভাপতিলৈ এখন স্মাৰক-পত্ৰ লিখি পঠায়।

তিলক বাহিৰত থকা সময়ছোৱাত ৰাউলাট বিলৰ প্ৰশ্ন, পঞ্জাবত চৰকাৰৰ অত্যাচাৰ, জালিয়ানৱালাবাগৰ হত্যাকাণ্ড আদি ঘটনাই ভাৰতৰ ৰাজনৈতিক আকাশ ঘনঘটাচ্ছন্ন কৰি তুলিছিল। এই ঘটনাবিলাকৰ সন্দৰ্ভত সত্যাগ্ৰহৰ সক্ৰিয় ৰাজনীতিৰ বাণী লৈ মহাত্মাগান্ধী ভাৰতৰ ৰাজনীতিত আবিৰ্ভাৱ হ'ল।

এনে পৰিস্থিতিত ১৯১৯ চনৰ ২৭ নবেম্বৰত তিলক বোম্বাইত নামিলহি।

সেই সময়ত মণ্টেগু চেমছফৰ্ড শাসন-সংস্কাৰ সম্পৰ্কে ভাৰতৰ মনোভাৱ কেনে হ'ব, সি এটা গুৰুত্বপূৰ্ণ ৰাজনৈতিক প্ৰশ্ন হিচাপে দেখা দিছিল। তিলকে 'সহাৰিমূলক সহযোগিতা'ৰ কথা কৈছিল। কিন্তু ১৯২০ চনৰ ১৪ মে'ত মিত্ৰ-শক্তিয়ে শান্তি-চুক্তিত তুৰস্কৰ খিলাফটৰ প্ৰতি যেতিয়া অন্যায় কৰিলে, তেতিয়া গান্ধীয়ে ভাৰতৰ মুছলমানসকলৰ লগত একেলগ হৈ তাৰ বিৰুদ্ধে যুঁজিবলৈ সাজু হ'ল। গান্ধীয়ে তেতিয়া ঘোষণা কৰিলে যে "এই চয়তানী চৰকাৰৰ লগত কেনো প্ৰকাৰ সহযোগিতা কৰাই পাপ।"

গান্ধীৰ অসহযোগৰ প্ৰস্তাৱ তেতিয়া নাগপুৰৰ নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভাত গৃহীত হৈছিল আৰু কলিকতাত বহিবলগা বিশেষ অধিৱেশনলৈ সেই প্ৰস্তাৱ পঠোৱা হৈছিল। তিলকে কলিকতাত বহা কংগ্ৰেছৰ এই বিশেষ অধিৱেশনত যোগ দিব নোৱাৰিলে। তাৰ আগতেই জুলাই মাহৰ প্ৰথম ভাগতে তেওঁৰ মেলেৰিয়া জ্বৰ হয়, আৰু পিছত ২৯ জুলাইৰ পৰা তেওঁ বেমাৰত গভীৰ ভাৱে আক্ৰান্ত হৈ পৰে। বোম্বাইৰ বিখ্যাত ডাক্তৰসকলৰ অশেষ চেষ্টা সত্ত্বেও তিলকৰ অসুখ ভাল নহ'ল। ১৯২০ চনৰ এক আগষ্ট তাৰিখে তেওঁৰ মৃত্যু হ'ল। তেওঁৰ মৃত্যুৰ বাতৰি শুনি অগণন মানুহে তেওঁলোকৰ প্ৰিয় নেতাক শেষ-দৰ্শন কৰিবলৈ আৰু শ্ৰদ্ধা জনাবলৈ সমৱেত হৈছিল। পণ্ডিত জৱাহৰলাল নেহৰু সেই সময়ত বোম্বাইত আছিল। তেওঁ লিখিছিল, "বোম্বাইৰ লাখ লাখ মানুহে তেওঁলোকৰ অতি মৰমৰ সেই নেতাজনক শেষ শ্ৰদ্ধা জনাবলৈ ওলাই আহিছিল।" মহাত্মা গান্ধীয়ে তিলকৰ প্ৰতি শ্ৰদ্ধা জনাই কৈছিল, "লোক-মান্য বালগঙ্গাধৰ তিলকৰ যে মৃত্যু হৈছে সেই কথা বিশ্বাস কৰিবলৈ টান। তেওঁ আছিল জনসাধাৰণৰ অবিচ্ছেদ্য অংশ। আমাৰ যুগত জনসাধাৰণৰ ওপৰত তেওঁৰ দৰে প্ৰভাৱ আন কাৰো নাছিল। তেওঁ দেশবাসীৰ পৰা যি শ্ৰদ্ধা-ভক্তি পাইছিল সি অসাধাৰণ। কোনো সংশয় নাই যে তেওঁ জনসাধাৰণৰ প্ৰতীক। হাজাৰ-বিজাৰৰ কাৰণে তেওঁৰ কথাই আছিল আইন। মানুহৰ মাজৰ এজন বিৰাট পুৰুষ পৰিল। আজি কালে সেই সিংহৰ গৰ্জন নোহোৱা কৰিলে। দেশবাসীৰ ওপৰত তেওঁৰ প্ৰভাৱৰ কাৰণ কি? মোৰ মতে ইয়াৰ উত্তৰ সহজ। দেশপ্ৰেমেই তেওঁৰ একান্ত অনুৰাগ। দেশপ্ৰেমৰ বাহিৰে তেওঁৰ আন ধৰ্ম নাছিল। এতিয়াও যি পুৰুষৰ জন্ম হোৱা নাই, তেওঁলোকেও জানিব যে তিলক আধুনিক ভাৰতৰ নিৰ্মাতা। তেওঁলোকে তেওঁক এনে এজন পুৰুষ হিচাপে সন্মান কৰিব যি তেওঁ-লোকৰ কাৰণে জীয়াই আছিল আৰু তেওঁলোকৰ কাৰণেই প্ৰাণ দি গৈছে।

# ছৰ্দাৰ বল্লভভাই পেটেল

( ১৮৭৫-১৯৫০ )

মহাত্মা গান্ধী যদি ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰতিষ্ঠাতা দেৱতা আৰু ভাৰতৰ শৃংখল মোচনৰ অহিংস যুদ্ধ-প্ৰণালীৰ আৱিষ্কাৰক; পণ্ডিত জৱাহৰলাল নেহৰু যদি মহান স্বপ্নদ্ৰষ্টা, আন্তৰ্জাতিক ৰাজনীতিত নতুন দিশ সৃষ্টি কৰোঁতা আৰু আজীৱন যুৱকৰ উৎসাহ-উদ্দীপনাৰ মূৰ্ত্ত প্ৰতীক আৰু স্বাধীন ভাৰত ৰাষ্ট্ৰক নৱৰূপ দিওঁতা, তেন্তে ছৰ্দাৰ বল্লভভাই পেটেল হৈছে, বাস্তৱবাদী, লৌহমানৱ, স্বাধীনতাৰ ভেটি সুদৃঢ় কৰোতা আৰু দেশীয় ৰাজ্য-বিলাকৰে সৈতে ঐক্যবদ্ধ ভাৰতৰ খনিকৰ।

বল্লভভাই জন্মৰ জোৰতেই ডাঙৰ হোৱা নাছিল। নিজৰ অধ্যৱসায়, কঠোৰ পৰিশ্ৰম, মনৰ দৃঢ়তা আৰু দেশসেৱাৰ দ্বাৰাহে যিসকলক সঁচাকৈয়ে ডাঙৰ মানুহ বোলা যায় তেওঁ তেওঁলোকৰ থাপলৈ উঠিছিল।

বল্লভভাই গুজৰাটৰ পাটিদাৰ নামে খেতিয়ক শ্ৰেণীৰ মানুহ। তেওঁৰ জন্মস্থান গুজৰাটৰ খেদা জিলাৰ কৰমৰ্চাদ নামে গাঁও। ১৮৭৫ চনৰ একত্ৰিছ অক্টোবৰত তেওঁৰ জন্ম। দেউতাকৰ নাম ঝাভেৰ ভাই আৰু মাকৰ নাম লাড়বাঈ। তেওঁলোকৰ ছটা সন্তান। তাৰ ভিতৰত বিঠলভাই পেটেল আৰু বল্লভভাই পেটেল বিখ্যাত লোক।

তেওঁলোকৰ ঘৰৰ অৱস্থা ভাল নাছিল। মাটিবাৰী দহ একৰমানহে আছিল। দেউতাক ঝাভেৰ ভায়ে বহু সময় ধৰ্ম-মন্দিৰত কটাইছিল যদিও, নিজে খেতি কৰি ঘৰখনৰ প্ৰয়োজনীয় খোৱা বস্তুখিনি উৎপন্ন কৰিছিল। মাক লাড়বায়ে বৰ হিচাপ কৰি ঘৰখন চলাইছিল।

বল্লভভায়ে সোতৰ-ওঠৰ বছৰ বয়সলৈকে দেউতাকক খেতিৰ কামত সহায় কৰিছিল। তেওঁৰ গাঁৱত পঢ়া-শুনাৰ বিশেষ সুবিধা নাছিল। পিছত বহুত অসুবিধাৰ মাজত নাদিয়াদলৈ গৈ তেওঁ হাইস্কুলত পঢ়ে। বাইশ বছৰ বয়সতহে তেওঁ মেট্ৰিকুলেচন পৰীক্ষা পাছ কৰিছিল। বল্লভভায়ে পঢ়া-শুনাত বিশেষ কৃতিত্ব নেদেখুৱালেও সকতেই লগৰীয়াসকলৰ মাজত তেওঁৰ নেতৃত্ব সকলোৱেই মানি লৈছিল। বয়স বেছি হৈ যোৱাৰ কাৰণে আৰু অন্য অসুবিধায়ো দেখা

দিয়াত বল্লভভায়ে কলেজত পঢ়াৰ কথা বাদ দি ওকালতি পঢ়িবলৈ ল'লে। স্থানীয় উকিলৰ পৰা আইনৰ কিতাপ ধাৰ কৰি আনি তেওঁ আইন পঢ়িলে আৰু জিলা উকিলৰ পৰীক্ষা পাছ কৰিলে। ১৯০০ চনত গোধ্ৰাত তেওঁ ওকালতি আৰম্ভ কৰে। ফৌজদাৰী মকৰ্দমাত ভাল উকিল বুলি তেওঁৰ নাম হ'ল। তেওঁৰ উপাৰ্জন ভাল হৈছিল। কিন্তু তাতে সন্তুষ্ট নাথাকি তেওঁ ইংলণ্ডলৈ গৈ বেৰিষ্টাৰী পঢ়িবলৈ মন কৰিলে। টকা-কড়ি গোটাই যাবলৈ ঠিক হওঁতেই ককায়েক বিঠলভাই পেটেলৰ কাৰণে তেওঁ যোৱাটো স্থগিত ৰাখিব লগা হ'ল। ককায়েক উভতি অহাত, দুবছৰৰ পিছত ১৯১০ চনত বল্লভভাই বিলাতলৈ যায়। তেতিয়া তেওঁৰ বয়স হৈছিল পঁয়ত্ৰিশ বছৰ। তেওঁ গৈয়েই মিদ্‌ল টেম্পলত ভৰ্তি হৈ আইন অধ্যয়নত লাগে। ছমাহৰ ভিতৰতে 'ৰোমান' আইনৰ পৰীক্ষা দিয়ে আৰু প্ৰথম স্থান অধিকাৰ কৰে। তেওঁৰ সহপাঠীৰ মতে, তেওঁ দিনে যোল ঘণ্টাকৈ পঢ়িছিল। বিশেষ যোগ্যতা দেখুওৱাত বল্লভ ভাইক দুটা ভাগৰ পৰীক্ষা দিয়াৰ পৰা ৰেহাই দিয়াত তেওঁ শেষ পৰীক্ষা দিয়ে ১৯১২ চনৰ জুনত। তাত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰে আৰু ৫০ পাউণ্ডৰ পুৰস্কাৰ পায়। ককায়েক বিঠলভায়েও এনে কৃতিত্ব দেখুৱাইছিল।

১৯১৩ চনৰ তেৰ ফেব্ৰুৱাৰীত বল্লভভাই বোম্বাই পায়হি আৰু তাৰ পিছতে আহমদাবাদলৈ গৈ বেৰিষ্টাৰী আৰম্ভ কৰে। সেই সময়তে তাত জি.ভি. মাভলঙ্কাৰে ওকালতি কৰিছিল। তেওঁৱেই লোকসভাৰ প্ৰথম জনা অধ্যক্ষ। আহমদাবাদত ওকালতি আৰম্ভ কৰোঁতে বল্লভভাই কেনে আছিল, সেই সম্পৰ্কে মাভলঙ্কাৰে সুন্দৰ এটা বিবৰণ দি লিখিছে: "বেছ ফিট-ফাট এজন ডেকা। ভাল কাপোৰৰ ভালকৈ চিলোৱা পোছাক, মূৰত এটা হেলনীয়াকৈ পিন্ধা 'ফেল্ট' হেট, চেহেৰা কঠোৰ আৰু আনে বুজিব নোৱৰা, চকুৰ দৃষ্টি তীব্ৰ আৰু উজ্জ্বল, বেছি কথা-বতৰা নাই, দৰ্শকৰ লগত সম্ভাষণ জনোৱাৰ বাহিৰে কথা-বতৰা কোৱাৰ অভ্যাস নাই আৰু মুখত এনে দৃঢ় আৰু চিন্তিত ভাব, যেন তেওঁ পৃথিৱীখন কিবা উচ্চাত্মিকা ভাবেৰেহে চাইছে। যেতিয়া কথা কয়, তেতিয়া আত্মবিশ্বাসত দৃঢ় আৰু আনতকৈ উচ্চথাপৰ ভাব ৰাখে যেন লাগিছিল। আহমদাবাদলৈ অহা নতুন বেৰিষ্টাৰজন এনেকুৱাই আছিল।"

গান্ধীজীৰ নেতৃত্ব গ্ৰহণ কৰাৰ পিছত বল্লভভাইৰ জীৱন-ধাৰণৰ প্ৰণালী,

পোছাক-পৰিচ্ছদ সকলো বেলেগ হৈছিল। ১৯১৮ চনৰ ষোল ফেব্ৰুৱাৰীত তেওঁ পশ্চিমীয়া পোছাক ত্যাগ কৰি ধুতি-কুৰ্তা পিন্ধিবলৈ লয়। বল্লভভায়ে দিনটোৰ আদালতৰ কামৰ পিছত গুজৰাট ক্লাবলৈ গৈ তাতে খেলিছিল। ব্ৰিজ খেলত তেওঁ বিশেষ পাৰ্গত আছিল।

বহুত দিনলৈকে বল্লভভায়ে ৰাজনীতিত আগ্ৰহ দেখুওৱা নাছিল। গান্ধীজীয়ে চাম্পাৰণত ১৯১৭ চনত মেজিষ্ট্ৰেটৰ হুকুম অমান্য কৰিও, তেওঁৰ কাম পূৰা কৰিবলৈ বন্দগৰিকৰ হোৱাৰ কথা শুনাৰেপৰা বল্লভভাই তেওঁৰ প্ৰতি আকৰ্ষণ হৈছিল। গান্ধীজীয়ে গুজৰাট সভাৰ সভাপতিৰ দায়িত্ব লোৱাত, বল্লভভায়ে তাত যোগ দিয়ে। অচিৰে এই দুজন মানুহৰ মিলনৰ শুভফল গুজৰাটৰ ৰাজহুৱা জীৱনত মানুহে অনুভৱ কৰিবলৈ ধৰিলে। গুজৰাট সভাৰ জৰিয়তে তেওঁলোকে প্ৰথম গুজৰাটত 'বেগাৰি' প্ৰথাৰ বিৰুদ্ধে আন্দোলন আৰম্ভ কৰে। এই আন্দোলনৰ ফলত বেগাৰি খটা মানুহৰ দুখ-দুৰ্গতি বহুত কমিল যদিও প্ৰথাটো তেতিয়াও উঠি যোৱা নাছিল। বল্লভভাই এনেকৈ ৰাজহুৱা জীৱনত নামি পৰিল। ১৯১৭ চনত যেতিয়া আহমদাবাদ নগৰত প্লেগ মহামাৰীয়ে দেখা দিলে, তেতিয়া বল্লভভায়ে ৰোগীসকলৰ সেৱা-কাৰ্যত আত্মনিয়োগ কৰিলে। সেই সময়তে আহমদাবাদ জিলাত যেতিয়া দুৰ্ভিক্ষই দেখা দিলে, তেতিয়াও বল্লভভায়ে সাহায্য-সংগঠন এনেভাৱে গঢ়ি তুলি-ছিল যে তাত মহাত্মা গান্ধী বিশেষভাৱে সন্তুষ্ট হৈছিল।

১৯১৭ চনত বল্লভভাই আহমদাবাদ মিউনিচিপালিটিলৈ নিৰ্বাচিত হ'ল। তেওঁ মিউনিচিপালিটিলৈ যোৱাৰ প্ৰধান উদ্দেশ্য আছিল, মিউচিপালিটিৰ স্বায়ত্ব শাসনৰ অধিকাৰৰ কাৰণে যুঁজ কৰা। সেই সময়ত মিউনিচিপাল কমিটি-বিলাকৰ ওপৰত চৰকাৰৰ জিলা কৰ্তৃপক্ষই ইচ্ছামতে হকা-বধা কৰিব পাৰিছিল। বল্লভভায়ে মিউনিচিপালিটিৰ স্বতন্ত্ৰতা ৰক্ষা কৰিবলৈ চৰকাৰৰ জিলা কৰ্তৃপক্ষৰ লগত সততে যুঁজি থাকিব লগা হৈছিল। নাগৰিকসকলৰো পৰিষ্কাৰ পৰি-চ্ছন্নতাৰ প্ৰতি মনোযোগ নথকাত তেওঁ বৰ দুখ পাইছিল। তেওঁ তেনে বেয়া অভ্যাসৰ বিৰুদ্ধেও যুঁজ দিছিল। তেওঁ কৈছিল : "আমাৰ নগৰবিলাক নগৰো নহয় গাঁৱো নহয়। নগৰত বাস কৰিলেও আমাৰ বহুত মানুহে গাঁৱত থকা দি থাকিব খোজে।···সাধাৰণতে মানুহে স্বাস্থ্য আৰু পৰিষ্কাৰ-পৰিচ্ছন্নতাৰ সাধা-ৰণ নিয়মো মানিব নোখোজে। এনেবিলাক কথাত নাগৰিকসকলে তেওঁলোকৰ

নিজৰ প্ৰতি বা তেওঁলোকৰ প্ৰতিবেশীৰ প্ৰতি কি কৰ্তব্য বুজি নাপায়। তেওঁলোকে তেওঁলোকৰ ঘৰৰ জাবৰ-জোঁথৰ প্ৰতিবেশীৰ ঘৰৰ দুৱাৰমুখত পেলোৱাটো দোষৰ কথা বুলি নেভাবে। ওপৰ মহলত থকাসকলে খিৰিকিয়েদি ময়লা বস্তু তললৈ দলিয়াই পেলাবলৈ সংকোচ বোধ নকৰে। য'তে ইচ্ছা কৰে তাতে মানুহে থু-খেকাৰ পেলায় আৰু য'তে ইচ্ছা, যেতিয়াই ইচ্ছা প্ৰস্ৰাৱ আদি কৰিবলৈ তেওঁলোকে নিজক স্বাধীন বুলি ভাবে।"

বল্লভভায়ে আহমদাবাদ চহৰখন নিকা কৰিবলৈ মিউনিচিপালিটিৰ ফালৰ পৰা কৰণীয়খিনি কৰিবলৈ লৈছিল আৰু নাগৰিকসকলকো তেওঁলোকৰ কৰ্তব্য সম্পৰ্কে সচেতন কৰিবলৈ চেষ্টা কৰিছিল। আহমদাবাদ চহৰ আধুনিকীকৰণত বল্লভভাইৰ অৱদান ভাৰতৰ সকলো মিউনিচিপালিটিৰ ইতিহাসৰ ভিতৰত এটা উল্লেখ কৰিবলগীয়া বিষয়।

১৯১৭-১৮ চনত গুজৰাটৰ খেদা জিলাত বৰষুণ বৰ বেছিকৈ হৈছিল। জল-প্লাৱনত বহুত মানুহে খেতি-বাতি কৰিব নোৱাৰিলে। কিন্তু কলেক্টৰে ৰাইজে দাবী কৰামতে খাজনা ৰেহাই দিবলৈ অস্বীকাৰ কৰিলে। তেতিয়া গুজৰাট সভাৰ পক্ষৰ পৰা খেদা-সত্যাগ্ৰহ আৰম্ভ কৰা হয়। গান্ধীজীৰ নেতৃত্বত বল্লভভায়ে এই সত্যাগ্ৰহত যোগ দিছিল। এখন সভাত বক্তৃতা দি তেওঁ কৈছিল, "এইখন যুদ্ধই কিৰিঙতিৰ দৰে সমগ্ৰ দেশত জুই জ্বলাব।" ৰায়তে খাজনা মাফ নিদিয়াৰ প্ৰতিবাদত খাজনা দিয়া বন্ধ কৰিলে। চৰকাৰে কঠোৰ দমননীতি চলালে। গান্ধী সেই সময়ত বিহাৰৰ চম্পাৰণৰ কামত ব্যস্ত থকাত খেদা-সত্যাগ্ৰহ পৰিচালনাৰ কাম প্ৰধানকৈ পেটেলৰ ওপৰত পৰিছিল। শেষত চৰকাৰ মান্তি হৈছিল যে যিসকলে পাৰে খাজনা দিব আৰু বাকীসকলৰ কাৰণে খাজনা আদায় বন্ধ কৰা হ'ব। এইমতে খেদা-সত্যাগ্ৰহৰ সামৰণি পৰে আৰু তাৰ মাজেদি বল্লভভাই গান্ধীৰ বলিষ্ঠ সহযোগী হিচাপে ৰাজনৈতিক ক্ষেত্ৰত নামি পৰে। ১৯১৯ চনৰ ছয় এপ্ৰিলত ৰাওলাট আইনৰ বিৰুদ্ধে সমগ্ৰ দেশতে প্ৰতিবাদ-দিবস পালন কৰোঁতে, আহমদাবাদত যি বিৰাট শোভাযাত্ৰা ওলাইছিল, পেটেলে তাৰ নেতৃত্ব কৰিছিল। সেই সময়তে গান্ধীজীক গ্ৰেপ্তাৰ কৰা খবৰ ওলালত, আহমদাবাদত জনতা বিক্ষুব্ধ হৈ পৰি অশান্তিৰ সৃষ্টি কৰিছিল। তেতিয়া বল্লভভায়ে জনতাক শান্ত কৰিবলৈ জিৰণি নোহো-

ৰাকৈ গলিয়ে গলিয়ে ঘূৰি আপ্ৰাণ চেষ্টা কৰিছিল। যিদিনাৰপৰা বল্লভ-ভায়ে গান্ধীজীক তেওঁৰ নেতা আৰু পথ-প্ৰদৰ্শক হিচাপে গ্ৰহণ কৰিলে, সেই দিনাৰপৰা তেওঁ অবিচলিতভাৱে গান্ধীজীৰ আদৰ্শমতে জীৱন যাপন কৰিবলৈ লৈছিল আৰু ৰাজনৈতিক ক্ষেত্ৰত অহিংস অসহযোগৰ নীতি অনু-সৰণ কৰিছিল। ১৯২০ চনত গুজৰাট ৰাজনৈতিক সন্মিলনত ভাষণ দি পেটেলে বৃটিছ গৱৰ্ণমেণ্টক দোষাৰোপ কৰি কৈছিল যে, ভাৰতৰ স্বাধীনতা সম্পৰ্কে প্ৰথম মহাযুদ্ধৰ আগতে দিয়া প্ৰতিশ্ৰুতি, যুদ্ধত জিকাৰ পিছতে ভঙ্গ কৰি তেওঁলোক বিশ্বাসঘাতকতাৰ দোষত দোষী হৈছে।

১৯২১ চনত আহমদাবাদত বহা কংগ্ৰেছৰ বাৰ্ষিক অধিৱেশনৰ অভ্য-ৰ্থনা সমিতিৰ সভাপতি আছিল বল্লভভাই পেটেল। বল্লভভায়ে অসহ-যোগ আন্দোলনৰ চৰম পৰ্যায়ত আইন অমান্য কৰিবলৈ গুজৰাটৰ চুৰাট জিলাৰ বৰদলী তালুকত সংগঠন সম্পূৰ্ণ কৰি তুলিছিল। কিন্তু চৌৰি-চৌৰাৰ ঘটনাৰ কাৰণে গান্ধীজীয়ে আন্দোলন স্থগিত কৰাত, বৰদলী সত্যা-গ্ৰহো বন্ধ কৰিব লগা হয়।

১৯২২ চনৰ আগষ্ট মাহত কংগ্ৰেছ সভাপতি হাকিম আজমল খান জব্বলপুৰলৈ যাওঁতে তাৰ মিউনিচিপালিটিয়ে কংগ্ৰেছ সভাপতিক মান-পত্ৰ দিয়ে আৰু তেতিয়া মিউনিচিপালিটিৰ অফিচত 'ইউনিয়ন জেক'ৰ পৰিৱৰ্তে জাতীয় পতাকা উত্তোলন কৰা হয়। এই লৈ বৃটিছ পাৰ্লিয়ামেণ্টলৈকে তোলপাৰ লাগে। গৱৰ্ণমেণ্টে জাতীয় পতাকা লৈ শোভাযাত্ৰা আদি কৰাত বাধা-নিষেধ প্ৰয়োগ কৰিলে। তেতিয়া তাৰ বিৰুদ্ধে আন্দোলন আৰম্ভ হয়। নাগপুৰত এই আন্দোলনে তীব্ৰ ৰূপ লয়। শেঠ যমুনালাল বাজাজ প্ৰমুখ্যে বহুতকে এই সম্পৰ্কত গ্ৰেপ্তাৰ কৰা হয়। বাজাজক গ্ৰেপ্তাৰ কৰাৰ পিছত ছৰ্দাৰ পেটেলে পতাকা-আন্দোলন পৰিচালনাৰ দায়িত্ব গ্ৰহণ কৰে।

১৯২৭ চনত আহমদাবাদ জিলাকে ধৰি গুজৰাটৰ বহুত ঠাইত ভীষণ বানপানী হয়। বানপানীত দুৰ্দশাগ্ৰস্তসকলৰ সাহায্যাৰ্থে বল্লভভাই উঠি-পৰি লাগিছিল। সেই কাম শেষ হওঁতে নৌহওঁতেই, বৰদলীত কৃষক আৰু গৱৰ্ণমেণ্টৰ মাজত খাজনা বৃদ্ধি লৈ বিবাদ উপস্থিত হয়। কোনো যুক্তি-যুক্ত কাৰণ নথকাত আৰু মাটিৰ পৰা উপাৰ্জন অলপো নবঢ়া সত্বেও, গৱৰ্ণমেণ্টে মাটিৰ খাজনা বঢ়াই দিয়াত, কৃষকসকল বিদ্ৰোহী হৈ উঠিল।

তেওঁলোকে বৰ্দ্ধিত খাজনা দিবলৈ অস্বীকাৰ কৰিছিল। খাজনা বৃদ্ধি নকৰিবলৈ ৰাইজৰ যুক্তিযুক্ত দাবীৰ কথা সহানুভূতিৰে বিবেচনা নকৰি চৰকাৰে পশুবল প্ৰয়োগ কৰিলে। কিন্তু কঠোৰ দমন-নীতি প্ৰয়োগ কৰিও চৰকাৰে ৰাইজৰ ইচ্ছা-শক্তিৰ দৃঢ়তা হ্ৰাস কৰিব নোৱাৰিলে। খাজনা অনাদায়ত মাটি সম্পত্তি নীলাম কৰি দিও, ৰায়তক চৰকাৰে সেও কৰিব নোৱাৰিলে। বৰদলীৰ কৃষক ৰাইজে গান্ধীজীৰ অহিংস কাৰ্য-প্ৰণালীৰ কাৰ্যকাৰিতা প্ৰতিপন্ন কৰিলে। বল্লভভায়ে গান্ধীজীৰ আশীৰ্বাদ লৈ বৰদলী সত্যাগ্ৰহ সংগঠন কৰিছিল। ই এক ঐতিহাসিক ঘটনা। পণ্ডিত মতিলাল নেহৰু প্ৰমুখ্যে সৰ্বভাৰতীয় নেতাসকলে বৰদলী আন্দোলন পৰিচালনাৰ কথা কৈ বল্লভভাইৰ ভূয়সী প্ৰশংসা কৰিছিল। অৱশেষত গৱৰ্ণমেণ্ট সেও হ'ব লগা হ'ল। ১৯২৮ চনৰ ছয় আগষ্টত বল্লভভাইৰ লগত চৰকাৰৰ চুক্তি হ'ল। এইমতে জব্দ কৰা সকলো মাটি ঘূৰাই দিবলৈ, আন্দোলনৰ সকলো বন্দীক মুক্তি দিবলৈ আৰু আন্দোলনত কাম ইস্তফা দিয়া গাওঁৰ অফিচাৰসকলক পুনৰ কামত নিয়োগ কৰিবলৈ চৰকাৰ ৰাজী হয়। নতুনকৈ খাজনা লগোৱা সম্পৰ্কে, স্বাধীনভাৱে পুনৰ তদন্ত কৰাৰ কাৰণে কৰা দাবীও চৰকাৰে মানি লৈছিল। বৰদলী সত্যাগ্ৰহৰ কৃতকাৰ্যতাৰ পিছত, মহাত্মাজীয়ে বল্লভভাইক 'ছৰ্দাৰ' উপাধিৰে বিভূষিত কৰে আৰু ছৰ্দাৰ হিচাপেই আজি তেওঁ বিখ্যাত।

টকা-কড়িৰ লাভতকৈও বৰদলীত কৃষকসকলৰ নৈতিক জয় বেছি মন-কৰিবলগীয়া। অহিংসা প্ৰণালী কেনেকৈ কাৰ্যকৰী হ'ব পাৰে, ই তাৰেই এটা প্ৰমাণ হিচাপে সমগ্ৰ দেশতে নতুন আশা আৰু বিশ্বাস সৃষ্টি কৰিছিল।

বল্লভভাই ককায়েক বিঠলভাইতকৈ মাত্ৰ দুবছৰৰ সৰু। কিন্তু তেওঁ ককায়েকক দেউতাকৰ দৰেই সন্মান কৰিছিল। তেওঁ ককায়েক বিঠলভাইক ৰাজহুৱা কামত আশাশুধীয়াকৈ লাগিবলৈ সুবিধা দি নিজৰ আৰু ককায়েকৰ এই দুয়োখন ঘৰৰ খৰচ চলাইছিল। ১৯১৭ চনত বল্লভভায়ে ওকালতি এৰি দিয়ে। ওকালতিৰপৰা হোৱা তেওঁৰ প্ৰচুৰ উপাৰ্জন এৰি, বল্লভভায়ে তেতিয়াৰপৰা দেশৰ কামত নিজক উৎসৰ্গা কৰিছিল।

১৯৩০ চনৰ লোণ-আইন ভঙ্গ আন্দোলনত জেল খাটি ওলাই অহাৰ পিছত, ১৯৩১ চনৰ কৰাচী কংগ্ৰেছ অধিৱেশনত ছৰ্দাৰ বল্লভভাই পেটেলে

সভাপতিত্ব কৰিছিল। ছৰ্দাৰৰ অভিভাষণ চুটি আছিল। তাৰ পিছত ১৯৩৪ চনলৈকে বেছিদিন তেওঁ জেলতে কটাব লগা হয়।

কংগ্ৰেছে ১৯৩৬-৩৭ চনৰ নিৰ্বাচনত অংশ গ্ৰহণ কৰে। কংগ্ৰেছ পাৰ্লিয়ামেণ্টৰী চাব কমিটিৰ চেয়াৰমেন হিচাবে ছৰ্দাৰ পেটেলে কংগ্ৰেছ প্ৰাৰ্থী হ'ব খোজা হাজাৰ হাজাৰ আবেদনকাৰীৰ মাজৰপৰা উপযুক্তলোক বাছি উলিওৱাৰ কাম কৰাত বিশেষ মনোযোগ দিব লগা হৈছিল। এই কামত তেওঁ ধৈৰ্য, নিৰপেক্ষতা আৰু দৃঢ়তাৰ পৰিচয় দিছিল। নিৰ্বাচনৰ পিছত সংখ্যাগৰিষ্ঠ হোৱা প্ৰদেশকেইখনত কংগ্ৰেছে যেতিয়া মন্ত্ৰীসভা গঠন কৰিলে তেতিয়া কংগ্ৰেছ মন্ত্ৰীসভাই কংগ্ৰেছ ৱৰ্কিং কমিটিৰ নিৰ্দেশ অনুসৰি নীতি-গতভাৱে কাম কৰাৰ সম্বন্ধেও তেওঁ সতৰ্ক দৃষ্টি ৰাখিব লগা হৈছিল। এই সকলো দায়িত্ব ছৰ্দাৰ পেটেলে নিয়াৰিকৈ পালন কৰিছিল। তাৰ পিছৰ কেইবছৰত দ্বিতীয় মহাযুদ্ধ, ভাৰতত বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে কংগ্ৰেছৰ নেতৃত্বত বিয়াল্লিছৰ শেষ গণ-বিপ্লৱ, যুদ্ধৰ পৰিসমাপ্তি আৰু মিত্ৰপক্ষৰ বিজয়-লাভ। ইয়াৰ পৰৱৰ্তী অধ্যায়ত ভাৰতৰ স্বাধীনতাৰ দাবী পূৰণ কৰিবলৈ ইংলণ্ডৰ নবনিৰ্বাচিত শ্ৰমিক গৱৰ্ণমেণ্টৰ আন্তৰিক ইচ্ছা প্ৰকাশ হোৱাত ভাৰতৰ স্বাধীনতাৰ ৰেঙণি দেখা যায়। ১৯৪৬ চনৰ চেপ্তেম্বৰত বৰলাটৰ এক্‌জিকিউটিভ কাউন্সিলৰ আমূল পৰিৱৰ্তন কৰা হয়। পণ্ডিত জৱাহৰলাল নেহৰুৰ নেতৃত্বত কংগ্ৰেছৰ নেতাসকলে তাত যোগ দিয়ে। ছৰ্দাৰ পেটেলে স্বৰাষ্ট্ৰ মন্ত্ৰীদপ্তৰৰ দায়িত্ব লয়।

এই সময়ছোৱাত ভাৰতৰ স্বাধীনতা সুনিশ্চিত হৈ পৰিছিল যদিও ব্ৰিটিছে কেনেভাৱে ক্ষমতা হস্তান্তৰ কৰিব সেই লৈ সঙ্কটপূৰ্ণ পৰিস্থিতি দেখা দিছিল। মুছলীম লীগে দেশ-বিভাজনৰ চৰ্তত কংগ্ৰেছৰ লগত কোনো আপোচ কৰিবলৈ ৰাজী নাছিল। ইংৰাজৰ উচ্চ-বিষয়াসকলৰ ভিতৰতো কোনো কোনোৱে ব্ৰিটিছে ভাৰত এৰি যোৱাটো সহ্য কৰিবলৈ টান পাইছিল আৰু তেওঁলোকে ৰাজনৈতিক মীমাংসাৰ বাটত নানা প্ৰকাৰে বাধা সৃষ্টি কৰিবলৈ চেষ্টা কৰিছিল। ৰাজনৈতিক মহলত ক্ৰমে স্পষ্ট হৈ পৰিছিল যে, দেশৰ অখণ্ডতাৰ ওপৰত স্বাধীনতাৰ প্ৰশ্ন চূড়ান্তভাৱে মীমাংসা হোৱাৰ সম্ভাৱনা কম। কংগ্ৰেছে আৰু মহাত্মা গান্ধীয়ে সদায় ভাৰতৰ অখণ্ডতাৰ ওপৰত জোৰ দি মুছলীম লীগৰ পাকিস্থানৰ দাবী অগ্ৰাহ্য কৰিছিল। কিন্তু পৰিস্থিতিৰ এনেকৈ পৰিৱৰ্তন হ'ল

যে, কংগ্ৰেছৰ নেতাসকলৰ ভিতৰত সদায় দেশ-বিভাজনৰ বিৰোধিতা কৰা ছৰ্দাৰ পেটেলৰ দৰে দৃঢ়মনা মানুহেও বিভাজনৰ কথাৰ বাহিৰে গত্যন্তৰ নাই বুলি ভাবিব লগা হ'ল। অন্তৰ্বৰ্তী চৰকাৰত মুছলীম লীগৰ প্ৰতিনিধিৰে সৈতে একেলগে কাম কৰি পেটেলে উপলব্ধি কৰিছিল যে, মুছলীম লীগৰে সৈতে একেলগে ৰাজত্ব কৰা সম্ভৱ নহয়। তেওঁ ইয়াকো বুজিছিল যে মুছ-লীম লীগৰ সন্তোষ হোৱাকৈ কোনো ব্যৱস্থা নকৰালৈকে, ব্ৰিটিছেও ভাৰত এৰি নেযায়। সেইকাৰণে পেটেলে লাহে লাহে দেশ বিভাজনৰ মত সমৰ্থন কৰা দলত যোগ দিছিল। এ. এছ. ভাৰটনে দেখা কৰোঁতে পেটেলে অৱস্থাটো পৰিষ্কাৰ কৰি দিছিল। ভাৰটনে পেটেলক প্ৰশ্ন কৰিছিল—"১৯৪২ চনত ৰাজা গোপালাচাৰিয়াই যেতিয়া দেশ-বিভাজনৰ অনুকূলে মত দিছিল, তেতিয়া আপুনি ৰাজাজীৰ প্ৰস্তাৱৰ ঘোৰ প্ৰতিবাদ কৰিছিল আৰু এতিয়া কেনেকৈ তাক সমৰ্থন কৰে?" পেটেলে উত্তৰত কৈছিল: "আমি বিভাজনত সন্মতি দিলে ক্ষমতা হস্তান্তৰ কৰিব বুলি ১৯৪২ চনত কোনো কথা কৈছিলনে?"

ভাৰটনে আকৌ প্ৰশ্ন কৰিলে, "এতিয়া ব্ৰিটিছে হস্তান্তৰৰ যি আশ্বাস দিছে, সিয়েই যে তেওঁলোকৰ বিভেদমূলক ৰাজনীতিৰ অন্য এটা খেল নহয়, তাৰেই বা কি নিশ্চয়তা আছে?"

পেটেলে উত্তৰত ক'লে, "ই এটা উচিত প্ৰশ্ন। কিন্তু ব্ৰিটিছৰ আজিৰ মনৰ অৱস্থা আপুনি বুজা নাই। ১৯৪৬ চন ১৯৪২ চন নহয়। ১৯৪২ চনত ব্ৰিটেইনৰ ৰক্ষণশীল দলে চাৰ্চিলৰ নেতৃত্বত সাম্ৰাজ্য ৰক্ষা কৰিবলৈ যুদ্ধ কৰিছিল। তেতিয়া ব্ৰিটিছৰ খেল আছিল হিন্দু-মুছলমানৰ মাজত মধ্যস্থতাৰ কাম কৰা যেন দেখুৱাই ক্ষমতাৰ বাঘজৰি নিজৰ হাতত ৰখা। বৰ্তমানৰ অৱস্থা হৈছে যে ব্ৰিটেইন দ্বিতীয় মহাযুদ্ধত বিজয়ী হ'লেও যুদ্ধৰ আগৰ দৰে ব্ৰিটেইন আজি ৰাজনৈতিক শক্তি নহয়। তদুপৰি এখন সাম্ৰাজ্য চলাবলৈ ব্ৰিটেইনৰ আজি আৰ্থিক সামৰ্থ্যও নাই।

কেবিনেট মিছনৰ সভ্যসকলৰ আৰু বন্ধুসকলৰ পৰা পোৱা ৰিপোৰ্টৰ পৰা মোৰ বিশ্বাস জন্মিছে যে ব্ৰিটিছৰ ক্ষমতা হস্তান্তৰ কৰাৰ ভাবত কোনো ফাকি নাই। কিন্তু ইয়াৰ কাৰণে ব্ৰিটিছ সংবিধানত সুদূৰপ্ৰসাৰী পৰিবৰ্তন আনিবলৈ যি ব্যৱস্থা লোৱাৰ প্ৰয়োজন, শ্ৰমিক দলে ব্ৰিটিছ পাৰ্লিয়ামেণ্টত তেতিয়াহে সেই ব্যৱস্থা গৃহীত কৰাব পাৰিব, যেতিয়া মুছলমানসকলৰ দাবী পূৰণ কৰা হয়।"

ই আজি ইতিহাসৰ কথা যে, মুছলীম লীগৰ লগত অন্যপ্ৰকাৰে আপোচ নোহোৱাত, শেষত দেশ-বিভাজনৰ ভিত্তিত ভাৰতবৰ্ষ দ্বিখণ্ডিত হ'ল। ভাৰত আৰু পাকিস্থান দুখন সাৰ্বভৌম স্বাধীন ৰাষ্ট্ৰৰ জন্ম হ'ল। স্বাধীন ভাৰতত জৱাহৰলাল নেহৰুৰ নেতৃত্বত কংগ্ৰেছ মন্ত্ৰীসভা গঠিত হ'ল। ছৰ্দাৰ পেটেল স্বৰাষ্ট্ৰ মন্ত্ৰী হিচাপে তাত যোগ দিছিল। ছৰ্দাৰ মানুহজন ৰূঢ় যেন দেখা গ'লেও, তেওঁৰ ৰহস্যবোধ প্ৰবল আছিল। তেওঁ নিজৰ বিশ্বাসমতে কাম কৰিছিল। ছৰ্দাৰ পেটেল গান্ধীজীৰ পৰম ভক্ত আছিল যদিও এটা সময়ত মহাত্মা গান্ধীৰ লগতো তেওঁৰ দৃষ্টিভঙ্গীৰ পাৰ্থক্য ঘটিছিল। মহাত্মা-জীৰ আকাশলঙ্ঘী আদৰ্শবাদ আৰু পেটেলৰ মাটিৰ ওপৰত দৃঢ়ভাৱে খামুচি ধৰা বাস্তৱবাদৰ পাৰ্থক্য প্ৰকট হৈছিল। ১৯৪৮ চনৰ বিশ জানুৱাৰী তাৰিখে বোম্বাইত মহাত্মাজীৰ অনশনৰ কথা উল্লেখ কৰি ছৰ্দাৰ পেটেলে কৈছিল : "তেওঁ এনে স্থানত উঠি কাম কৰে, কথা কয় বা চিন্তা কৰে যে আমি সেই স্থান পাব নোৱাৰোঁ। ......তেওঁ বিচৰামতে আমি শাসন কৰিব নোৱাৰো। আমি পুলিচ আৰু শক্তিশালী সৈন্যবাহিনী ৰাখিব লগা হৈছে। দোষীক শাস্তি দিবই লাগিব। দোষ কৰোতাসকলৰ কাম বেয়া বুলি নকৈ নোৱাৰি।"

তিব্বত চীনে লোৱাৰ সময়ত আৰু জন্মু-কাশ্মীৰৰ প্ৰশ্ন ৰাষ্ট্ৰসঙ্ঘলৈ দিয়া বিষয়ে স্বৰাষ্ট্ৰ মন্ত্ৰী হিচাপে পেটেল আৰু প্ৰধান মন্ত্ৰী নেহৰুৰ দৃষ্টিভঙ্গীত পাৰ্থক্য দেখা দিছিল। কিন্তু এনে পাৰ্থক্য সত্বেও, জাতীয় স্বাৰ্থৰ পৰা চাই তেওঁলোক দুয়ো মিলি-জুলি নতুনকৈ স্বাধীন হোৱা দেশখনৰ ভেটি বন্ধাৰ কাম যেনেকৈ কৰিছিল, সি সদায় দেশপ্ৰেমৰ উজ্জ্বল দৃষ্টান্ত হৈ থাকিব। ১৯৫০ চনৰ দুই অক্টোবৰত পেটেলে কোৱা একাষাৰ কথাই তেওঁৰ শৃঙ্খলা আৰু আনুগত্যৰ প্ৰমাণ দিব। তেওঁ কৈছিল : "আমাৰ নেতা পণ্ডিত জৱাহৰলাল নেহৰু......মই আনুগত্য নথকা সৈন্য নহয়।"

পুৰুষানুক্ৰমে শাসন কৰি অহা দেশীয় ৰাজ্যৰ ৰজাসকলৰ সংখ্যা ভাৰতত কম নাছিল। ভাৰতত সৰু-বৰ ৫৬৫ খন দেশীয় ৰাজ্য আছিল। ব্ৰিটিছ গৱৰ্ণমেণ্টে ক্ষমতা হস্তান্তৰ কৰোতে, এই দেশীয় ৰাজ্যবিলাকক নিজৰ মতে ভাৰত বা পাকিস্থানত যোগ দিয়াৰ বা স্বতন্ত্ৰ হৈ থকাৰ অধিকাৰ দি গৈছিল। স্বাধীন ভাৰতৰ প্ৰথম এটা ডাঙৰ কাম আছিল, এওঁলোকক ভাৰত ৰাষ্ট্ৰৰ লগত মিলাই লোৱা। সেয়ে নহ'লে ভাৰতখন শতধা বিচ্ছিন্ন

হোৱাৰ বিপদ আছিল। এই দেশীয় ৰাজ্যবিলাক ব্ৰিটেইনৰ গৱৰ্ণমেণ্টৰ তলত আছিল যদিও ভাৰতত ব্ৰিটিছ গৱৰ্ণমেণ্টৰ পোনপটিয়া শাসন চলা, ব্ৰিটিছ ভাৰতৰ তলত এওঁলোক নাছিল। দেশীয় ৰাজ্যসমূহত আছিল প্ৰায় ৭১৬,০০০ বৰ্গ মাইল আৰু তেতিয়াৰ হিচাপত ন কোটি ত্ৰিশ লাখৰো ওপৰ মানুহ।

সৌভাগ্যক্ৰমে পণ্ডিত নেহৰু আৰু ছৰ্দাৰ পেটেলৰ বিচক্ষণ নেতৃত্বত হায়দৰাবাদ, জুনাগড় আৰু কাশ্মীৰৰ বাহিৰে আন সকলো দেশীয় ৰাজ্যই পোন্ধৰ আগষ্টৰ ভিতৰতে ভাৰতৰ লগত চামিল হ'বলৈ স্থিৰ কৰে। জুনাগড়ৰ অধিবাসীসকল হিন্দু সংখ্যাগৰিষ্ঠ। শাসকজন আছিল মুছলমান। তেওঁ তেওঁৰ ৰাজ্যখন পাকিস্থানত যোগ দিয়া বুলি ঘোষণা কৰিছিল। তেতিয়া ভাৰতীয় সৈন্য তাত সোমাই যাব লগা হয়। জুনাগড়ত জনসাধাৰণৰ গণ-ভোটত জুনাগড়ে ভাৰতত থাকিবলৈ মত দিয়ে। হায়দৰাবাদৰ নিজামে ভাৰতৰ লগত যোগ দিব খোজা নাছিল। হায়দৰাবাদৰ নিজামৰ ৫০,০০০ সশস্ত্ৰ বাহিনী আছিল। কাশিম ৰিজভিৰ নেতৃত্বত 'ৰাজাকৰ' দলো সংগঠিত হৈছিল। এওঁলোকে হায়দৰাবাদ ভাৰতলৈ যোৱাৰ বিৰোধিতা কৰিছিল। শেষত ভাৰত চৰকাৰে জেনেৰেল ৰাজেন্দ্ৰ সিংজীৰ নেতৃত্বত তালৈ এটা সৈন্যবাহিনী পঠাব লগা হয়। হায়দৰাবাদ ভাৰতৰ লগলৈ আহিল।

কাশ্মীৰৰ মহাৰজাই পাকিস্থান বা ভাৰত, কাৰো লগত যোগ নিদিয়াকৈ খেল খেলি আছিল। ১৯৪৭ চনৰ শেষৰ পিনে ৰাৱলপিণ্ডিৰ ফালৰপৰা সশস্ত্ৰ–বাহিনী কাশ্মীৰলৈ সোমাবলৈ ধৰিলে। তেতিয়া মহাৰাজ ভয় খাই জম্মুলৈ গ'ল আৰু ভাৰতৰ সহায় বিচাৰিলে। মহাৰাজে ভাৰতত যোগ দিয়াৰ খতত চহী কৰিলে। ভাৰতীয় সৈন্য বিমান যোগে তালৈ পঠোৱাৰ সিদ্ধান্ত কৰিব লগা হয়; কিয়নো অলপ পলম হ'লেও পাকিস্থানৰ সশস্ত্ৰ বাহিনী শ্ৰীনগৰ পোৱাৰ ভয় দেখা দিছিল। শেখ আব্দুল্লাৰ নেতৃত্বত 'নেচনেল কনফাৰেন্স' কাশ্মীৰৰ জনসাধাৰণ মুছলমান হ'লেও ভাৰতৰ লগত যে থাকিব লাগে, সেই কথা তেওঁলোকৰ কথা আৰু কামেৰে প্ৰতিপন্ন কৰিছিল। জম্মু আৰু কাশ্মীৰ ভাৰতৰ অন্তৰ্ভুক্ত হ'ল।

ছৰ্দাৰ পেটেলৰ ডাঙৰ কৃতিত্ব যে, দেশীয় ৰাজ্যখিনি স্বাধীন ভাৰতৰ

লগত চামিল কৰি লোৱা ডাঙৰ কূটনৈতিক কামটো অচিৰে সু-সম্পন্ন কৰি তুলিছিল।

দুই-এখনৰ বাহিৰে বেছিখিনি দেশীয় ৰাজ্য বুজা-পৰাৰ মাজেদিয়েই ভাৰত ৰাষ্ট্ৰত মিলি যায়। দেশীয় ৰাজ্যৰ জনমত আৰু ৰজাসকলৰো বহুতৰে সদিচ্ছাৰ কাৰণে ই সহজে সম্ভৱ হৈছিল। ইতিহাসৰ ছাত্ৰসকলে ইয়াকো স্বীকাৰ কৰিব যে, ছৰ্দাৰ পেটেলৰ ৰাজনৈতিক দূৰদৃষ্টি, সহানুভূতিপূৰ্ণ বিচাৰ আৰু বলিষ্ঠ পদক্ষেপৰ দ্বাৰা এই ডাঙৰ কামটো নিৰ্বিবাদে হ'ব পাৰিছিল। লৰ্ড মাউণ্টবেটেনে ছৰ্দাৰ পেটেললৈ লিখিছিল : "দেশীয় ৰাজ্য সম্পৰ্কে আপোনাৰ সহযোগ আৰু বিশ্বাসৰ কাৰণে ধন্যবাদ। ...আপুনি যি বিজ্ঞজনোচিত নীতি অনুসৰণ কৰিছে, ভৱিষ্যত-পুৰুষে তাৰ সুফলৰ গুণ লব"।

ছৰ্দাৰ পেটেলে দেশীয় ৰাজ্যসমূহ লৈ ভাৰতৰাষ্ট্ৰ শক্তিশালী কৰি গঢ়ি তুলিছিল। জাতিলৈ চিৰকালৰ কাৰণে তেওঁৰ ই এটা সৰ্বশ্ৰেষ্ঠ অৱদান।

ছৰ্দাৰে অনুভৱ কৰিছিল যে, স্বাধীনতাৰ পিছত দেশখনত দক্ষতাৰে শাসনকাৰ্য চলাবলৈ চিভিল চাৰ্ভিছত উৎসাহী, দক্ষ আৰু সৎ লোকৰ প্ৰয়োজন। ১১৫০ জনৰ ভিতৰত স্বাধীনতাৰ লগে লগে ৭০০ জন য়ুৰোপীয়ান আৰু মুছলমান অফিচাৰে ভাৰত এৰি যায়। কম সংখ্যক অফিচাৰৰ ওপৰত আৰু-স্তুণিৰ সমস্যাবহুল দেশখনৰ শাসন-কাৰ্যৰ দায়িত্ব পৰে। ছৰ্দাৰে তেওঁ-লোকৰ মনত বিশ্বাস আৰু নিৰাপত্তাৰ ভাব সৃষ্টি কৰিছিল। কাৰণ তেওঁ বুজিছিল যে, দেশৰ সমস্যা সমাধানৰ কাৰণে বিশেষজ্ঞৰ পৰামৰ্শৰ নিতান্ত প্ৰয়োজন। আই. ছি. এছ অফিচাৰসকলৰ আন্তৰিক সহযোগিতা লাভত ছৰ্দাৰ পেটেল কৃতকাৰ্য হৈছিল। অফিছাৰ সকলৰ লগত তেওঁৰ সম্পৰ্ক সহৃদয়তাপূৰ্ণ আছিল। এইচ. ভি্লিও. আয়েঙ্গাৰ ছৰ্দাৰজীৰ হ'ম চেক্ৰেটাৰী আছিল। এদিন আয়েঙ্গাৰে যেতিয়া চৰকাৰী কামত ছৰ্দাৰজীৰ লগত কথা পাতি আছিল, তেতিয়া পাতিয়ালাৰ মহাৰাজা ছৰ্দাৰজীক দেখা কৰিবলৈ আহি পাইছে বুলি তেওঁক জনোৱা হ'ল। আয়েঙ্গাৰে তেতিয়া উঠি যাব খুজিলে। কিন্তু পেটেলে তেওঁক উঠি যাবলৈ নিদিলে। মহাৰাজক মতালে। মহাৰাজক সৌজন্য দেখুৱাই বহিবলৈ দিলে। কিন্তু চেক্ৰেটাৰী আয়েঙ্গাৰৰ লগত কথা শেষ কৰিহে, মহাৰাজৰ লগত কথা পাতিলে। পিছদিনা আয়েঙ্গাৰে যেতিয়া সুধিলে—তেওঁক কিয় এনে বিশেষ সৌজন্য দেখুৱা হ'ল,

তেতিয়া ছর্দাৰে কৈছিল: "ইয়াত ব্যক্তিগত কোনো কথা নাছিল। মই কেৱল ভাবো যে, ভাৰত চৰকাৰৰ চেক্রেটাৰীৰ স্থান বৰ উচ্চ। দেশৰ কাৰণে ই বৰ বেয়া দিন হ'ব, যদি অফিচাৰসকলে তেওঁলোকৰ পদবী অনু-সৰি সন্মান নেপায়। মন্ত্রী আহিব আৰু যাব। কিন্তু শাসনৰ স্থায়ী যন্ত্রটো ভাল আৰু নিৰপেক্ষপীয়া হ'ব লাগিব। ই বাইজৰ সন্মান পাব পাৰিব লাগিব।"

আয়েঙ্গাৰে এইখিনি কথা উল্লেখ কৰি মন্তব্য কৰিছিল যে, ছর্দাৰৰ শাসন-কার্য পৰিচালনাত সাধাৰণতে নোপোৱা বিশেষ দক্ষতা আছিল।

কেন্দ্রত অন্তর্বর্তীকালীন গৱর্ণমেণ্টৰপৰা আৰম্ভ কৰি, ১৯৪৭ চনৰ ১৫ আগষ্টত পুনৰ স্বাধীন ভাৰতত নেহৰু মন্ত্রীসভাৰ স্বৰাষ্ট্ৰ মন্ত্রীৰ পদত অধি-ষ্ঠিত হৈ জীৱনৰ শেষলৈকে ছর্দাৰ পেটেলে সেই দায়িত্ব পালন কৰিছিল। ইয়াত তেওঁ যি অসাধাৰণ প্রতিভা আৰু দক্ষতা দেখুৱাইছিল সি সর্বজন-স্বীকৃত।

ছর্দাৰ পেটেল আছিল কামৰ মানুহ। কথাৰ আড়ম্বৰতকৈ কামৰ ওপৰত তেওঁ বেছি জোৰ দিছিল। প্রকৃত কামৰ মাজেদি তেওঁ তেওঁৰ কথা আৰু ভাব প্রকাশ কৰিছিল।

১৯৪৮ চনতে ছর্দাৰজীৰ হৃদ-যন্ত্রৰ বিকাৰ ঘটে। তাৰেই তেওঁ অশেষ পৰিশ্ৰম কৰি দেশসেৱাৰ অকৃত্রিম দৃষ্টান্ত ৰাখি থৈ গৈছে। ১৯৫০ চনৰ ১৫ ডিচেম্বৰত বোম্বাইত তেওঁৰ পৰলোক হয়।

# বাবু ৰাজেন্দ্ৰ প্ৰসাদ

## (১৮৮৪-১৯৬৩)

১৯০২ চনত কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰবেশিকা পৰীক্ষাত এজন বিহাৰী যুৱকে সৰ্বোচ্চ স্থান অধিকাৰ কৰিছিল। সেই সময়ত কলিকতা বিশ্ববিদ্যালয় কেৱল বঙ্গদেশৰে নহয়--বিহাৰ, উৰিষ্যা, অসম আৰু বাৰ্মা এই কেউখন প্ৰদেশৰ ভিতৰত একমাত্ৰ বিশ্ববিদ্যালয় আছিল। এই সন্মান লাভ কৰোতা তেৱেঁই প্ৰথম বিহাৰী আছিল। তেওঁৰ এই চমকপ্ৰদ কৃত-কাৰ্যতাত বিহাৰত সকলো স্তম্ভিত আৰু গৌৰৱান্বিত হৈছিল। সংবাদ-পত্ৰসমূহেও এই খবৰটোত গুৰুত্ব দিছিল। 'হিন্দুস্থান ৰিভিউ' কাকতে লিখিছিল: "আমাৰ বিশ্বাস যে, এই যুৱকজনৰ ভৱিষ্যত বৰ উজ্বল। স্বাস্থ্য ভালে থাকিলে, ভাৰতীয় লোকৰ কাৰণে মুকলি থকা কোনো স্থানেই তেওঁ পাবলৈ আশা কৰিব নোৱাৰা নহয়।"

অসাধাৰণ বুদ্ধিৰ সেই বিহাৰী যুৱকজনেই হ'ল স্বাধীন ভাৰতৰ প্ৰথম ৰাষ্ট্ৰপতি ডঃ ৰাজেন্দ্ৰ প্ৰসাদ।

১৮৮৪ চনৰ তিনি ডিচেম্বৰত বিহাৰৰ চাৰণ জিলাৰ 'জেৰাদি' গাঁৱত ৰাজেন্দ্ৰ প্ৰসাদৰ জন্ম হয়। তেওঁৰ পিতাকৰ নাম আছিল মহাদেৱ সাহায়। এওঁলোকৰ পূৰ্বপুৰুষসকলৰ ঘৰ আছিল উত্তৰ প্ৰদেশৰ বালিয়াত।

ৰাজেন্দ্ৰ প্ৰসাদৰ সৰুৰেপৰা পুৱা ব্ৰহ্ম-মুহূৰ্ততে উঠাৰ অভ্যাস আছিল। সেই পুৱাতে মাকে সদায় তেওঁক ৰামায়ণ গাই শুনাইছিল। তেওঁৰ ওপৰত ইয়াৰ যথেষ্ট প্ৰভাৱ পৰিছিল।

যুক্তপ্ৰদেশ আৰু বিহাৰৰ কায়স্থসকলৰ মাজত থকা সেইকালৰ দস্তুৰ-মতে ৰাজেন্দ্ৰ প্ৰসাদে পাঁচ কি ছবছৰমান বয়সতে মৌলবী এজনৰ ওচৰত পাৰ্চী ভাষা শিকিছিল। মধ্য যুগত পাৰ্চী ভাষা চৰকাৰী ভাষা আছিল কাৰণে, এই ভাষা হিন্দুসকলেও শিকিব লগা হৈছিল। গাৱঁতে প্ৰাথমিক শিক্ষা সমাপ্ত কৰাৰ পিছত ৰাজেন্দ্ৰ প্ৰসাদক চাপ্ৰাত ইংৰাজী শিকিবলৈ পঠোৱা হয়। তাৰপৰাই কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰবেশিকা পৰীক্ষাত প্ৰথম হৈ উত্তীৰ্ণ হয় আৰু মাহে কুৰিটকীয়া বৃত্তি লাভ কৰে।

সেইদিনৰ প্ৰথা অনুসৰি তেৰ বছৰ বয়সতে ৰাজেন্দ্ৰ প্ৰসাদৰ বিয়া হৈছিল আৰু বিয়াত কন্যাপক্ষৰ পৰা তেওঁৰ দেউতাকে কাপোৰ-কানি, বাচন-বৰ্তনৰ উপৰিও নগদ ছুহেজাৰ টকা পাইছিল।

প্ৰবেশিকা পৰীক্ষা পাছ কৰাৰ পিছত ৰাজেন্দ্ৰ প্ৰসাদে কলিকতাৰ প্ৰেছিডেন্সি কলেজত পঢ়িবলৈ যায়। প্ৰেছিডেন্সি কলেজত তেতিয়া ডঃ পি. কে. ৰয়, ডঃ জে. চি. বসু আৰু ডঃ পি. চি. ৰয়ৰ দৰে বিখ্যাত অধ্যাপক-সকল আছিল। ১৯০৪ চনত প্ৰথম হৈ ৰাজেন্দ্ৰ প্ৰসাদে এফ. এ. পৰীক্ষা পাছ কৰে। ইংৰাজী, ন্যায়শাস্ত্ৰ, আৰু পাৰ্ছীয়ানত তেওঁ সকলোতকৈ বেছি নম্বৰ পাইছিল। বি. এ-ত তেওঁ ইংৰাজী আৰু ইতিহাসত অনাৰ্ছ লৈছিল। সেই সময়ত কলিকতাৰ প্ৰেছিডেন্সি কলেজত ইংৰাজীৰ অধ্যাপক আছিল সুপ্ৰসিদ্ধ পাৰ্ছিভেল।

কলিকতাত পঢ়ি থকা অৱস্থাত তেওঁ খ্যাতনামা আৰু নৈষ্ঠিক অধ্যাপক-সকলৰ দ্বাৰা প্ৰভাৱিত হোৱাৰ উপৰিও, সেই সময়ৰ কলিকতাৰ নৱ-জাগৰণৰ ভাবেও তেওঁৰ ওপৰত প্ৰভাৱ পেলাইছিল।

১৯৫২ চনৰ ২৬ ডিচেম্বৰত কলিকতা বিশ্ববিদ্যালয়ৰ সমাৱৰ্তন উৎসৱত ভাষণ দিওঁতে ৰাজেন্দ্ৰ প্ৰসাদে পুৰণি কথা সুঁৱৰি কৈছিল, "সেই দিনবিলাকৰ স্মৃতিয়ে মোৰ মনত আজিও আনন্দ দিয়ে। সেই সময়খিনি আমাৰ দেশৰ কাৰণে গুৰুত্বপূৰ্ণ আছিল। কিয়নো, বঙ্গ-বিচ্ছেদৰ পিছত তেতিয়া সমগ্ৰ ভাৰত ব্যাপি আন্দোলন আৰম্ভ হৈছিল। কলিকতাৰ ছাত্ৰসকলে অকল বঙ্গ দেশৰ ৰাজনৈতিক নেতাসকলকে যে লগ পাইছিল এনে নহয়, তেওঁলোকে সমগ্ৰ দেশৰ মুখিয়াল লোকসকলকো লগ পাইছিল। কলিকতা তেতিয়া ভাৰতৰ ৰাজধানী হৈ থকা কাৰণে সকলো প্ৰদেশৰ প্ৰধান প্ৰধান নেতাসকল তালৈ আহিছিল। সেই সময়ৰ প্ৰভাৱৰ পৰা ময়ো মুক্ত থাকিব পৰা নাছিলো।"

ৰাজেন্দ্ৰ প্ৰসাদে ১৮৯৯ চনৰ পৰাই স্বদেশী-বস্ত্ৰ পৰিধান কৰিবলৈ লৈছিল। তেতিয়া তেওঁৰ বয়স হৈছিল মাত্ৰ পোন্ধৰ বছৰ। কাপোৰ-কানিৰ উপৰিও তেওঁ অন্যান্য স্বদেশী বস্তুহে ব্যৱহাৰ কৰিছিল। প্ৰবেশিকা পৰীক্ষা দিবৰ সময়ত আনকি তেওঁ স্বদেশী কলম আৰু নিব্ এটাও কিনি লৈছিল। বি. এ. পৰীক্ষাত ইতিহাসৰ অনাৰ্ছত তেওঁ প্ৰথম হয় আৰু একেলগে ছুটা বৃত্তি পায়; তাৰ পিছত কলিকতাতে তেওঁ এম. এ. আৰু বি. এল.

শ্ৰেণীত ভৰ্তি হয়। সেই সময়তে ১৯০৬ চনত তেওঁ বিহাৰৰ ছাত্ৰসকলক দেশসেৱাৰ কামত উদ্বুদ্ধ কৰি তুলিবলৈ পাটনা কলেজত এখন ছাত্ৰসভা পাতে। এই ছাত্ৰ-সভাখনৰ নাম 'বিহাৰী ছাত্ৰ-সম্মিলন'। এই সম্মিলনে প্ৰথমতে ৰাজনৈতিক আন্দোলনত যোগ দিবলৈ স্থিৰ কৰিছিল যদিও ইয়েই প্ৰথম বিহাৰৰ মানুহৰ সমস্যা সম্পৰ্কে আলোচনা কৰাৰ প্ৰধান মঞ্চ হৈ পৰে।

এটা সময়ত ইণ্ডিয়ান চিভিল চাৰ্ভিছ পৰীক্ষাৰ বাবে ৰাজেন্দ্ৰ প্ৰসাদ ইংলণ্ডলৈ যাবলৈ সকলো ঠিক-ঠাক হৈছিল। কিন্তু শেষত দেউতাকৰ আপত্তিৰ কাৰণে যোৱাটো হৈ নুঠিলগৈ। দেউতাক সেই সময়ত অসুস্থ আছিল আৰু ১৯০৭ চনৰ মাৰ্চ মাহত তেওঁ ঢুকায়। ৰাজেন্দ্ৰ প্ৰসাদ আই. চি. এছ. পৰীক্ষাৰ কাৰণে সাজু হোৱা আৰু অন্যান্য বাহিৰা কথাতো বেছিকৈ লিপ্ত হৈ পৰাৰ কাৰণে এম. এ. পৰীক্ষাত তেওঁ দ্বিতীয় শ্ৰেণীৰ দ্বিতীয় স্থানহে লাভ কৰে। তাৰ পিছত তেওঁ আইন পৰীক্ষা পাছ কৰে আৰু ১৯১৫ চনত এম. এল. পাছ কৰে।

১৯১১ চনত কলিকতাত ৰাজেন্দ্ৰ প্ৰসাদে ওকালতি আৰম্ভ কৰে। তেওঁ ছাৰ আশুতোষ মুখাৰ্জীৰ আদালতত সহযোগী উকিল হিচাপে এটা মকৰ্দমাত থিয় দিয়ে। ছাৰ আশুতোষ মুখাৰ্জী তেতিয়া কলিকতা বিশ্ব-বিদ্যালয়ৰ ভাইচ চেন্সেলৰ আছিল। সেই মকৰ্দমাতে এই মেধাবী ল'ৰাজনৰ কথাত সন্তুষ্ট হৈ মুখাৰ্জীয়ে তেওঁক ল কলেজৰ অধ্যাপক নিযুক্ত কৰে।

১৯১৭ চনত নীল খেতিৰ কৃষকসকলৰ সমস্যা লৈ গান্ধীজী চম্পাৰণলৈ আহোঁতে ৰাজেন্দ্ৰ প্ৰসাদে প্ৰথম তেওঁক লগ পায়। চম্পাৰণৰ সম্পৰ্কে ৰাজেন্দ্ৰ প্ৰসাদে লিখিছে ঃ "১৯১৭ চনৰ ১৮ এপ্ৰিল, অকল চম্পাৰণৰ কাৰণেই নহয়, সমগ্ৰ দেশৰ কাৰণেই ই এটা স্মৰণীয় দিন। বিহাৰৰ দুখীয়া নিৰ্যাতিত লোকসকলৰ হৈ সেইদিনা মহাত্মা গান্ধী জেললৈ যাবলৈ সাজু হৈছিল। সেইদিনাই ভাৰতে সত্যাগ্ৰহৰ আধুনিক দৃষ্টান্ত আৰু শিক্ষা পাইছিল। ইয়েই দেশবাসীৰ কাৰণে পোহৰ আৰু প্ৰেৰণাৰ দুৱাৰ মুকলি কৰি দিছিল।"

চম্পাৰণৰ ঘটনাৱলীয়ে ৰাজেন্দ্ৰ প্ৰসাদৰ জীৱনত বৈপ্লৱিক পৰিবৰ্তন আনে। দৰাচলতে ৰাজেন্দ্ৰ প্ৰসাদ নতুন এক জীৱনত দীক্ষিত হ'ল। গান্ধীজীয়ে ৰাজেন্দ্ৰ প্ৰসাদ আৰু চম্পাৰণ সত্যাগ্ৰহৰ আন সহযোগীসকলক

তেওঁলোকৰ পুৰণি জাতি বা বৰ্ণ আদি সংস্কাৰবিলাক এৰি দিবলৈ পৰামৰ্শ দিছিল। গান্ধীজীয়ে তেওঁলোকক কৈছিল যে, ৰাজহুৱা কামত তেওঁলোক কেৱল এটা জাতিৰ—সেয়ে হৈছে সহকৰ্মীৰ জাতি। গান্ধীজীয়ে তেওঁলোকৰ জীৱনত তেতিয়া কেনকৈ পৰিৱৰ্তন আনিলে সেই বিষয়ে বৰ্ণনা কৰি ৰাজেন্দ্ৰ প্ৰসাদে লিখিছে: "আমি যেতিয়া প্ৰথম চম্পাৰণ পাওঁগৈ, তেতিয়া আমাৰ বহুতৰে লগত লগুৱা আছিল। আমাৰ নিজৰ বন্ধা মানুহো আছিল? কিন্তু অলপ পিছতে লগুৱাৰ সংখ্যা কমোৱা হ'ল আৰু শেষত মাত্ৰ এজনহে থাকিলগৈ। ইয়াৰ ফলত, যিসকলে কুঁৱাৰ পৰা কেতিয়াও এবাল্টি পানী তুলি পোৱা নাছিল বা গামোচা এখনো কেতিয়াও ধুই পোৱা নাছিল, মহাত্মাজীৰ প্ৰভাৱত এতিয়া তেওঁলোকে বাচন-বৰ্তন ধোৱাকে আদি কৰি ঘৰ সৰা, কাপোৰ ধোৱা আদি যাৱতীয় কাম নিজৰ ভিতৰতে কৰিবলৈ ল'লে। প্ৰকৃতপক্ষে আমি নিজেই সকলো কাম কৰিছিলো। ঘৰ-দুৱাৰ সাৰি-মচি পৰিষ্কাৰ কৰা, ৰান্ধনি-ঘৰ চফা কৰা, বাচন-বৰ্তন ধোৱা, ষ্টেচন বা বজাৰৰ পৰা মালবস্তু কঢ়িওৱা আদি কাম আমি নিঃসংকোচে নিজেই কৰিবলৈ ল'লো। বন্ধা মানুহক বিদায় দিয়াৰ পিছত কস্তুৰবা গান্ধীয়ে আমাৰ সকলোৰে কাৰণে ৰান্ধিছিল। মাকে লোৱাৰ দৰে সকলো যত্ন লৈ তেওঁ আমাক খুৱাইছিল। মহাত্মা গান্ধীৰ আগমনৰ ফল স্বৰূপে আমি ৰেলত তৃতীয় শ্ৰেণীত ভ্ৰমণ কৰাটো লাজৰ কথা বুলি ভাবিবলৈ এৰিলো।"

চম্পাৰণৰ পিছত ৰাজেন্দ্ৰ প্ৰসাদ আৰু বিহাৰৰ কৰ্মী দল এটাই নতুন সাহ, নতুন ধাৰণা আৰু নতুন কাৰ্যসূচী লৈ ৰাজহুৱা কৰ্মক্ষেত্ৰত অৱতীৰ্ণ হ'ল।

ইয়াৰ পিছৰ কেইটামান বছৰত দেশত যি ঘটিছিল সি ভাৰতৰ ৰাজনীতি চঞ্চল আৰু উত্তেজিত কৰি তুলিলে। মণ্টেগু-চেমচফোৰ্ড শাসন-সংস্কাৰৰ প্ৰশ্ন লৈ সৃষ্টি হোৱা বিক্ষোভৰ উপৰিও প্ৰথম মহাযুদ্ধৰ পৰিণাম হিচাপে দেখা দিয়া অৰ্থনৈতিক পৰিস্থিতি সেই সময়ত উদ্বেগজনক হৈ পৰিছিল। বস্তুৰ চৰা দাম আৰু কৰ-কাটলৰ বৃদ্ধিয়ে জনসাধাৰণক জুৰুলা কৰিছিল। তেওঁলোকৰ কষ্টৰ সীমা নোহোৱা হৈছিল। ই জাতীয় অসন্তুষ্টিৰ ভাবো বঢ়াইছিল। খিলাফটৰ প্ৰশ্নয়ো তেতিয়া গভীৰ অসন্তোষ সৃষ্টি কৰিছিল। প্ৰথম যুদ্ধৰ সময়ত তুৰস্কৰ বিপৰ্যয় আৰু তুৰস্ক সাম্ৰাজ্য বিভাজন কৰাত

ইংৰাজ প্ৰধানতঃ দায়ী আছিল। ভাৰতীয় মুছলমানসকল এই কথাত ক্ষুব্ধ হৈছিল।

ব্ৰিটিছ গৱৰ্ণমেণ্টে সেই সময়ত ভাৰতৰ জাতীয় জাগৰণ নিষ্ঠুৰভাৱে দমন কৰিবলৈ ১৯১৯ চনৰ ২১ মাৰ্চত 'এনাকিয়েল আৰু ৰিভলিউশ্যনেৰী ক্ৰাইম এক্ট' গ্ৰহণ কৰে। জাষ্টিচ এছ. এ. টি. ৰাউলাটৰ সভাপতিত্বত বহা 'ইণ্ডিয়ান ছেডিছন কমিটি'ৰ পৰামৰ্শ মতে, এই ক'লা আইনখন প্ৰণয়ন কৰা হৈছিল কাৰণে ইয়াক ৰাওলাট আইন বুলি জনা যায়। এতিয়ালৈকে ভাৰতত চৰকাৰৰ অন্যায়ৰ বিৰুদ্ধে সভা-সমিতিত প্ৰস্তাৱ লোৱাৰ আৰু মাজে মাজে সন্ত্ৰাসবাদীসকলে দুই এটা হিংসাত্মক ঘটনাৰে চাঞ্চল্য সৃষ্টি কৰাৰ বাহিৰে জনসাধাৰণ লিপ্ত হোৱাকৈ কোনো কাৰ্যসূচী লোৱা হোৱা নাছিল। মহাত্মা গান্ধীয়ে পোন প্ৰথমে সমগ্ৰ ভাৰততে জনসাধাৰণক আকৰ্ষণ কৰাকৈ ছয় এপ্ৰিলত হৰতাল পালন কৰাৰ আহ্বান দিলে। সত্যাগ্ৰহৰ নীতি ৰক্ষা কৰি যেনেকৈ এই দিন পালন কৰা হৈছিল, তালৈ চাই গান্ধীজীয়ে কৈছিল: "ই এটা অতি চমকপ্ৰদ দৃশ্য।" এই হৰতাল শান্তিপূৰ্ণভাৱে পালন কৰিবলৈ বিহাৰত ৰাজেন্দ্ৰ প্ৰসাদে বিশেষ ব্যৱস্থা লৈছিল। ৰাজেন্দ্ৰ প্ৰসাদে দিনটো পালনৰ বিষয়ে দিয়া ৰিপোৰ্টত লিখিছিল: "হৰতাল সম্পূৰ্ণভাৱে সফল হয়। এখন দোকানো খোলা নাছিল, এখনো যান-বাহন চলা নাছিল; গাঁৱৰ খেতিয়কেও সেইদিনা পথাৰত কাম কৰা বন্ধ ৰাখিছিল। এই সকলো স্বতঃস্ফূৰ্তভাৱেই হৈছিল।"

গৱৰ্ণমেণ্টে দিল্লী-অমৃতসৰ আদি ঠাইত ছয় এপ্ৰিলৰ আগৰে পৰা দমনমূলক ব্যৱস্থা লবলৈ ধৰিলে। তেৰ এপ্ৰিল তাৰিখে জালিয়ানৱালাবাগত অমানুষিক হত্যাকাণ্ড ঘটিল। পঞ্জাবত সামৰিক আইন ঘোষণা কৰা হ'ল। অবৰ্ণনীয় অত্যাচাৰ চলিবলৈ ধৰিলে। দহ এপ্ৰিলত মহাত্মা গান্ধীয়ে পঞ্জাবলৈ যাত্ৰা কৰিলে। বাটতে গ্ৰেপ্তাৰ কৰি তেওঁক বোম্বাইলৈ ওভোতাই পঠোৱা হ'ল। তেতিয়া দেশৰ সকলো ঠাইতে প্ৰতিবাদ-সভা অনুষ্ঠিত হবলৈ ধৰিলে। এঘাৰ এপ্ৰিল তাৰিখে ৰাজেন্দ্ৰ প্ৰসাদে ৰাজহুৱাভাৱে সত্যাগ্ৰহৰ প্ৰতিজ্ঞা লয়।

গান্ধীজীয়ে ভবামতে অসহযোগৰ কথা আলোচনা হ'বলৈ ধৰিলে। কলিকতা আৰু নাগপুৰ কংগ্ৰেছত অসহযোগৰ প্ৰস্তাৱ গৃহীত হোৱাৰ কিছু

পূৰ্বেই ১৯২০ চনৰ ২৮-২৯ আগষ্টত ভাগলপুৰত অনুষ্ঠিত বিহাৰ প্ৰাদেশিক সম্মিলনত সেই ধৰণৰ প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। অসহযোগ আন্দোলনৰ প্ৰস্তাৱ কলিকতাৰ বিশেষ অধিৱেশনত আৰু নাগপুৰৰ বছৰেকীয়া অধিৱেশনত গৃহীত হোৱাত ৰাজেন্দ্ৰ প্ৰসাদে ওকালতি এৰি আন্দোলনত জঁপিয়াই পৰিল।

১৯২০ চনৰ প্ৰথম ভাগত মহাত্মা গান্ধীয়ে সৌকত আলি আৰু মৌলানা আজাদৰ সৈতে বিহাৰ পৰিভ্ৰমণ কৰে। সভা-সমিতিৰ যোগে অসহযোগৰ আঁচনি ৰাইজৰ আগত ব্যাখ্যা কৰে। ছাত্ৰসকলক স্কুল-কলেজ এৰি আহিবলৈ আহ্বান জনায়। মহাত্মাজীৰ আহ্বানত চৰকাৰী স্কুল-কলেজ এৰি অহা ছাত্ৰসকলে যাতে পঢ়িবহি পাৰে, তাৰ কাৰণে ৰাজেন্দ্ৰ প্ৰসাদে ১৯২১ চনৰ পাঁচ জানুৱাৰীত পাটনা-গয়া পথত থকা ভাৰাঘৰ এটাত এখন জাতীয় কলেজ আৰম্ভ কৰে। নিজৰ ঘৰ এৰি তেওঁ আহি তাতে থাকিবলৈ লয়। পিছত 'সাদাকট আশ্ৰম' প্ৰতিষ্ঠা হ'লত জাতীয় কলেজ তালৈ তুলি নিয়া হয়। বিহাৰ বিদ্যাপীঠো তাতে খোলা হয়। বাবু ৰাজেন্দ্ৰ প্ৰসাদ জাতীয় কলেজৰ অধ্যক্ষ হৈ থাকে। ১৯২১ চনৰ মাৰ্চ মাহৰ পৰা ৰাজেন্দ্ৰ প্ৰসাদে বিহাৰ প্ৰদেশৰ বিভিন্ন ঠাইত সভা-সমিতি কৰি অসহযোগৰ বাণী প্ৰচাৰ কৰে। ১৯২১ চনৰ ছয় এপ্ৰিলৰ পৰা সত্যাগ্ৰহ-সপ্তাহ পালন কৰিবলৈ গোহাৰি জনাই তেওঁ কৈছিল: "আকৌ সত্যাগ্ৰহ-সপ্তাহৰ দিন পৰিছে। এই ছয় এপ্ৰিল দিনটোতে ভাৰতে নিজৰ আত্মাৰ সন্ধান পায়। তেৰ এপ্ৰিলত ভাৰতে অগ্নি-পৰীক্ষাৰ মাজেদি যাব লগা হয়। আজি ভাৰত অধিকতৰ পবিত্ৰ, শুদ্ধ আৰু আত্মবলত বলী। ক্ষমাৰ শক্তি আয়ত্ত কৰিবলৈ যি দৃঢ়তা লাগে সেই দৃঢ়তাৰ পৰা জন্ম হোৱা ক্ষমাৰ বাহিৰে অন্য ভাব যেন আমাৰ মনলৈ নাহে। ভাব, কথা আৰু কামত আমাৰ জীৱন যাতে অধিকতৰভাৱে সত্য আৰু অহিংসাৰ লগত মিলে, আমি যেন তাৰ কাৰণে চেষ্টা কৰো।

"কংগ্ৰেছ কমিটিয়ে কঠোৰ পৰীক্ষাৰ ওপৰত জোৰ দিছে। আমাৰ যদি কিবা মূল্য আছে, তেন্তে এই পৰীক্ষাত আমি উত্তীৰ্ণ হব লাগিব।" তেওঁ কৈছিল, "সত্যাগ্ৰহ হৈছে সত্যনিষ্ঠাৰ কাৰণে যুদ্ধ। সত্যাগ্ৰহীয়ে দ্বিধা ভাব ৰাখিব নেলাগিব, হিংসাৰ আশ্ৰয় লব নেলাগিব, কিন্তু সকলো নিৰ্যাতন মূৰ পাতি ল'ব লাগিব।"

ৰাজেন্দ্ৰ প্ৰসাদে বিহাৰৰ ইমূৰৰপৰা সিমূৰলৈকে ভ্ৰমণ কৰি আন্দোলনৰ কাৰণে মানুহক উদ্বুদ্ধ কৰিছিল। কংগ্ৰেছে নিৰ্দ্ধাৰিত কৰি দিয়া মতে নিৰ্দিষ্ট দিনৰ ভিতৰত তিলক-স্বৰাজ পুঁজিলৈ দহ লাখ টকা, কংগ্ৰেছৰ সভ্য ভৰ্তি আৰু ভালদৰে কাম কৰা দুলাখ যঁতৰ প্ৰচলনৰ কাৰ্যতালিকা সম্পূৰ্ণ কৰিবলৈ তেওঁলোকে চেষ্টা কৰিছিল।

১৯২১ চনৰ চাৰি আৰু পাঁচ নৱেম্বৰত দিল্লীত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিৱেশন বহে। প্ৰত্যেক প্ৰদেশকে নিজৰ দায়িত্বত কৰ-কাটল বন্ধ কৰাকে লৈ আইন-অমান্য কৰালৈকে ক্ষমতা দিয়ে। গান্ধীজীয়ে গুজৰাটৰ বৰদলীত আইন অমান্য কৰাৰ কথা স্থিৰ হৈছিল। বিহাৰ কংগ্ৰেছে চাপ্ৰা জিলাৰ বসন্তপুৰ থানা আইন-অমান্যৰ কাৰণে বাছিবলৈ স্থিৰ কৰে। ১৯২২ চনৰ পাঁচ ফেব্ৰুৱাৰী তাৰিখে যুক্ত প্ৰদেশৰ চৌৰিচৌৰাত উন্মত্ত জনতাই পুলিচ থানাত জুই লগাই দি কেইবাজনো পুলিচক হত্যা কৰাত গান্ধীজীয়ে আন্দোলন স্থগিত ৰাখিবলৈ পৰামৰ্শ দিয়ে। সেইমতে এঘাৰ আৰু বাৰ ফেব্ৰুৱাৰীত বৰদলীত কংগ্ৰেছ ৱৰ্কিং কমিটি বহি আন্দোলন স্থগিত ৰাখিবলৈ প্ৰস্তাৱ গ্ৰহণ কৰে। ইয়াৰ পিছত গান্ধীজীক গ্ৰেপ্তাৰ কৰা হয়। গান্ধীজীয়ে বাৰ ফেব্ৰুৱাৰীৰপৰা পাঁচ দিন চৌৰিচৌৰাত ঘটা ঘটনাৰ কাৰণে অনশন কৰে। ২৪ ফেব্ৰুৱাৰীত দিল্লীত নিখিল ভাৰত কংগ্ৰেছ কমিটি বহি বৰদলীৰ আন্দোলন স্থগিত ৰখাৰ সিদ্ধান্ত মানি লয়।

অসহযোগ আন্দোলন বন্ধ ৰাখি গান্ধীজীয়ে গঠনমূলক কামৰ ওপৰত জোৰ দিয়ে। অসমত কানি-নিবাৰণৰ কাৰণে আন্দোলন হৈছিল। গান্ধীজীৰ নিৰ্দ্দেশমতে বাবু ৰাজেন্দ্ৰ প্ৰসাদ আৰু পণ্ডিত মদন মোহন মালব্য অসমলৈ আহি কানি বৰবিহ নিৰ্মূল কৰিবলৈ অসমৰ কৰ্মীসকলক উৎসাহ দিছিল।

১৯২২ চনৰ ডিচেম্বৰত বিহাৰৰ গয়াত কংগ্ৰেছৰ ৩৭তম বাৰ্ষিক অধিৱেশন বহে। ৰাজেন্দ্ৰ প্ৰসাদ সেই অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক আছিল। চিত্তৰঞ্জন দাসে এই অধিৱেশনত সভাপতিত্ব কৰিছিল। কাউন্সিলত সোমোৱা-নোসোমোৱাটোৱেই এই অধিৱেশনৰ আলোচনাৰ মুখ্য প্ৰশ্ন আছিল। ৰাজেন্দ্ৰ প্ৰসাদ আছিল কাউন্সিলত সোমোৱাৰ বিৰুদ্ধে। গয়া কংগ্ৰেছত ৰাজেন্দ্ৰ প্ৰসাদ কংগ্ৰেছৰ সম্পাদক হয়। এই কামৰ হেঁচা

বেছি হোৱাত তেওঁ 'দেশ' নামৰ হিন্দী কাকতখনৰ সম্পাদনাৰ দায়িত্বভাৰ ১৯২৩ চনৰ ২৭ জানুৱাৰীত ইস্তফা দিয়ে।

অসহযোগ আন্দোলন স্থগিত ৰখাৰ পিছত একালে দেশবন্ধু চিত্তৰঞ্জন দাস, মতিলাল নেহেৰু প্ৰমুখ্যে নেতাসকলৰ নেতৃত্বত স্বৰাজ্য দলে আইন সভাৰ ভিতৰত ভাৰতৰ জাতীয় দাবী লৈ কাম কৰিবলৈ ল'লে আৰু আনফালে ১৯২৪ চনৰ পাঁচ ফেব্ৰুৱাৰীত জেলৰপৰা ওলাই গান্ধীজীয়ে স্বৰাজ্য দলত যোগ নিদিয়া কংগ্ৰেছৰ নেতাসকলক লৈ গঠনমূলক কামত বিশেষকৈ মন দিলে। ১৯২৫ চনৰ ২২ ছেপ্টেম্বৰত পাটনাত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিবেশন বহে আৰু তাতে কংগ্ৰেছৰ অন্তৰ্ভুক্ত হ'লেও সম্পূৰ্ণ স্বাধীনভাৱে কাম কৰাৰ অধিকাৰ দি 'নিখিল ভাৰত শিপিনী সঙ্ঘ' গঠন কৰা হয়। গান্ধীজী নিজেই ইয়াৰ সভাপতি হৈছিল। ৰাজেন্দ্ৰ প্ৰসাদ ইয়াৰ ট্ৰাষ্টি আৰু কাৰ্যকৰী সমিতিৰ সভ্য আছিল। প্ৰতিখন প্ৰদেশতে ইয়াৰ শাখা আছিল আৰু একোজন এজেণ্ট আছিল। বিহাৰৰ এজেণ্ট আছিল ৰাজেন্দ্ৰ প্ৰসাদ।

ৰাজেন্দ্ৰ প্ৰসাদে ১৯২৪ চনৰ ২৩ ডিচেম্বৰ তাৰিখে বেলগাঁও কংগ্ৰেছ অধিবেশনৰ লগত হোৱা নিখিল ভাৰত স্বদেশী প্ৰদৰ্শনী উদ্বোধন কৰি কৈছিল : "সকলোৱে জনা কথা যে যেতিয়াই এখন দেশ বা এটা জাতিৰ বেয়া দিন দেখা দিয়ে, তেতিয়া ইয়াৰ অধঃপতিত জীৱন এটা বিভাগতে সীমাবদ্ধ নেথাকে। সমগ্ৰ শৰীৰতে ভাঙোন ধৰে। সেই জাতিৰ সংস্কৃতি বুলিলে যি বুজায়, সেই সকলোতে অধঃপতনৰ চিন বিয়পি পৰে। এনে অৱস্থা বেছি দিন চলিলে, সেই জাতিয়ে নিজৰ সভ্যতা-সংস্কৃতিৰ কথা পাহৰি যায় আৰু তেতিয়া শক্তিশালী আন জাতিয়ে তেওঁলোকৰ সভ্যতা-সংস্কৃতি সেই জাতিৰ ওপৰত জাপি দিব পৰা হয়। পতন হোৱা জাতিয়ে লোকৰ সেই সভ্যতা-সংস্কৃতি অনুকৰণ কৰিবলৈ ধৰে।

"ভাৰতৰ আধুনিক ইতিহাসে দেখুৱাইছে ইংৰাজে কেনেকৈ ভাৰত জয় কৰিলে আৰু কেনেকৈ তেওঁলোকৰ বিজয় ক্ৰমে সৰ্বগ্ৰাসী হৈ পৰিল। তেওঁলোকৰ এই সোঁত এতিয়া বন্ধ হৈছে। আমি আমাৰ পূৰ্ব-গৌৰৱ উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিছো। এই জাতীয় জাগৰণৰ চিন হৈছে এতিয়া মই মুকলি কৰিবলৈ লোৱা এই প্ৰদৰ্শনীখন।"

সেই সময়ত ৰাজেন্দ্ৰ প্ৰসাদে যঁতৰ আৰু খদ্দৰৰ কামত আত্মনিয়োগ

কৰিছিল। ১৯২৪ চনৰ তেৰ আৰু চৈধ্য ডিচেম্বৰত পাটনাত তেওঁ এখন গান্ধী-প্ৰদৰ্শনী সংগঠন কৰিছিল। গঠনমূলক কামৰ প্ৰচাৰৰ কাৰণে গান্ধীজীয়ে ১৯২৫ চনৰপৰা ১৯২৭ চনলৈকে বিহাৰত ব্যাপকভাৱে পৰিভ্ৰমণ কৰে। ৰাজেন্দ্ৰ প্ৰসাদ তেতিয়া গান্ধীজীৰ লগে লগে আছিল। খাদী প্ৰচাৰৰ কামত ৰাজেন্দ্ৰ প্ৰসাদ আন আন প্ৰদেশলৈও গৈছিল।

১৯২৬ চনৰ ২৩ ডিচেম্বৰত এজন মুছলমান উগ্ৰবাদীয়ে স্বামী শ্ৰদ্ধানন্দক হত্যা কৰাত বিহাৰত সাম্প্ৰদায়িক অশান্তিয়ে দেখা দিছিল। হিন্দু-মুছলমানৰ মাজত সাম্প্ৰদায়িক অশান্তি সৃষ্টি হোৱাত ৰাজেন্দ্ৰ প্ৰসাদ অতিশয় মৰ্মাহত হৈছিল। তেওঁ সাম্প্ৰদায়িক সম্প্ৰীতি ঘূৰাই আনিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল।

১৯২৮ চনত ৰাজেন্দ্ৰ প্ৰসাদ ইংলণ্ডলৈ যায়। তেওঁ ইংলণ্ডতো পশ্চিমীয়া সাজ-পাৰ কৰা নাছিল। লণ্ডনৰপৰা তেওঁ ভিয়েনাৰ ওচৰৰ ছেণ্টাছবাৰীলৈ যায়। তাত যুদ্ধ-বিৰোধী সম্মিলনত তেওঁ যোগ দিছিল। বৃটিছ শ্ৰমিক দলৰ নেতা ফেনাৰ ব্ৰকৱেৰ সভাপতিত্বত এই সম্মিলন বহিছিল। সেই সম্মিলনত বক্তৃতা দি ৰাজেন্দ্ৰ বাবুৱে বুজাইছিল,—কেনেকৈ চম্পাৰণৰ সত্যাগ্ৰহত গান্ধীজীৰ অহিংসাৰ প্ৰণালীয়ে কৃতকাৰ্যতা লাভ কৰিছিল।

যুদ্ধ-বিৰোধী প্ৰচাৰৰ কাৰণে আয়োজন কৰা 'গ্ৰাজ'ৰ এখন সভালৈ যাওঁতে এনে প্ৰচাৰৰ বিৰোধীসকলে ৰাজেন্দ্ৰ বাবু আৰু তেওঁৰ লগত থকা স্থানীয় লোকসকলক আঘাত কৰে। বেণ্ডেজ বন্ধা অৱস্থাৰেই ৰাজেন্দ্ৰ প্ৰসাদ তাৰপৰা ভিয়েনালৈ যায় আৰু তাত মনীষী ৰোঁমা ৰোঁলাক দেখা কৰে। ৰাজেন্দ্ৰ প্ৰসাদে হলেণ্ডৰ আমষ্টাৰ্ডমত হোৱা যুদ্ধ-বিৰোধী যুৱক-সম্মিলনতো যোগ দিছিলগৈ।

১৯৩০ চনৰ আন্দোলনত বিহাৰত লোণ-আইন ভঙাৰ সুবিধা নথকাত ৰাজেন্দ্ৰ বাবুৱে তাত চৌকিদাৰী টেক্স নিদিয়াৰ আঁচনি ল'বৰ বাবে গান্ধীজীৰ অনুমতি বিচাৰিছিল। কিন্তু গান্ধীজীয়ে সেই অনুমতি নিদিলে। তেওঁ কৈছিল যে, লোণ-আইন ভঙাৰ পিছত যথেষ্ট উৎসাহৰ সৃষ্টি হ'লে, অন্য আইন ভঙাৰ কথা ভাবিব পৰা যাব পাৰে।

বিহাৰৰ বহুতো ঠাইত সত্যাগ্ৰহ আৰম্ভ হ'ল। সত্যাগ্ৰহৰ বাণী প্ৰচাৰ কৰি ৰাজেন্দ্ৰ প্ৰসাদে ভ্ৰমণ কৰিবলৈ ধৰিলে। বিহাৰৰ নাখাছ পুখুৰীত

নিমখ আইন ভাঙিবলৈ স্থিৰ হয়। পুলিচৰ নিৰ্য্যাতন আৰু [illegible] নিৰ্য্যাতনৰ মাজতো সত্যাগ্ৰহীসকল ধীৰ আৰু শান্ত হৈ আছিল। [illegible] পুৰত পুলিচৰ বৰ বেছি অত্যাচাৰ চলিছিল। বিহপুৰত প্ৰদৰ্শনৰ সময়ত ৰাজেন্দ্ৰ প্ৰসাদৰ ওপৰতো পুলিচৰ লাঠিৰ কোব পৰে।

১৯৩০ চনৰ ৩০ জুনত ৰাজেন্দ্ৰ প্ৰসাদক গ্ৰেপ্তাৰ কৰা হয় আৰু বিচাৰ কৰি তেওঁৰ ছমাহ জেল হয়। ১৯৩০ চনৰ ১৪ ডিচেম্বৰত তেওঁ মুক্তি পায়।

গান্ধীজীৰ নেতৃত্বত অস্পৃশ্যতাৰ বিৰুদ্ধে হিন্দুসকলৰ বিবেক জাগ্ৰত কৰিবলৈ দেশৰ সকলো ঠাইতে অভিযান আৰম্ভ হৈছিল। ১৯৩২ চনৰ [illegible] নৱেম্বৰত পাটনাত অস্পৃশ্যতা নিবাৰণৰ কাৰণে ডাঙৰ সন্মিলন হয়। ৰাজেন্দ্ৰ প্ৰসাদে বিহাৰ, মাদ্ৰাজ, অন্ধ্ৰ আদিত এই কামৰ বাবে প্ৰচাৰ কৰি ফুৰিছিল।

ৰাজেন্দ্ৰ প্ৰসাদ কংগ্ৰেছৰ অস্থায়ী সভাপতি হৈ থকা কালছোৱাত ১৯৩৩ চনৰ ছয় জানুৱাৰীত তেওঁক পুনৰ গ্ৰেপ্তাৰ কৰা হয়। এইবাৰ তেওঁৰ পোন্ধৰ মাহ সশ্ৰম কাৰাদণ্ড হয়। স্বাস্থ্য বৰ বেয়া হোৱাত ১৯৩৪ চনৰ সোতৰ জানুৱাৰীত তেওঁক খালাচ দিয়ে। তেওঁ আজীৱন 'এজমা' ৰোগত ভুগিছিল। মাজে মাজে এজমাই তেওঁক বৰ কষ্ট দিছিল।

১৯৩৪ চনৰ পোন্ধৰ জানুৱাৰীত বিহাৰত তীব্ৰ ভূমিকম্প হয়। স্বাস্থ্য বেয়া হোৱাৰ কাৰণে ৰাজেন্দ্ৰ প্ৰসাদ সেই সময়ত অতিশয় দুৰ্বল আছিল। তথাপি তেওঁ ভূমিকম্পৰ বলিসকলৰ সাহায্যাৰ্থে কামত লাগি গ'ল। তেওঁ 'বিহাৰ কেন্দ্ৰীয় ৰিলিফ কমিটি' নামে এটা বেচৰকাৰী সাহায্য কমিটি গঠন কৰে। তেওঁ নিজে তাৰ সভাপতি হয়। ৰিলিফ কমিটিৰ কাম সুনিপুণভাৱে সংগঠন কৰাত ৰাজেন্দ্ৰ প্ৰসাদে বিশেষ কৃতিত্ব দেখুৱাইছিল আৰু দেশে-বিদেশে সুখ্যাতি লাভ কৰিছিল। এই কাম তেওঁৰ এটা স্মৰণীয় কীৰ্ত্তি।

১৯৩৪ চনৰ ছাব্বিশৰ পৰা আঠাইশ অক্টোবৰলৈকে বোম্বাইত কংগ্ৰেছৰ অধিৱেশন বহিছিল। সভাপতিত্ব কৰিছিল বাবু ৰাজেন্দ্ৰ প্ৰসাদে। অভ্যৰ্থনা সমিতিৰ সভাপতি ৰাজেন্দ্ৰ প্ৰসাদক বিশেষভাৱে সম্বৰ্ধনা জনোৱা হৈছিল। সভাপতিৰ অভিভাষণত তেওঁ কৈছিল: "ভাৰতৰ মানুহে যদি [illegible] তেওঁলোকক স্বীকাৰ কৰিব লাগিব যে আমি বৰ বেছি [illegible] কাৰ্য্যসূচীৰ [illegible] কাম [illegible] সৰ্ব্বসাধাৰণ [illegible]

ধৈৰ্য, অবিচলিত দৃঢ়তা আৰু সৰ্বস্ব ত্যাগ কৰাৰ ভাব।" তেওঁ ইয়াকো বিশ্বাস কৰিছিল যে সক্ৰিয় ক্ৰান্তিকাৰী অহিংস গণ-আন্দোলনৰ যোগেদিহে ভাৰতৰ স্বাধীনতা লাভ কৰা সম্ভৱ। তেওঁ সকলোকে মনত ৰাখিবলৈ কয়: "স্বাধীনতা পোৱাৰ আগতে আমি স্বাধীনতাৰ দাম দিব লাগিব। আমি যি কৰিছোঁ, দেশে যি ত্যাগ কৰিছে, তাৰ কাৰণে আমি গৌৰৱ কৰিব পাৰো যদিও আমাৰ মহৎ উদ্দেশ্য সিদ্ধিৰ কাৰণে ই যথেষ্ট নহয়।"

কংগ্ৰেছ সভাপতি হিচাপে তেওঁ মুছলীম লীগৰ সভাপতি এম. এ. জিন্নাৰ লগত ১৯৩৫ চনৰ ফেব্ৰুৱাৰী মাহত দিল্লীত দীঘলীয়া আলোচনা কৰিছিল। কিন্তু আলোচনা বিফল হয়।

১৮৮৫ চনত, য'ত কংগ্ৰেছৰ প্ৰথম অধিৱেশন বহিছিল সেই 'গকুলদাস তেজপাল সংস্কৃত কলেজ' হলতে ১৯৩৫ চনত ভাৰতীয় জাতীয় কংগ্ৰেছৰ সোণালী জয়ন্তী উদ্‌যাপন কৰা হৈছিল। এই সোণালী জয়ন্তী উপলক্ষে ডঃ পট্টাভি সীতাৰামায়াৰ 'কংগ্ৰেছৰ বুৰঞ্জী' কিতাপখন প্ৰকাশ কৰা হৈছিল।

১৯৩৫ চনৰ ভাৰত-শাসন আইনমতে ১৯৩৭ চনৰ আৰম্ভণিতে প্ৰাদেশিক আইন সভালৈ সদস্য নিৰ্বাচন কৰা হৈছিল। ৰাজেন্দ্ৰ প্ৰসাদ আইন সভাত সোমোৱা সম্পৰ্কে যদিও বৰ আগ্ৰহশীল নাছিল, তথাপি কংগ্ৰেছ নিৰ্বাচনত নমাত, কংগ্ৰেছৰ জয়ৰ বাবে তেওঁ দেহে-কেহে খাটিছিল। ভাৰতৰ এঘাৰখন প্ৰদেশৰ ভিতৰত আঠখনত কংগ্ৰেছ দল ক্ষমতালৈ আহিছিল। তাৰ ভিতৰত বিহাৰো এখন। কিন্তু ৰাজেন্দ্ৰ প্ৰসাদে গৱৰ্ণমেণ্টত সোমোৱাই বাহিৰত থাকি কাম কৰিছিল। ১৯৩৯ চনত তেওঁক পুনৰায় কংগ্ৰেছ সভাপতি পতা হয়।

১৯৩৯ চনৰ চব্বিশ জুনৰ পৰা সাতাইশ জুনলৈ বোম্বাইত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সভা বহে। সেই সভাত সভাপতিৰ আসনৰ পৰা ৰাজেন্দ্ৰ প্ৰসাদে কৈছিল: "বিশ্বযুদ্ধৰ ভয় দেখা দিছে। কেইমাহমানৰ ভিতৰতে যুদ্ধ লাগিব পাৰে। এই সঙ্কটৰ সন্মুখীন হ'বলৈ ভাৰতবাসী প্ৰস্তুত থাকিব লাগিব আৰু ভাৰতকো যুদ্ধত জড়িত কৰিবলৈ কৰা সকলো প্ৰচেষ্টা ব্যৰ্থ কৰিব লাগিব।"

ইংলণ্ডই নাজী জাৰ্মানীৰ বিৰুদ্ধে ১৯৩৯ চনৰ তিনি ছেপ্তেম্বৰত যুদ্ধ ঘোষণা কৰাত এই সঙ্কটে দেখা দিছিল। ব্ৰিটিছ গৱৰ্ণমেণ্টে কংগ্ৰেছৰ দাবী পূৰণ কৰিবলৈ কোনো ইচ্ছা নকৰি যুদ্ধ-প্ৰচেষ্টাত ভাৰতৰ সহায় ল'বলৈ চেষ্টা কৰাত কংগ্ৰেছী মন্ত্ৰীসভাকেইখনে ১৯৩৯ চনৰ অক্টোবৰ মাহত পদত্যাগ কৰে।

১৯৪২ চনৰ পাঁচ আগষ্ট তাৰিখে বোম্বাইত মহা-বিদ্যালয় ৱাৰ্কিং কমিটিয়ে গান্ধীজীৰ 'ভাৰত-ত্যাগ' প্ৰস্তাৱ গ্ৰহণ কৰে। তাৰ পাছত মাত্ৰ আঠ আগষ্টত নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ ঐতিহাসিক অধিবেশনত সেই 'ভাৰত-ত্যাগ' প্ৰস্তাৱ গৃহীত হয়। লগে লগে গান্ধীজী প্ৰমুখ্যে সকলো প্ৰধান নেতাক গ্ৰেপ্তাৰ কৰা হয়।

অসুস্থ থকাৰ কাৰণে ৰাজেন্দ্ৰ প্ৰসাদ বোম্বাইলৈ যাব পৰা নাছিল। তেওঁক পাটনাৰ সাদাকট আশ্ৰমতে গ্ৰেপ্তাৰ কৰি বাঙ্কিপুৰ জেললৈ নিয়ে। সমগ্ৰ দেশতে বিয়াল্লিছৰ গণ-বিপ্লৱ আৰম্ভ হয়।

যুদ্ধৰ পিছত শ্ৰমিক দল ইংলণ্ডত ক্ষমতালৈ আহে। ব্ৰিটিছ চৰকাৰে সেই সময়ত ক্ষমতা হস্তান্তৰ কৰিবৰ কাৰণে বহুতো আলোচনা-বিলোচনা চলাইছিল। ১৯৪৬ চনৰ দুই ছেপ্তেম্বৰত নেহৰুৰ প্ৰধানমন্ত্ৰীত্বত অন্তৰ্বৰ্তী চৰকাৰ গঠিত হ'ল। খাদ্য আৰু কৃষি বিভাগৰ মন্ত্ৰী হিচাপে ৰাজেন্দ্ৰ প্ৰসাদো সেই মন্ত্ৰীসভাত সোমায়। তাৰ পিছত সংবিধান ৰচনা কৰিবৰ কাৰণে গণ পৰিষদ গঠন কৰা হয়। গণ পৰিষদৰ প্ৰথম অধিবেশন নতুন দিল্লীত ১৯৪৬ চনৰ ন ডিচেম্বৰত বহে। এঘাৰ ডিচেম্বৰত ৰাজেন্দ্ৰ প্ৰসাদ গণ পৰিষদৰ স্থায়ী সভাপতি নিৰ্বাচিত হয়। তেওঁৰ সভাপতিত্বত তিনি বছৰৰ ভিতৰতে গণ পৰিষদে ভাৰতৰ সংবিধান ৰচনা কৰে। সাৰ্বভৌম গণতান্ত্ৰিক প্ৰজাতন্ত্ৰৰ সংবিধান, ভাৰতৰ গণ পৰিষদত ১৯৪৯ চনৰ ছাব্বিশ নৱেম্বৰত গ্ৰহণ কৰা হয়। গণ পৰিষদৰ সামৰণিৰ দিনা ৰাজেন্দ্ৰ প্ৰসাদে কৈছিল: "ই এক অনন্য সাধাৰণ জয়। জাতিৰ জনক মহাত্মা গান্ধীয়ে শিকোৱা অসাধাৰণ প্ৰণালীৰে ইয়াক লাভ কৰা হৈছে। আমাৰ কৰ্তব্য হৈছে, যি স্বাধীনতা আমি লাভ কৰিছো তাক ৰক্ষা কৰা, সুৰক্ষিত কৰা আৰু এনেকৈ কাম কৰা যাতে এই স্বাধীনতাৰ ফল বাটৰ কাঙালজনেও ভোগ কৰিবলৈ পায়।"

ভাৰতৰ জনসাধাৰণৰ প্ৰতিনিধিয়ে ৰচনা কৰা স্বাধীন ভাৰতৰ সংবিধান অনুসৰি ভাৰত এখন পূৰ্ণ পৰ্যায়ৰ স্বতন্ত্ৰ প্ৰজাতন্ত্ৰ হ'ল ১৯৫০ চনৰ ২৬ জানুৱাৰী তাৰিখে। ৰাজেন্দ্ৰ প্ৰসাদে সৰ্বসম্মতিক্ৰমে ভাৰতৰ প্ৰথম ৰাষ্ট্ৰপতি হিচাপে শপত গ্ৰহণ কৰে। ১৯৫৭ চনৰ মে' মাহত ৰাজেন্দ্ৰ প্ৰসাদ আকৌ দ্বিতীয়বাৰৰ কাৰণে ৰাষ্ট্ৰপতি নিৰ্বাচিত হয়।

আমাৰ ভালে নেবাখিলেও, ৰাজেন্দ্ৰ প্ৰসাদ সদায় এটা কথা আমাকো

কামত ব্যস্ত থাকিছিল। অসংখ্য অনুষ্ঠান আৰু সভা-সমিতি তেওঁ কেতিয়াবা উদ্বোধন কৰিছিল আৰু কেতিয়াবা তাৰ সভাপতিত্ব কৰিছিল। ভাৰতৰ শান্তি আৰু সম্প্ৰীতিৰ বাণী লৈ তেওঁ পৃথিৱীৰ বহুতো দেশলৈ গৈছিল। নেপাল, জাপান, জাভা, বালি, কাম্বোডিয়া, ভিয়েটনাম, দক্ষিণ ভিয়েটনাম, লাওচ, শ্ৰীলংকা, ছোভিয়েট য়ুনিয়ন আদিলৈ ৰাষ্ট্ৰপতি হিচাপে গৈছিল।

১৯৬২ চনৰ ১৪ মে'ত ৰাজেন্দ্ৰ প্ৰসাদে ৰাষ্ট্ৰপতি পদৰ পৰা বিদায় লয়। দিল্লীৰ সুবিশাল ৰাষ্ট্ৰপতি ভৱনৰ পৰা তেওঁ পাটনাৰ সেই পুৰণি সাদাকট আশ্ৰমত থাকিবলৈ যায়। তেওঁক বিদায়-সম্ভাষণ জনাবলৈ দিল্লীত ১৯৬২ চনৰ সহ মে তাৰিখে আয়োজন কৰা সভাত তেওঁ কৈছিল: "কৃতজ্ঞতাৰে আপোনাসকলৰ ওচৰত মই মূৰ দোঁৱাও। ৰাষ্ট্ৰপতি ভৱনৰ পৰা মই এতিয়া পাটনাৰ এখন সৰু আশ্ৰমলৈ যাম। কোনো কোনোৱে কয় যে, ই মোৰ বিনয় আৰু মহত্বৰ পৰিচায়ক। কিন্তু মই এনে কোনো দাবী নকৰো। সময়ে সময়ে মোক যি পদকে দিয়া হৈছে তাকে লৈ মই দেশবাসীৰ সেৱা কৰিছো। এতিয়া মই সাদাকট আশ্ৰমলৈ যোৱাৰ অৰ্থ হৈছে, এতিয়াৰ পৰা মই এটুকুৰা নতুন ঠাইৰ পৰা মোৰ কৰ্তব্য কৰিম।"

ৰাজেন্দ্ৰ প্ৰসাদ কিতাপৰ কাৰণে সদায় ভোকাতুৰ আছিল। সাহিত্য, ইতিহাস আৰু আইন সম্পৰ্কে তেওঁৰ গভীৰ জ্ঞান আছিল। সমসাময়িক ৰাজনৈতিক-সাংস্কৃতিক, আৰ্থ-সামাজিক বিষয়সমূহৰ ওপৰত তেওঁ সদায় মনোনিৱেশ কৰি নিজৰ শুদ্ধ বিচাৰ দিছিল। ১৯৪২ চনত জেলত থাকোঁতে তেওঁ নিজেও পাকিস্তানৰ দাবী লৈ এখন কিতাপ লিখে। এই কিতাপত দেশ-বিভাজনৰ দাবী সম্পৰ্কে তেওঁৰ মত দেশবাসীক—বিশেষকৈ মুছলমান-সকলক জনাইছিল। তেওঁৰ 'ইণ্ডিয়া ডিভাইডেদ' নামে কিতাপখন ১৯৪৬ চনত প্ৰকাশ পায়।

ৰাজেন্দ্ৰ প্ৰসাদে তেওঁৰ আত্মজীৱনীখন ১৯৪০ চনতে লিখিছিল। প্ৰথমে হিন্দীত আৰু পিছত ইংৰাজীত এই কিতাপখন প্ৰকাশ পায়। ভাৰতীয় জাতীয়তাৰ ইতিহাসৰ কাৰণে ই এখন মূল্যবান কিতাপ। 'মহাত্মা গান্ধী আৰু বিহাৰ' নামে এখন কিতাপো তেওঁ লিখিছিল। ১৯৪৯ চনত এই কিতাপ প্ৰকাশ হয়।

ৰাজেন্দ্ৰ প্ৰসাদে সহজ সৰল আড়ম্বৰহীন জীৱন যাপন কৰিছিল ৰাষ্ট্ৰপতি

অসমত থকা কালতো তেওঁৰ পৰিয়ালে বাছি দিয়া তথা নিৰ্বাচিত ছোৱালীকহে তেওঁ গ্ৰহণ কৰিছিল। তেওঁৰ বুদ্ধিমত্তা, প্ৰতিভা, প্ৰতিষ্ঠা আৰু কৰ্মক্ষমতালৈ চাই তেওঁ ৰাজহুৱা বা ৰাজনৈতিক জীৱনত ব্যক্তিত্বৰ প্ৰকাশ আৰু প্ৰচাৰৰ কাৰণে কিছু চমকপ্ৰদ কাম কৰা টান নাছিল। কিন্তু তেনে লোভ তেওঁৰ নাছিল। সমগ্ৰ জীৱন এজন সাধাৰণ নিষ্ঠাবান গান্ধীবাদী কৰ্মী হিচাপে, প্ৰতিষ্ঠা কথাতে বিনা প্ৰশ্নই তেওঁৰ গুৰু আৰু নেতা গান্ধীজীৰ অনুসৰণ কৰিছিল।

বিহাৰৰ ভূমিকম্প সম্পৰ্কে লিখা তেওঁৰ এটা প্ৰবন্ধত জৱাহৰলাল নেহৰুৱে লিখিছিল: "এই চকুযুৰিৰ ভিতৰেদি যেন সত্য প্ৰকাশ পাইছে।" সত্যৰ স্বৰূপ আৰু প্ৰকাৰ সম্পৰ্কে মতানৈক্য থাকিব পাৰে, কিন্তু ৰাজেন্দ্ৰ প্ৰসাদৰ চকুযুৰিৰ মাজেদি যি সৰলতা, অকপটতা আৰু সত্য প্ৰকাশ পাইছে সেই বিষয়ে দ্বিমত নাই।"

চৰ্দাৰ বল্লভভাই পেটেল, মৌলানা আবুল কালাম আজাদ আৰু ডঃ ৰাজেন্দ্ৰ প্ৰসাদ; কংগ্ৰেছৰ এই তিনিজন সৰ্বপ্ৰধান নেতাৰ সম্পৰ্কে ১৯৪৯ চনত বিখ্যাত সাংবাদিক জন গান্থাৰে লিখিছিল: "এই তিনি মূৰ্তিৰ ভিতৰত পেটেল যদি লোহ-মানৱ, মৌলানা আজাদ বুদ্ধি আৰু আধ্যাত্মিকতাৰ প্ৰকাশ আৰু ৰাজেন্দ্ৰ প্ৰসাদ হ'ল হৃদয়। ৰাজেন্দ্ৰ প্ৰসাদৰ ব্যক্তিত্বত বিশেষ গুণ আছে। তেওঁ গান্ধীজীৰ এজন অতি অন্তৰঙ্গ বন্ধু। সম্ভৱতঃ মহাত্মাৰ, পিছতে, ভাৰতত তেৱেঁই হৈছে সবাতোকৈ বেছি জনপ্ৰিয় লোক। তেওঁ বিনয়ী আৰু অমায়িক। তেওঁৰ কোনো শত্ৰু নাই।"

১৯৬৩ চনৰ ২৮ ফেব্ৰুৱাৰীত ৭৯ বছৰ বয়সত বাবু ৰাজেন্দ্ৰ প্ৰসাদৰ পৰলোক হয়।

# নেতাজী সুভাষ চন্দ্ৰ বসু

(১৮৯৭-১৯৪৫)

দ্বিতীয় মহাযুদ্ধৰ সময়তে যিজনে আজাদ হিন্দ ফৌজ গঠন কৰি মাতৃ-ভূমিৰ মুক্তিৰ কাৰণে ভাৰতৰ উত্তৰ-পূব প্ৰান্তত সশস্ত্ৰ যুদ্ধ আৰম্ভ কৰিছিল, ভাৰতৰ স্বাধীনতা ঘোষণা কৰি স্বাধীন গৱৰ্ণমেণ্ট গঠন কৰিছিল, স্বাধীন ভাৰতৰ পতাকা উৰাই 'জয়হিন্দ' ধ্বনিৰে দেশবাসীক ৰোমাঞ্চিত কৰি তুলিছিল, তেওঁেই আছিল দেশ মাতৃৰ বীৰ সন্তান নেতাজী সুভাষ চন্দ্ৰ বসু; যাৰ ঘটনাবহুল, বিস্ময়কৰ, বৈপ্লৱিক জীৱন ভাৰতৰ স্বাধীনতা যুদ্ধৰ ইতিহাসৰ এক বীৰত্বপূৰ্ণ কাহিনী।

ব্ৰিটিছৰ আগমনৰ পিছত, কলিকতাত নতুনকৈ এটা মজলীয়া শ্ৰেণী গঢ়ি উঠিছিল। তেনে এটা শ্ৰেণীৰ পৰিয়ালতে ১৮৯৭ চনৰ ২৩ জানুৱাৰীত নেতাজী সুভাষ চন্দ্ৰ বসুৰ জন্ম হয়।

ইংৰাজী শিক্ষা আৰু আধুনিক বিজ্ঞানৰ জ্ঞানে সেই সময়ত নতুন চিন্তাধাৰাৰ সোঁত ধোৱাইছিল। পণ্ডিত ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ, মাইকেল মধুসূদন দত্ত, বঙ্কিম চন্দ্ৰ চাটাৰ্জী আৰু কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ লিখনীত সেই নতুন ভাবধাৰা প্ৰকাশ পাইছিল। সেই সময়ৰ মজলীয়া শ্ৰেণীৰ পৰিয়ালৰ দৰে সুভাষ বসুৰ পৰিয়ালতো বাহিৰত পশ্চিমীয়া শিক্ষাৰ নতুন ভাব আৰু ঘৰৰ ভিতৰত পুৰণি ধৰণ-কৰণ আৰু ঐতিহ্যৰ ভাবে প্ৰভাৱ বিস্তাৰ কৰিছিল।

সুভাষ বসুৰ মাকে এঘাৰজন লোকৰ ডাঙৰ গৃহস্থীখন নীৰৱে আৰু শান্তিৰে চলাই লৈ গৈছিল। ল'ৰা-ছোৱালীয়ে পশ্চিমীয়া শিক্ষা লোৱাত তেওঁ বিৰোধিতা কৰা নাছিল। কিন্তু নিজে পুৰণি ভাবধাৰাকে আশ্ৰয় কৰি পুৰণি ধৰণে জীৱন যাপন কৰিছিল। ইয়াৰ ফলত নতুন ধৰণৰ পশ্চিমীয়া শিক্ষা গ্ৰহণ কৰিলেও, সুভাষ বসুৰ মনত দেশখনৰ প্ৰতি এটা প্ৰগাঢ় শ্ৰদ্ধা আৰু ভাল পোৱাৰ ভাব সৰুতেই জন্মিছিল।

সুভাষ বসুৰ দেউতাকৰ নাম জানকী নাথ বসু। পিছত এওঁ ৰায়-বাহাদুৰ উপাধি পায়। কলিকতাৰ ওচৰৰ গাঁও।এখনত তেওঁলোকৰ ঘৰ

আছিল। ১৮৮৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা আইন পাছ কৰি তেওঁ উৰিষ্যাৰ কটকলৈ ওকালতি কৰিবৰ উদ্দেশ্যে উঠি গৈছিল। জানকী নাথে পৰিয়াল লৈ কটকলৈ উঠি গৈছিল যদিও, কলিকতাৰ লগত তেওঁলোকে ঘনিষ্ঠ সম্পৰ্ক ৰাখিছিল। ছাত্ৰকালত জানকী নাথ কেশৱ চন্দ্ৰ সেনৰ নতুন ব্ৰহ্মসমাজৰ প্ৰভাৱত পৰিছিল। ১৯৩০ চনত চৰকাৰৰ নিৰ্যাতন নীতিৰ প্ৰতিবাদত তেওঁ ৰায়বাহাদুৰ উপাধি ত্যাগ কৰে।

সুভাষ চন্দ্ৰ বসুৱে স্কুলীয়া শিক্ষা কটকতে লাভ কৰে। তেওঁ তীক্ষ্ণ বুদ্ধিসম্পন্ন এজন মেধাৱী ছাত্ৰ আছিল। তেওঁ পঢ়া 'ৰেভেনশ্ব কলেজিয়েট স্কুল'ৰ প্ৰধান শিক্ষক বেণী মাধৱ দাসৰ প্ৰভাৱত সেই কুমলীয়া বয়সতে তেওঁৰ মনত দেশপ্ৰেমৰ ভাব সুদৃঢ় হৈছিল। সুভাষ চন্দ্ৰই তেওঁক নিজৰ গুৰু বুলি মানিছিল। ১৯১৩ চনত উচ্চ শিক্ষাৰ অৰ্থে কলিকতালৈ আহি তেওঁ প্ৰসিদ্ধ প্ৰেছিডেন্সী কলেজত ভৰ্তি হয়। তাত ছাত্ৰ হৈ থকা কালতে প্ৰেছিডেন্সী কলেজৰ ব্ৰিটিছ প্ৰিন্সিপাল মিঃ এফ. ই. অটেনে এ ছাত্ৰসকলৰ এখন সভাত ভাৰতীয়সকলৰ সম্পৰ্কে অপমানজনক মন্তব্য কৰিছিল। সুভাষ বসুৱে কলেজৰ অন্যান্য ছাত্ৰসকলকো লগত লৈ এই কথাৰ প্ৰতিবাদ কৰে। তাৰ ফল স্বৰূপে প্ৰেছিডেন্সি কলেজৰ পৰা তেওঁক বহিষ্কাৰ কৰা হৈছিল।

১৯১৯ চনৰ ১৫ চেপ্টেম্বৰত সুভাষ চন্দ্ৰই ইংলণ্ড অভিমুখে যাত্ৰা কৰে। তাত ইণ্ডিয়ান চিভিল ছাৰ্ভিচ পৰীক্ষাৰ কাৰণে বিশেষ মন দি পঢ়িবলৈ লয়। সেই সময়ত পঢ়া-শুনাত তেওঁ ইমান মনোযোগ দিছিল যে, কেম্ব্ৰিজত তেওঁৰ সহপাঠী চি. চি. দেশায়ে কৈছিল: "সুভাষ পঢ়া-শুনাত ইমান নিমগ্ন হৈ থাকে যে, তেওঁক কুৰিবলৈ উলিয়াই নিয়াই টান আছিল।"

সুভাষ বসুৱে আই. চি. এছ পৰীক্ষাত কৃতকাৰ্য হোৱা ছাত্ৰসকলৰ ভিতৰত চতুৰ্থ স্থান অধিকাৰ কৰে। সেই পৰীক্ষা সুখ্যাতিৰে পাছ কৰিলে যদিও সুভাষ চন্দ্ৰই চৰকাৰী চাকৰিত সোমাবলৈ ইচ্ছা কৰা নাছিল। ইংলণ্ডত থাকোতেই দেশবন্ধু চিত্তৰঞ্জন দাসলৈ দুখনমান চিঠি লিখি তেওঁ দেশসেৱাৰ মনোভাৱৰ কথা প্ৰকাশ কৰিছিল। ৰাজনৈতিক ক্ষেত্ৰত একাগ্ৰতাৰে আগবঢ়াৰ উদ্দেশ্যে 'ইণ্ডিয়ান চিভিল ছাৰ্ভিচ'ৰ পৰা তেওঁ নিজৰ নাম উঠাই ল'লে। ১৯২১ চনৰ ১৬ জুলাইত সুভাষ চন্দ্ৰ ইংলণ্ডৰ পৰা ঘূৰি বোম্বাই

পালেহি। কি উপায়ে দেশৰ সেৱা কৰিব পাৰি সেই বিষয়ে পৰামৰ্শ ল'বলৈ বন্ধু দেশবন্ধু চিত্তৰঞ্জন দাসৰ কাষ চাপিল। তেখেতৰ লগত পৰামৰ্শ কৰি বসুৱে ভাৰতীয় জাতীয় কংগ্ৰেছত যোগ দিবলৈ আৰু মহাত্মা গান্ধীয়ে আৰম্ভ কৰা অসহযোগ আন্দোলনত অংশ গ্ৰহণ কৰিবলৈ স্থিৰ কৰে।

১৯২১ চনৰ ডিচেম্বৰ মাহত প্ৰিন্স অব ওৱেলছ ভাৰত ভ্ৰমণৰ উদ্দেশ্যে আহে। ভাৰতীয় জাতীয় কংগ্ৰেছে তেওঁৰ ভ্ৰমণৰ কাৰ্যসূচীত অংশ গ্ৰহণ নকৰিবলৈ আৰু সম্পূৰ্ণৰূপে তাক বৰ্জন কৰিবলৈ সিদ্ধান্ত লয়। সেই উদ্দেশ্যে সকলো ঠাইতে বিশেষ সংগঠন গঢ়ি উঠে। কলিকতাত চিত্তৰঞ্জন দাস আৰু সুভাষ বসুক এনে সংগঠন কৰাৰ কাৰণে গ্ৰেপ্তাৰ কৰা হয়। এইদৰে ১৯২১ চনতে প্ৰথম আৰম্ভ হৈ ১৯৪১ চনলৈকে সুভাষ বসুক কমেও এঘাৰ-বাৰ গ্ৰেপ্তাৰ কৰা হৈছিল।

প্ৰথমবাৰ জেলৰ পৰা ওলোৱাৰ পিছত সুভাষ বসু নতুনকৈ গঠিত হোৱা কলিকতা কৰ্পোৰেচনৰ চিফ এক্‌জিকিউটিভ অফিচাৰ হয়। সেই সময়ত অসহযোগ আন্দোলনৰ ঢৌ শাম কাটিছিল। দেশবন্ধু চিত্তৰঞ্জন দাস আছিল কলিকতা কৰ্পোৰেচনৰ প্ৰথম মেয়ৰ। ১৯২৫ চনত চিত্তৰঞ্জন দাসৰ পৰলোক হয়। তেওঁৰ মৃত্যুত সুভাষে তেওঁৰ পথ-প্ৰদৰ্শক হেৰুওৱাৰ দৰে হ'ল। কলিকতা কৰ্পোৰেচনৰ চিফ এক্‌জিকিউটিভ অফিচাৰ হৈ থকা কালতে, ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰাৰ অভিযোগত ১৯২৪ চনৰ অক্টোবৰত সুভাষ বসুক পুনৰ গ্ৰেপ্তাৰ কৰা হৈছিল। কিছুদিন আটক কৰি ৰখাৰ পিছত তেওঁক বাৰ্মাৰ মান্দালয় জেললৈ নিয়া হয়। সেই জেলত আঢৈ বছৰ থকাৰ পিছত তেওঁৰ স্বাস্থ্যৰ অৱনতি ঘটে। জেলত তেওঁ এবাৰ ছসপ্তাহ অনশনো কৰিছিল। ১৯২৭ চনৰ মে' মাহত তেওঁ খালাচ পায়।

জেলৰপৰা ওলোৱাৰ পিছত সুভাষ বসুক বঙ্গ প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ সভাপতি পতা হয়। সেই সময়তে চাইমন কমিছন বৰ্জনৰ বাবে দেশত আন্দোলন হৈছিল। সুভাষ বসুৱে তাৰ বাবে সংগঠনৰ কাম কৰিছিল। তেওঁ 'যুৱক' সংগঠনৰ ওপৰত বিশেষ জোৰ দিছিল। তেওঁ নিখিল ভাৰত যুৱক কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত হয়। ১৯২৮ চনত কলিকতাত এই যুৱক কংগ্ৰেছৰ অধিৱেশন বহিছিল। সেই চনতে কলিকতাত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিৱেশনো বহিছিল। সেই অধিৱেশনত সুভাষ বসু কংগ্ৰেছৰ

স্বেচ্ছাসেৱক বাহিনীৰ সৰ্বাধিনায়ক আছিল। তেওঁ জৱাহৰলাল নেহৰুৰে সৈতে লগ লাগি কংগ্ৰেছৰ ভিতৰত বাওঁপন্থী মৰ্চা এটা গঠন কৰিছিল। ১৯২৮ চনৰ কলিকতা কংগ্ৰেছতে তেওঁৰ এই বাওঁপন্থী দলটোৱে ব্ৰিটিছৰ লগত সকলো সম্পৰ্ক ছেদ কৰি ভাৰতে পূৰ্ণ স্বাধীনতা ঘোষণা কৰিব লাগে বুলি মূল প্ৰস্তাৱৰ ওপৰত সংশোধনী আনিছিল। এই সংশোধনী প্ৰস্তাৱটো সভাত নিটিকিল যদিও এই দলটোৰ প্ৰভাৱ পৰিলক্ষিত হৈছিল। এই দলৰ উদ্যোগত এক লাখমান শ্ৰমিকৰ এটা বিৰাট শোভাযাত্ৰা উলিওৱা হৈছিল আৰু তেওঁলোক গান্ধীজীৰ ওচৰলৈ আহি এখন স্মাৰক-পত্ৰ দাখিল "কৰিছিল। কলিকতা কংগ্ৰেছৰ কেইমাহমান পিছতে সুভাষ বসু 'অল ইণ্ডিয়া ট্ৰেড য়ুনিয়ন কংগ্ৰেছ'ৰ সভাপতি নিৰ্বাচিত হয়।

১৯৩২ চনত তেওঁৰ যক্ষ্মা ৰোগ হৈছে বুলি আশঙ্কা কৰা হৈছিল। চিকিৎসাৰ বাবে সুভাষ বসু ভিয়েনালৈ যায়। তাতে তেওঁ বিঠলভাই পেটেলক লগ পায়। বহুতো বিষয়ে তেওঁলোকৰ মাজত আলোচনা হৈছিল। তেওঁলোকে ভাবিছিল যে, ভাৰতৰ স্বাধীনতাৰ কাৰণে বিদেশী সাহায্য নল'লে হয়তো নহ'ব। তেওঁলোকে তেতিয়া এই ভাব প্ৰকাশ কৰি বিবৃতি দিছিল। ভাৰতৰ স্বাধীনতাৰ কাৰণে আন্তৰ্জাতিক ক্ষেত্ৰত জনমত গঠন কৰা আৰু ব্ৰিটেইনৰ বিৰোধী শক্তিসমূহৰ সহায় লোৱাৰ তেওঁলোক পক্ষপাতী আছিল।

১৯৩৪ চনত সুভাষ বসুৱে গৱৰ্ণমেণ্টৰ অনুমতি নোলোৱাকৈয়ে তেওঁৰ অসুস্থ শয্যাশায়ী পিতৃদেৱক দেখা কৰিবলৈ ভাৰতলৈ আহিছিল। তেতিয়া তেওঁক ঘৰতে অন্তৰীণ বন্দী কৰি ৰখা হৈছিল। সেই সময়তে তেওঁ আকৌ য়ুৰোপ পায়গৈ এটা অস্ত্ৰোপচাৰ কৰাবৰ কাৰণে। সেইবাৰ তেওঁ য়ুৰোপত ১৯৩৬ চনলৈকে থাকে। ভিয়েনাত ভাৰতীয় ছাত্ৰসকলে এখন সভা আহ্বান কৰিছিল। সুভাষ বসুৱে সেই সভাত অংশ গ্ৰহণ কৰিছিল। ৰোমত বহা এচিয়াটিক ছাত্ৰ সন্মিলনতো সুভাষ বসুয়ে ভাষণ দিছিল। ইটালীৰ মুছলিনীয়ে এই ছাত্ৰ সন্মিলনখন উদ্বোধন কৰিছিল। আয়াৰলেণ্ডৰ অগ্নিঋষি ডি. ভেলেৰা প্ৰমুখ্যে য়ুৰোপৰ বহুতো মুখিয়াল ৰাজনৈতিক নেতাক সুভাষ বসুৱে সাক্ষাৎ কৰি আলাপ-আলোচনা চলাইছিল।

য়ুৰোপৰ পৰা অহাৰ পিছত তেওঁক মুক্তি দিয়া হয়। ১৯৩৭ চনত সুভাষ বসু আকৌ য়ুৰোপলৈ যায়। এইবাৰ ব্যক্তিগত থকা অৱস্থাতে ১৯৩৮

চনৰ জানুৱাৰী মাহত তেওঁক ভাৰতীয় জাতীয় কংগ্ৰেছৰ সভাপতি নিৰ্বাচিত কৰা হৈছিল। বসুৰ সভাপতিত্বত গুজৰাটৰ হৰিপুৰাত কংগ্ৰেছৰ সেই অধিৱেশন বহিছিল। সুভাষ বসুৱে তাৰ পিছৰবাৰো কংগ্ৰেছ সভাপতি হ'বলৈ ইচ্ছা কৰিছিল। তেওঁৰ ধাৰণা আছিল, কংগ্ৰেছ সভাপতি হিচাপে এবছৰত কোনো বিশেষ কাম কৰি দেখুওৱা সম্ভৱ নহয়। সেই কাৰণে দ্বিতীয়বাৰৰ কাৰণেও তেওঁ সভাপতি পদৰ প্ৰাৰ্থী হৈছিল। মহাত্মা গান্ধী, সুভাষ বসুৰ দ্বিতীয়বাৰ প্ৰাৰ্থীত্বৰ পক্ষপাতী নাছিল। সেইবাৰ সুভাষ বসু আৰু পট্টাভি সীতা-ৰামায়াৰ মাজত প্ৰতিদ্বন্দ্বিতা হৈছিল। সুভাষ বসু নিৰ্বাচনত জিকে। কংগ্ৰে-ছৰ ভিতৰত তেতিয়া বিভাজনে দেখা দিয়ে। কংগ্ৰেছ ৱৰ্কিং কমিটিৰ পুৰণি সকলো সদস্যই একেলগে পদত্যাগ কৰে। কংগ্ৰেছৰ ভিতৰত দেখা দিয়া এনে বিশৃঙ্খলাৰ মাজতো সুভাষ বসুৰ সভাপতিত্বত মধ্যপ্ৰদেশৰ ত্ৰিপুৰীত কংগ্ৰেছৰ অধিৱেশন বহে। কিন্তু কংগ্ৰেছৰ ৰবমূৰীয়া নেতাসকলৰ ভিতৰত বেছিখিনিয়ে সুভাষ বসুৰ লগত সহযোগিতা নকৰিলে। ১৯৩৯ চনৰ এপ্ৰিলত কলিকতাত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিৱেশনত কংগ্ৰেছৰ ভিতৰত দেখা দিয়া এই বিভেদৰ কোনো মীমাংসা নোহোৱাত সুভাস বসুৱে কংগ্ৰেছ সভাপতিৰ পদ ত্যাগ কৰে। তাৰ পিছত ১৯৩৯ চনৰ মে' মাহত তেওঁ কংগ্ৰেছৰ ভিতৰতে 'ফৰৱাৰ্ড ব্লক' নাম দি এটা গোট গঠন কৰে। ইতিমধ্যে ১৯৩৯ চনৰ চেপ্তেম্বৰ মাহত দ্বিতীয় মহাযুদ্ধ আৰম্ভ হ'ল। সুভাষ বসুৱে আগৰে পৰা ভাবি অহা মতে এই যুদ্ধৰ সুযোগ লৈ ভাৰতৰ স্বাধীনতাৰ কাৰণে শেষ যুদ্ধ কৰাৰ কথা তেওঁ পাতিলে। ত্ৰিপুৰী কংগ্ৰেছৰ সভাপতিৰ আসনৰ পৰা তেওঁ কৈছিল, "আন্তৰ্জাতিক পৰিস্থিতি যেতিয়া আমাৰ অনুকূল, তেতিয়া স্বৰাজ লাভৰ কাৰণে চূড়ান্তভাৱে আগ বাঢ়িবলৈ ইয়াতকৈ সুবিধা-জনক সময় আৰু কি হ'ব পাৰে? ঠাণ্ডা মগজুৰ এজন বাস্তৱবাদী হিচাপে মই ক'ব পাৰো যে আজিৰ পৰিস্থিতি সকলো প্ৰকাৰে আমাৰ ইমান অনু-কূল যে, বিশেষ আশান্বিত হবৰ কাৰণ আছে।"

ফৰৱাৰ্ড ব্লকৰ কাৰ্য-কলাপলৈ চাই সুভাষ বসু আৰু তেওঁৰ সহযোগী বহুতো কৰ্মীক ১৯৪০ চনৰ জুলাই মাহত প্ৰেপ্তাৰ কৰা হ'ল। সেই সন্ধি-ক্ষণত বসুৱে, জেলত এনেয়ে সোমাই থকাৰ কথা ভাবিব নোৱাৰিছিল। ১৯৪০ চনৰ নৱেম্বৰ মাহৰ শেষৰ পিনে তেওঁ গৱৰ্ণমেণ্টলৈ এই বুলি চৰম-

পত্ৰ আগ বঢ়ালে যে, অতি শীঘ্ৰে তেওঁক মুক্তি নিদিলে তেওঁ অনিৰ্দিষ্ট কাললৈ অনশন কৰিব। গৱৰ্ণমেণ্টে শেষত তেওঁক খালাচ দি কলিকতাৰ নিজা ঘৰতে অন্তৰীণ বন্দী কৰি ৰাখিলে। চ'ল্লিছ দিনমান বসু ঘৰতে সোমাই আছিল। তাৰ পিছত ১৯৪১ চনৰ জানুৱাৰী মাহত পৃথিৱীয়ে জানিব পাৰিলে যে সুভাষ বসু তেওঁৰ কলিকতাৰ ঘৰৰ পৰা অন্তৰ্দ্ধান হৈছে। তেওঁৰ ঘৰৰ চাৰিওপিনে পুলিচৰ প্ৰহৰীৰে পৰিবেষ্টিত হৈ থকা অৱস্থাতে কেতিয়া আৰু কেনেকৈ তেওঁ ঘৰৰ পৰা ওলাই নোহোৱা হ'ল কোনেও ক'ব নোৱাৰিলে। এবছৰমানৰ পিছত ১৯৪২ চনৰ এ'প্ৰিলত বাৰ্লিনৰ আজাদ হিন্দ ৰেডিঅ'ৰ পৰা তেওঁৰ মাত শুনা গ'ল।

দেশৰ স্বাধীনতাৰ কাৰণে অন্য দেশৰ সহায় ল'বলৈ দেশপ্ৰেমিকসকলে চেষ্টা কৰে। ইতিহাসত এনে দৃষ্টান্ত বহুতো আছে। ব্ৰিটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ যাওঁতে, দ্বিতীয় মহাযুদ্ধত ইংৰাজৰ শত্ৰু জাৰ্মানী আৰু জাপানৰ সহায় লোৱাটো নেতাজী সুভাষ চন্দ্ৰ বসুৱে দোষণীয় বুলি নেভাবিছিল। গান্ধীজীৰ অহিংসা-নীতিৰ যুদ্ধৰ প্ৰণালী সুকীয়া আছিল। নেতাজীৰ লগত গান্ধীজীৰ এইখিনিতে আদৰ্শগত পাৰ্থক্য আছিল। কিন্তু, প্ৰণালী পৃথক হ'লেও, দুয়োজনেই নিজৰ নিজৰ মতে দেশমাতৃকাৰ মুক্তিৰ কাৰণে যুদ্ধ কৰিছিল। হিটলাৰৰ নাজী মতবাদ সমৰ্থন নকৰিও, সুভাষ বসুৱে দ্বিতীয় মহাযুদ্ধৰ সময়ত জাৰ্মানী-জাপানৰ সহায় লৈ ভাৰতৰ স্বাধীনতা-যুদ্ধৰ কাৰণে সংগঠন কৰিছিল।

ৰাস বিহাৰী বোসে আগৰে পৰা জাপানৰ পক্ষ লৈ ভাৰতৰ স্বাধীনতাৰ কাৰণে চেষ্টা কৰি আছিল। দক্ষিণ-পূব আৰু পূব এচিয়াত থকা ভাৰতীয়সকলক সম্বোধন কৰি ৰেডিঅ' যোগে তেওঁ কৈছিল যে, 'স্বাধীনতা লীগ' গঠন কৰিবলৈ লোৱা হৈছে। ১৯৪২ চনৰ ফেব্ৰুৱাৰীত চিঙ্গাপুৰৰ পতন ঘটে। ১৯৪২ চনৰ জুন মাহত দক্ষিণ-পূব এছিয়াৰ ভাৰতীয়সকলৰ প্ৰতিনিধিমূলক এখন সভা বেঙ্ককত বহিছিল। সেই সভাত সভাপতিত্ব কৰিছিল ৰাস বিহাৰী বোসে। তাত বিদেশত নেতাজীক স্বাধীনতা আন্দোলনৰ নেতৃত্ব ল'বলৈ অনুৰোধ কৰি প্ৰস্তাব গ্ৰহণ কৰা হৈছিল। সুভাষ বসু তেতিয়া জাৰ্মানীত আছিল। ১৯৪৩ চনৰ জুনতহে তেওঁ আহি পোৱা সম্ভৱ হৈছিল। 'কিয়েল'ৰ পৰা এখন জাৰ্মান চাবমেৰাইনত উঠি,

আফ্ৰিকা আৰু ভাৰত মহাসাগৰেদি পাৰ হৈ তেওঁ সুমাত্ৰা আৰু পেনাং অভিমুখে আহিছিল। নবৈদিনীয়া এই বিপদসংকুল যাত্ৰাৰ অন্তত তেওঁ চিঙ্গাপুৰত নামেহি আৰু তাৰপৰা জাপানলৈ যায়। জাপান পায়েই তেওঁ জাপানৰ প্ৰধান মন্ত্ৰী জেনেৰেল টজৰ লগত সাক্ষাৎ কৰে। নেতাজীয়ে সংগঠন কৰা ভাৰতীয় সৈন্যবাহিনীক জাপানে অস্ত্ৰ-শস্ত্ৰ দি সহায় কৰিবলৈ প্ৰতিশ্ৰুতি দিয়ে। দক্ষিণ-পূৱ এচিয়াত ৰেডিঅ' যোগে প্ৰচাৰৰ ব্যৱস্থা কৰিবলৈ সক্ষম হয়।

নেতাজী ভাৰতীয় জাতীয় সৈন্যবাহিনীৰ সৰ্বোচ্চ সেনাপতি পদত অধিষ্ঠিত হয়। তেওঁ মালয়, থাইলেণ্ড, বাৰ্মা, ফ্ৰেন্স, ইণ্ডোচীন পৰিভ্ৰমণ কৰে। তেওঁ এই দেশবিলাকত থকা ভাৰতীয়সকলক ভাৰতীয় জাতীয় সৈন্যবাহিনীত যোগ দিবলৈ আৰু টকা-পইছাৰ সহায় আগবঢ়াবলৈ অনুৰোধ কৰে। এই দেশবিলাকত বাস কৰা ভাৰতীয়সকলে নেতাজীৰ কামত যথেষ্ট সহায় আগবঢ়ায়। নেতাজীয়ে আই. এন. এ. ফৌজ ভালদৰে সংগঠিত কৰি শক্তিশালী কৰি তোলে।

১৯৪৩ চনৰ ২১ অক্টোবৰত সুভাষ বসুৱে চিঙ্গাপুৰত নিয়মমতে অস্থায়ী ভাৰত গৱৰ্ণমেণ্ট—আজাদ হিন্দ গৱৰ্ণমেণ্ট স্থাপন কৰে। গৱৰ্ণমেণ্ট গঠন কৰাৰ পিছতেই আজাদ হিন্দ গৱৰ্ণমেণ্টে ব্ৰিটেইন আৰু আমেৰিকাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে। নেতাজীয়ে স্থাপন কৰা আজাদ হিন্দ গৱৰ্ণমেণ্টক জাপান, জাৰ্মানী, ইটালী, বাৰ্মা, থাইলেণ্ড, জাতীয়তাবাদী চীন, ফিলিপাইনছ আৰু মাঞ্চুৰিয়াই স্বীকৃতি দিয়ে। তাৰ কিছু দিনৰ পিছতে জাপানলৈ যাওঁতে, জাপানৰ সম্ৰাটে নেতাজীক এখন স্বাধীন ৰাষ্ট্ৰৰ মুৰব্বী হিচাপে যথাবিহিত সন্মান প্ৰদৰ্শন কৰিছিল। জাপানে ব্ৰিটিছৰ পৰা দখল কৰা আন্দামান আৰু নিকোবৰ দ্বীপ দুটা আজাদ হিন্দ গৱৰ্ণমেণ্টক দি দিয়ে। আজাদ হিন্দ গৱৰ্ণমেণ্টে ভাৰতৰ এই ভূ-খণ্ডত প্ৰথম দখল লয়। আই. এন.এৰ ঘাই কেন্দ্ৰ হিচাপে ৰেঙ্গুন আৰু চিঙ্গাপুৰত অফিচ খোলা হয়। ইয়াৰ পিছত ভাৰতলৈ অভিযান আৰম্ভ কৰা হয়। "চলো দিল্লী, দিল্লী চলো"—এই ধ্বনি দি আজাদ হিন্দ ফৌজ আগবাঢ়ে। ১৯৪৪ চনৰ ১৮ মাৰ্চত আৰাকানৰ ৰণক্ষেত্ৰত ব্ৰিটিছ ফৌজৰ লগত আজাদ হিন্দ ফৌজৰ প্ৰথম সংঘৰ্ষ হয়। আজাদ হিন্দ ফৌজ তেতিয়া বাৰ্মাৰ সীমান্ত পাৰ হৈ ভাৰত ভূমিত থিয় দিয়ে '২১ মাৰ্চ তাৰিখে। এই

কাৰণে ২১ মাৰ্চ তাৰিখটো নেতাজীয়ে জাতীয় দিৱস হিচাপে ঘোষণা কৰে। কিন্তু ইম্ফললৈ তিনি মাইলমান থাকোঁতে আজাদ হিন্দ ফৌজ আৰু আগবাঢ়িব নোৱাৰা হয়। অসমলৈ আগবঢ়া আৰু সম্ভৱ নহ'ল. আকাশী যানৰ ছত্ৰ-ছায়া নথকাত আজাদ হিন্দ ফৌজে মাউণ্টবেটেনৰ দ্বাৰা পৰিচালিত ব্ৰিটিছ ফৌজৰ বাধা অতিক্ৰম কৰা টান হৈ পৰিল। দুৰ্গম পথেদি আজাদ হিন্দ ফৌজ ক্ৰমে পিছ হুঁহকিবলগীয়া হয়। ইফালে সেই সময়তে ১৯৪৫ চনত প্ৰথমে জাৰ্মানীয়ে আৰু তাৰ কিছু পিছতে জাপানে আত্মসমৰ্পণ কৰে। দ্বিতীয় মহাযুদ্ধত জাৰ্মান-জাপানৰ পৰাজয় হোৱাৰ পিছত নেতাজীৰ পৰিকল্পনা বাদ দিব লগা হ'ল।

১৯৪৫ চনৰ ১৭ আগষ্টত জাপানে আত্মসমৰ্পণ কৰাৰ পিছত নেতাজীয়ে ছেইগনত এখন প্লেনত উঠাৰ খবৰ ওলায়। তাৰ পাঁচদিনৰ পিছত ২২ আগষ্টত টকিঅ' ৰেডিঅ'ই ঘোষণা কৰে যে, নেতাজী যোৱা এৰোপ্লেনখন দুৰ্ঘটনাত পতিত হোৱাত, ১৯৪৫ চনৰ ১৮ আগষ্টত জাপানলৈ যোৱাৰ বাটত ফৰমোছাত সুভাষ চন্দ্ৰ বসুৰ মৃত্যু হয়। বহুতে ভাবে যে নেতাজীয়ে ৰেইবণলৈ গৈ, তাৰপৰা ৰাছিয়ালৈ যাব খুজিছিল। আজিও কিছু লোকে নেতাজীৰ তেনেকৈ মৃত্যু হোৱা কথাটো বিশ্বাস নকৰে।

জাপানৰ আত্মসমৰ্পণৰ পিছত ব্ৰিটিছ সৈনাবাহিনীয়ে আজাদ হিন্দ ফৌজৰ সৈন্যসকলক বন্দী কৰে। দিল্লীৰ লালকিল্লাত ৰাজদ্ৰোহ অপৰাধৰ অভি-যোগত তেওঁলোকৰ বিচাৰ হয়। ভুলাভাই দেশাই প্ৰমুখ্যে বিশিষ্ট অধি-বক্তাসকলে আজাদ হিন্দ ফৌজৰ বন্দীসকলৰ হৈ ওকালতি কৰিছিল। জৱাহৰলাল নেহৰু বেৰিষ্টাৰ যদিও, তেওঁ ওকালতি কৰা নাছিল বুলিয়েই ক'ব লাগিব। কিন্তু লালকিল্লাত হোৱা আজাদ হিন্দ ফৌজৰ বিচাৰত তেওঁ ক'লা কোট পিন্ধি আছামীসকলৰ পক্ষে থিয় দিছিলগৈ।

সেই সময়ত ব্ৰিটিছৰ পৰা ভাৰতীয় লোকৰ হাতলৈ ক্ষমতা হস্তান্তৰ কৰাৰ আলোচনা আৰম্ভ হৈছিল। তেনে এটা পৰিস্থিতিত আজাদ হিন্দ ফৌজৰ ওপৰত তৰা বিচাৰ তুলি লোৱা হয়।

ভাৰতৰ স্বাধীনতা-আন্দোলনৰ ইতিহাসত নেতাজীৰ ঘটনাবহুল জীৱন বিশেষ চমকপ্ৰদ। তেওঁ ভাৰতৰ স্বাধীনতা জীৱনৰ একমাত্ৰ লক্ষ্য হিচাপে গ্ৰহণ কৰিছিল। সেই উদ্দেশ্য সাধনৰ হকে তেওঁ সকলো বিপদ-আপদ

মূৰ পাতি লৈছিল। যুদ্ধৰ দিনৰ অনিশ্চিত আৰু বিপদসঙ্কুল অৱস্থাৰ মাজতো ব্ৰিটিছৰ সদা-সতৰ্ক প্ৰহৰীসকলেও গম নোপোৱাকৈ তেওঁ দেশৰ বাহিৰ ওলাই যাবলৈ সক্ষম হৈছিল। দেশৰ বাহিৰত থকা ভাৰতীয়সকলক লৈ আজাদ হিন্দ ফৌজ আৰু আজাদ হিন্দ গৱৰ্ণমেণ্ট গঠন কৰি, দেশৰ স্বাধীনতা ঘোষণা কৰিছিল। ই তেওঁৰ বিচক্ষণ নেতৃত্ব-শক্তিৰ পৰিচায়ক।

দৃষ্টিভঙ্গী আৰু কাৰ্য-প্ৰণালীৰ পাৰ্থক্য থাকিলেও মহাত্মা গান্ধীৰ প্ৰতি নেতাজীয়ে বিশেষ শ্ৰদ্ধাৰ ভাব ৰাখিছিল। কস্তুৰবাৰ মৃত্যুৰ পিছত, ১৯৪৪ চনৰ ছয় জুলাই তাৰিখে 'আজাদ হিন্দ ৰেডিঅ'ৰ পৰা গান্ধীজীক উদ্দেশ্য কৰি নেতাজীয়ে কৈছিল, "আমাৰ জাতিৰ জনক! ভাৰতৰ মুক্তিৰ এই পবিত্ৰ যুদ্ধত আমি আপোনাৰ আশীৰ্বাদ আৰু শুভ-ইচ্ছা বিচাৰিছো।" মহাত্মাজীলৈ দিয়া নেতাজীৰ সম্পূৰ্ণ বাণীটো আছিল: "ব্ৰিটিছৰ বন্দীশালত থাকোঁতে শ্ৰীমতী কস্তুৰবা গান্ধীৰ পৰলোকৰ পিছত, দেশবাসী আপোনাৰ স্বাস্থ্য সম্পৰ্কে উদ্বিগ্ন হোৱাটো স্বাভাৱিক। ভাৰতৰ বাহিৰত থকা ভাৰতীয়ৰ কাৰণে কাৰ্য-প্ৰণালীৰ পাৰ্থক্য ঘৰৰ ভিতৰুৱা পাৰ্থক্য। ১৯২৯ চনৰ ডিচেম্বৰ মাহত আপুনি লাহোৰ কংগ্ৰেছত উত্থাপিত কৰা স্বাধীনতাৰ প্ৰস্তাৱৰ দিনৰ পৰা জাতীয় কংগ্ৰেছৰ সকলো সভ্যৰ সন্মুখত উমৈহতীয়া কেৱল এটা উদ্দেশ্য। ভাৰতৰ বাহিৰত থকা ভাৰতীয়ৰ কাৰণে আমাৰ দেশৰ বৰ্তমান জাগৰণ সৃষ্টি কৰোঁতা আপুনিয়েই। ১৯৪২ চনৰ আঠ আগষ্টত, আপুনি যেতিয়া 'ভাৰত-ত্যাগ' প্ৰস্তাৱ দাঙি ধৰিলে, ভাৰতৰ বাহিৰত থকা দেশপ্ৰেমিক ভাৰতীয় আৰু ভাৰতৰ স্বাধীনতাৰ সমৰ্থক বিদেশী বন্ধুসকলৰ আপোনাৰ প্ৰতি থকা শ্ৰদ্ধা-ভক্তিৰ ভাব হাজাৰ গুণে বৃদ্ধি পালে। বৃটিছ গৱৰ্ণমেণ্ট আৰু ইংলণ্ডৰ মানুহ, এই দুটাৰ ভিতৰত পাৰ্থক্য কৰিলে আপোনাৰ ভুল হ'ব। সন্দেহ নাই যে ব্ৰিটেইন আৰু যুক্তৰাষ্ট্ৰতো আদৰ্শবাদী মুষ্টিমেয় লোক আছে, যিসকলে ভাৰত স্বাধীন হোৱাটো বিচাৰে। এই আদৰ্শবাদীসকলক তেওঁলোকৰ নিজৰ দেশৰ মানুহেই মস্তিষ্কৰ বিকাৰগ্ৰস্ত লোক বুলি ভাবে আৰু তেওঁলোকৰ সংখ্যা আঙুলিৰ মূৰত লেখিব পৰা। বাস্তৱিক ক্ষেত্ৰত যিমানদূৰ ভাৰতৰ সম্পৰ্ক; ব্ৰিটিছ গৱৰ্ণমেণ্ট আৰু বৃটিছ জনতা একেই, কোনো পাৰ্থক্য নাই। যুক্তৰাষ্ট্ৰৰ যুদ্ধৰ উদ্দেশ্য সম্পৰ্কে মই ক'ব খোজো যে, যুক্তৰাষ্ট্ৰৰ শাসক গোষ্ঠীয়ে এতিয়া পৃথিৱীত আধিপত্য কৰাৰ সপোন দেখিছে। শাসক গোষ্ঠী আৰু তেওঁলোকৰ

সমৰ্থক বুদ্ধিজীৱীসকলে খোলাখুলিকৈয়ে 'আমেৰিকান শতাব্দী'ৰ কথাও কোৱা হৈছে। আমেৰিকাৰ এই শাসক গোষ্ঠীটোৰ ভিতৰত উগ্ৰপন্থীসকল ইমানলৈকে গৈছে যে, তেওঁলোকে ব্ৰিটেইনক যুক্তৰাষ্ট্ৰৰ ৰাজ্যবিলাকৰ ভিতৰত ৪৯তম ৰাষ্ট্ৰ বুলি কয়।

"মহাত্মাজী। মই আপোনাক ক'ব পাৰো যে, এই কন্টকাকীৰ্ণ পথত অৱতীৰ্ণ হোৱাৰ আগতে বহুত দিন, বহুত সপ্তাহ আৰু বহুত মাহ ধৰি মই লোৱা খোজটো সম্পৰ্কে সকলো কথা বিবেচনা কৰিছিলো। মোৰ ক্ষমতা অনুসৰি, ইমান দিন জনসাধাৰণৰ সেৱা কৰি আছিলো। মই বিশ্বাসঘাতক হোৱাৰ বা কোনোবাই মোৰ সম্পৰ্কে তেনে কথা কোৱাৰ সুযোগ দিয়াৰ মোৰ ইচ্ছা নাই। মোৰ দেশবাসীৰ মোৰ প্ৰতি থকা মৰমৰ কাৰণে মই সেই পদ পাইছো, যি পদ পোৱাটো, ৰাজহুৱা ক্ষেত্ৰত কাম কৰা কৰ্মীৰ কাৰণে ভাৰতত সৰ্বোচ্চ সন্মানৰ কথা। মই এনে এটা দল গঢ়ি তুলিছো, যিটো দলত মোৰ বিশ্বস্ত সহযোগীসকল আছে আৰু মোৰ ওপৰত তেওঁ-লোকৰ অবিচলিত আস্থা আছে। দেশৰ বাহিৰলৈ গৈ সঙ্কটপূৰ্ণ পথত ভৰি দি মোৰ জীৱন আৰু মোৰ ভৱিষ্যতকে যে বিপন্ন কৰিছো এনে নহয়, আটা-ইতকৈ ডাঙৰ কথা হ'ল মোৰ দলৰ ভৱিষ্যত অনিশ্চিত কৰি তুলিছো। যদি মই অলপো আশা ৰাখিব পাৰিলোহেতেন যে, দেশৰ বাহিৰৰ কাম ন'হলেও, আমি স্বাধীনতা আদায় কৰিব পাৰো, তেনেহ'লে এটা সঙ্কটৰ সময়ত মই কেতিয়াও ভাৰত এৰি নাহিলোহেতেন। যদি মোৰ এনে আশা থাকিলহেতেন যে, আমাৰ জীৱন-কালত ভাৰতৰ স্বাধীনতা লাভৰ কাৰণে এই যুদ্ধৰ দৰে আন এটা সুযোগ উপস্থিত হ'ব—আন এটা সোণালী সুযোগ পোৱা যাব, তেন্তে মই ঘৰবপৰা ওলাব পাৰিলোহেতেন বুলি ক'ব নোৱাৰো।

"এক্সিস' শক্তিৰ সম্পৰ্কে মই এটা প্ৰশ্নৰ উত্তৰ দিব লগা আছে। ই সম্ভৱনে যে তেওঁলোকে মোক ঠগিব পাৰিছে? মোৰ বিশ্বাস, পৃথিৱীত সকলোৱেই মানে যে, আটাইতকৈ চতুৰ ৰাজনীতিজ্ঞ হৈছে ব্ৰিটিছসকল। যিয়ে সমগ্ৰ জীৱন ব্ৰিটিছ ৰাজনীতিজ্ঞসকলৰ লগত আৰু তেওঁলোকৰ বিৰুদ্ধে কাম কৰিছে। তেওঁক পৃথিৱীৰ কোনো ৰাজনীতিজ্ঞই ঠগিব নোৱাৰে। যদি ব্ৰিটিছ গৱৰ্ণমেণ্টে—যাৰ হাতত মই সুদীৰ্ঘকাল বন্দীৰ জীৱন যাপন কৰিছো, নানাভাৱে নিৰ্যাতন ভুগিছো, শাৰীৰিক আঘাতো পাবলগা হৈছে, তেওঁ-

লোকেই মোৰ নৈতিক বল নষ্ট কৰিব পৰা নাই, তেন্তে আন কোনো শক্তিৰ পক্ষে সেইটো সম্ভৱ হ'ব পাৰেনে ? মই জীৱনত এনে কোনো কামকে কৰা নাই যি মোৰ দেশৰ সন্মান আৰু স্বাৰ্থ লেশ মাত্ৰও হ্ৰাস কৰিব পাৰে।

"এটা সময় আছিল, যেতিয়া জাপান আমাৰ শত্ৰুৰ মিত্ৰ আছিল। যেতিয়ালৈকে এংলো-জাপান চুক্তি আছিল, সেই দুই দেশৰ মাজত সাধাৰণ কূটনৈতিক সম্পৰ্ক আছিল, তেতিয়ালৈকে মই জাপানলৈ অহা নাছিলো। সেইদিনাহে মই নিজৰ স্বাধীন ইচ্ছা অনুসৰি জাপানলৈ অহাৰ সিদ্ধান্ত কৰিলো— যিদিনা জাপানে তেওঁলোকৰ ইতিহাসৰ সকলোতকৈ গুৰুত্বপূৰ্ণ সিদ্ধান্তটোত উপনীত হ'ল,—তেওঁলোকে ব্ৰিটেইন আৰু আমেৰিকাৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। মোৰ দেশৰ বহুতৰে দৰে ১৯৩৭ আৰু ১৯৩৮ চনত মোৰ সহানুভূতি আছিল চুন্‌কিঙৰ লগত। আপোনাৰ মনত থাকিব পায়, ১৯৩৮ চনৰ ডিচেম্বৰ মাহত কংগ্ৰেছৰ সভাপতি হিচাপে ময়েই চুনকিঙলৈ 'মেডিকেল মিছন' পঠাইছিলো।

"মহাত্মাজী। আনতকৈ আপুনি বেছি ভালকৈ জানে যে, ভাৰতবাসী কেৱল প্ৰতিশ্ৰুতি সম্পৰ্কে কিমান সন্দিহান! জাপানৰ নীতি সম্পৰ্কীয় ঘোষণা যদি কেৱল প্ৰতিশ্ৰুতিহে মাথোন বুলি মোৰ ধাৰণা হয়, তেন্তে জাপানৰ দ্বাৰা কেতিয়াও মই প্ৰভাৱান্বিত নহওঁ।

"আমি এতিয়া ইয়াত যি অস্থায়ী গৱৰ্ণমেণ্ট গঠন কৰিছো সেই সম্পৰ্কে দু-আষাৰ ক'ব খোজো। এই অস্থায়ী গৱৰ্ণমেণ্টৰ (Provisional Government) উদ্দেশ্য হৈছে, সশস্ত্ৰ যুদ্ধ কৰি ব্ৰিটিছৰ বন্ধনৰ পৰা ভাৰতৰ মুক্তি সাধন কৰা। ভাৰতৰপৰা আমাৰ শত্ৰু বহিষ্কাৰ কৰাৰ আৰু শান্তি শৃঙ্খলা স্থাপন কৰাৰ পিছত, অস্থায়ী গৱৰ্ণমেণ্টৰ কাম শেষ হ'ব। আমাৰ কামৰ ত্যাগ আৰু কষ্ট-বৰণৰ একমাত্ৰ পুৰস্কাৰ,—আমাৰ দেশমাতৃকাৰ মুক্তি আমি বিচাৰো। ভাৰত স্বাধীন হ'লে আমাৰ বহুতেই ৰাজনৈতিক জীৱনৰপৰা অৱসৰ ল'বলৈ ভাল পাব।

"যদি দৈবাৎ আমাৰ দেশবাসীয়ে নিজৰ চেষ্টাতে স্বাধীনতা লাভ কৰিব পাৰে অথবা কেনেবাকৈ ব্ৰিটিছ গৱৰ্ণমেণ্টে, আপোনাৰ 'ভাৰত-ত্যাগ' প্ৰস্তাৱ গ্ৰহণ আৰু বলবৎ কৰে, তেতিয়া আমাতকৈ বেছি সুখী আন কোনো হ'ব নোৱাৰে।

"অৱশ্যে আমি এইটো ধৰি লৈ আগবাঢ়িছো যে, ওপৰত উল্লেখ কৰা এটাও সম্ভৱ নহয় আৰু সশস্ত্ৰ বিদ্ৰোহ অৱশ্যম্ভাবী। ভাৰতৰ স্বাধীনতাৰ

শেষ যুদ্ধ আৰম্ভ হৈছে। আজাদ হিন্দ ফৌজৰ সৈন্যসকলে এতিয়া ভাৰতৰ মাটিৰ ওপৰত থিয় দি নিৰ্ভীকভাৱে যুদ্ধ কৰিছে আৰু অসংখ্য বাধা-বিঘিনি সত্বেও, তেওঁলোক লাহে লাহে হ'লেও দৃঢ়তাৰে আগবাঢ়িছে। এই সশস্ত্ৰ যুদ্ধ তেতিয়ালৈকে চলি থাকিব, যে তযালৈকে একেবাৰে শেষজন ইংৰাজক ভাৰতৰ পৰা খেদি পঠোৱা নহয় আৰু আমাৰ তিনিবৰণীয়া জাতীয় পতাকা নতুন দিল্লীৰ বৰলাটৰ বাসভৱনৰ ওপৰত উত্তোলন কৰা নহয়।

"জাতিৰ জনক। ভাৰতৰ শৃঙ্খল মোচনৰ কাৰণে কৰা এই যুদ্ধত আমি আপোনাৰ আশীৰ্বাদ আৰু শুভ-ইচ্ছা বিচাৰিছো।"

গান্ধীজীলৈ দিয়া এই বাণীত ভাৰতৰ স্বাধীনতা-যুদ্ধত নেতাজীৰ দৃষ্টিভঙ্গী পৰিষ্কাৰকৈ প্ৰকাশ পাইছে। গান্ধীজীৰ লগত তেওঁৰ স্বাধীনতা-যুদ্ধৰ প্ৰণালী সম্পৰ্কে মৌলিক পাৰ্থক্য থাকিলেও, জাতিৰ জনক হিচাপে গান্ধীজীক সম্বোধন কৰি ভাৰতৰ জনজাগৰণত আৰু ভাৰতৰ স্বাধীনতা-যুদ্ধত গান্ধীজীৰ অবিসম্বাদী নেতৃত্বৰ প্ৰতি তেওঁ শ্ৰদ্ধা জনাইছিল। ৰাজনৈতিক বিৰোধিতা সত্বেও, নেতাজী কিমান ওপৰলৈ উঠিব পাৰিছিল, ই তাৰেই প্ৰমাণ।

নেতাজীয়ে তেওঁৰ বাহিনীসৈতে, দুৰ্গম বাটেদি অভিযান কৰি, ভাৰতৰ স্বাধীনতা যুদ্ধত যি অংশগ্ৰহণ কৰিলে সি ইতিহাসৰ এক চমকপ্ৰদ কাহিনী। নেতাজীৰ দেশপ্ৰেম আৰু বিচক্ষণ নেতৃত্বৰ দৃষ্টান্তৰ পৰা দেশবাসীয়ে দেশৰ সংহতি আৰু স্বাধীনতা ৰক্ষাত সদায়েই প্ৰেৰণা পাই থাকিব।